আকাশীতৰাৰ উপন্যাস

# সেই প্ৰেম

কৈলে গ'লে সামৰি থব পাৰিম মই
তেওঁৰ হেপাঁহৰ শলিতা,
মই যে, মই যে তেওঁৰ উঁৱালৰ
ওটি ধানৰ হালিচা।

হেপাঁহ মানেই মোৰ দেউতাৰ এখন নিভাঁজ প্ৰতিচ্ছবি। মানুহজনৰ নিভাঁজ প্ৰেমৰ কণিকাবোৰ। সময়ে কঠোৰ কথা মোৰ আহিৰ অভিমানবোৰ। ভাইটি কণ আৰু বাজনৰ স্নেহ আৰু আবদাৰবোৰ. প্ৰেমৰ ভুল অৰ্থৰে জীৱন তোলপাৰ কৰি দিয়া অশোকৰ কৃত্ৰিমতাবোৰ। এই সকলোৰে কথা মই কৈ যাম। তুমি মাথো শুনি যাবা এবেলা প্ৰেম নকৰাকৈ। শৈশৱৰ সোণালী দিনৰ সপোনৰ পৰা প্ৰেমে জুকলা কৰা অভিশপ্ত দিনবোৰলৈ......

**Sei Prem**
A novel witten by Akashitora,Guwahati-781004
and published by Aroha Publishing House, Guwahati -781004
Third Edition : December, 2007

**Price : Rupees One hundred twenty Only**

---

**সেই প্ৰেম**

॥ লেখিকা : আকাশীতৰা, গুৱাহাটী- ৭৮১ ০০৪ ॥

॥ প্ৰকাশক : আৰ'হা পাব্লিছিং হাউছ, গুৱাহাটী - ৭৮১ ০০৪ ॥

॥ তৃতীয় প্ৰকাশ : ডিচেম্বৰ, ২০০৭ ॥

॥ বেটুপাতৰ ফটো : কমল বৰ্মণ ॥

॥ মুদ্ৰণ : মণিকূট প্ৰিণ্টাৰ্ছ, আমবাৰী, লেম্ব ৰোড, গুৱাহাটী, ফোন- ২৬০৪৭০২

---

**মূল্য : এশ বিশ টকা মাত্ৰ**

# উৎসৰ্গা

মোৰ

আটাইতকৈ শ্ৰদ্ধাৰ আৰু মৰমৰ

পাপাৰ হাতত—

যি মোক সৎ, চৰিত্ৰবান, সাহসী হৈ

মূৰ নোদোৱাকৈ

জীয়াই থাকিবলৈ শিকাইছিল।

— আকাশীতৰা

# লেখিকাৰ কথা

শোভনা নামৰ, শান্ত, সৰল আৰু আত্মবিশ্বাসী এগৰাকী ছোৱালীৰ ঘটনাবহুল জীৱনৰ- প্ৰেম আৰু আশাভংগৰ এটা সৰু অধ্যায় 'সেই প্ৰেম'। সেই প্ৰেমৰ ভাষা আৰু কল্পনাতকৈ বাস্তৱতাৰ প্ৰলেপ অধিক — কেৱল কিতাপৰ পাতত জীৱন বুজিবলৈ শিকা শোভনা নামৰ আলসুৱা ছোৱালী এজনী কেনেকৈ লাহে লাহে মুখামুখি হ'ল পৰিয়ালৰ সংকীৰ্ণ ৰাজনীতিৰ। কেনেকৈ তাইৰ পতিব্ৰতাৰ বাবে সোমাই পৰিল এক আন্ধাৰ গহ্বৰত আৰু কি দৰে পৰিস্থিতিৰ সৈতে আপোচ নকৰি একমাত্ৰ নিজৰ মনৰ শক্তিৰ আশ্ৰয়ত শোভনাই হাৰ নামানিলে দুৰ্ভাগ্যৰ সৈতে — এই বোৰৰ বিৱৰণ আছে "সেই প্ৰেমত"।

মানুহৰ সম্পৰ্কবোৰৰ, মানুহে শুনা মুখৰোচক কথাবোৰৰ, প্ৰতিজন ব্যক্তিৰে অন্তৰাত্মাৰ যে ভিন্নমুখী ৰূপ আছে — সেই আবেদনে পাঠকৰ কাৰোবাক চুই গ'লে 'সেই প্ৰেম' লিখাৰ উদ্দেশ্য সাৰ্থক হ'ব।

কিবা এটা লিখাটো, বিশেষকৈ উপন্যাস এখন লিখা বৰ্তমান কবিপীয়ে কোৱাৰ দৰে 'একুৰা জুই বুকুৰ মাজত লৈ থকাৰ দৰে কথা'। ঠিক সন্তান প্ৰসৱৰ দৰে যন্ত্ৰণাদায়ক অথচ আনন্দদায়ক এক অনুভূতি। সকলো লেখকৰ দৰে ময়ো বিশ্বাস কৰো 'শক্তি থকালৈকে মানুহ থাকে, আশাৰ থকালৈকে জীৱন, প্ৰেম আৰু আশা থকালৈকে জীৱনৰ অৰ্থ থাকে.....।'

'সেই প্ৰেম'ত কম ভাবাত আমাৰ সমাজ, সাংবাদিকতা আৰু সমাজ ব্যৱস্থাৰ নগ্ন বিৱৰণ আছে।

অভিনয় আৰু কলাৰ জগতত থকা একান্ত আনুগত্য আৰু বিশ্বাসৰ সাহসেৰে পাঠকক ক'বলৈ বিচাৰিছো — 'সেই প্ৰেম' পঢ়ি নিশ্চয় বেয়া নাপাব। কাৰণ উপন্যাসখনত আছে চিৰন্তন প্ৰেম, শান্তি আৰু প্ৰগতিৰ সুৰ আৰু বাস্তৱৰ প্ৰতিফলন।

— আকাশীতৰা

# কৃতজ্ঞতা

বহুতো পৃষ্ঠা সাবটি লোৱাকৈ কৃতজ্ঞতা মোৰ বহুতলৈ......।

মোৰ কৃতজ্ঞতা সেই সকল পাঠকলৈ যিসকলে মোৰ অভিনয় আৰু মোৰ কলমৰ অনুৰাগী হৈ মোক চৰ্তহীন প্ৰেৰণা যোগাই আহিছে......

মোৰ আন্তৰিক কৃতজ্ঞতা মোৰ একমাত্ৰ ছোৱালী আটলাণ্টালৈ, মোৰ বান্ধৱী মাইনু লৈ যি মোৰ উপন্যাসৰ প্ৰথম পাঠক হৈছে।

মোৰ কৃতজ্ঞতা হৃদয়, মহানন্দ আৰু জীতামণিলৈ যাৰ সহায় নোহোৱা হ'লে 'সেই প্ৰেম' চপা হৈ প্ৰকাশ পোৱাৰ সম্ভাবনাই নাথাকিলহেঁতেন.........

মোৰ কৃতজ্ঞতা বাবুলৈ যাৰ সহায় নহ'লে শেষ মুহূৰ্ত্তত 'সেই প্ৰেমে' প্ৰকাশৰ পথ নেদেখিলেহেঁতেন........

মোৰ আজীৱন কৃতজ্ঞতা থাকিল মণিকূট প্ৰিন্টাৰ্ছৰ সকলোটিলৈ বিশেষকৈ ড° মুনীন্দ্ৰ দাস (টিটো দা), বৌ আৰু ছিয়ালৈ...

মোৰ কৃতজ্ঞতা, মোৰ মৰমৰ পাপা কমলা শইকীয়ালৈ যাৰ নীতি, আদৰ্শ আৰু মৰমেই মোক আজীৱন প্ৰেৰণা যোগাই আহিছে....

— আকাশীতৰা

"জীৱনত যন্ত্ৰণাও এক ধৰণৰ ৰহস্য

যি ৰহস্যই উত্তৰণৰ পথ দেখুৱাব পাৰে.

প্ৰেম এক ধৰণৰ যন্ত্ৰণাময় উপলব্ধি .

যাইহা—

প্ৰেম জীৱনৰ একমাত্ৰ সমস্যা হ'ব পাৰে।।"

— আকাশীতৰা —

চহৰত আই. এ পঢ়িবলৈ গৈ বৃটিছৰ গোলাম নহওঁ বুলি, তৃণমূল পৰ্য্যায়ৰ পৰা সমাজবাদ কৰিম বুলি গাঁৱলৈ ঘূৰি আহি কেৱল সমাজসেৱাকে জীৱনৰ একমাত্ৰ ব্ৰত কৰি লোৱা শ্ৰদ্ধাৰ ছাৰৰ নিঃস্বাৰ্থ সহায় ; যাৰ গুণত টাইটে, ছাৰে পতা স্কুলতে পঢ়া-শুনা কৰি আকৌ ছাৰৰ স্কুলতে মাষ্টৰীও কৰিছে। ছাৰেই চহৰৰ পৰা টাইটলৈ আনি দিয়া ঘড়ীটো গাঁৱৰ দ্বিতীয়টো হাতঘড়ী, এইটো পিন্ধাৰে পৰা টাইটক গাঁৱৰ ল'ৰা-বুঢ়া, বুঢ়ী-গাভৰু সকলোৱে জোকাবলৈ আৰম্ভ কৰিছে। টাইট মাষ্টৰক দেখিলে ম'হৰ পিঠিত জাক পাতি উঠি অহা গৰখীয়া ল'ৰাবোৰে জোকায় -

"টাইট মাষ্টৰৰ কি পাইট ;
গপত গংগাটোপ,
ফাটি যাব পাইট -
লাগিবি নেকি ফাইট।"

— এই টাইট মাষ্টৰেই হাতঘড়ীটোলৈ চাই চিঞৰি উঠিল।

: বাইজ ! ৰাতি বাৰটা বাজিল। সৌৱা দূৰত দিখৌৰ মাজত ছৈ দিয়া নাৱত লেমৰ পোহৰ দেখা গৈছে। উঠক, উঠক, উঠক, টোপনি-কালঘুমতিত পৰি থকাবোৰ উঠক ; বোলো আয়তীসকল , উৰুলি দিয়ক, উৰুলি দিয়ক - অই গেৰেলা ! বৰ্বৰ ! উঠ কানিয়া ; শুবলৈ ঠাই নাপালি, ঘোঁৰাৰ দৰে থিয়ৈ থিয়ৈ শুবহে পাৰ।

- মূৰত জাপি আৰু বোকাৰে লুতুৰি-পুতুৰি গেৰেলাক খেলা এটা মাৰি টাইট মাষ্টৰে আকৌ চিঞৰি উঠিল।

: ঐ ৰমলা, বৰ ফুটনি মাৰিছিলি নহয় : ছাৰৰ বিয়াত নাচিবি বুলি, এতিয়া ? চাম নহয় বাৰু কে...... ।

- চিৰিপ, চিৰিপকৈ দি থকা বৰষুণজাক এইবাৰ বাৰুকৈয়ে আহিল, একেবাৰে কলহৰ কাণে ঢলা বৰষুণ। কাৰো মাত কোনেও নুশুনে ; দিখৌৰ বুকুত মস্ত মস্ত বৰষুণৰ সোপাটি টোপাল!! ছৈ দিয়া প্ৰকাণ্ড নাওখন পাৰত লগাৰ লগে লগেই মূৰত বৰদৈয়া, সৰুদৈয়া জাপিবোৰ লৈ গাঁৱৰ মুনিহ-তিৰোতাবোৰ ওলাই আহিল। মধ্যউৰিত বৈ থকা শ শ মুনিহ-তিৰোতাক বাদ দি আন কিছুমানে ওচৰ-পাজৰৰ ঘৰবোৰত অপেক্ষা কৰি আছিল। ৰমলাই বৰপেৰাৰ পৰা সযতনে উলিয়াই পিন্ধা বুটা বচা বিহাখন মুগাৰ মেখেলাখনৰ কোঁচত খোচ মাৰি লৈ কঁকালত হাত দি গাবলৈ ধৰিলে -

: ঐ - গা হঁক ফুল, কেতেকী, বহিমলা, কেচেলি - গা হঁক ঐ ......

"বৰষুণৰ বতৰত.......
দৰা আমাৰ ধুনীয়া........!
কইনা তুমি আহিলা
দৰা আমাৰ ধুনীয়া....!
বাহি কম কৰিবা -

: ৰেৱতী মিচিং ছোৱালী, গকুলপুৰৰ পৰা নাতিদূৰত সৌখন মিচিং গাঁও, তায়েই মিচিং গাঁৱৰ একমাত্ৰ মেট্ৰিক পাছ কৰা ছোৱালী, গাঁৱৰ চাপৰত শাক-পাচলি কুটা, মাত্ৰ বাহি বন কৰাৰ বাহিৰেও ছাৰৰ উদ্‌গনিতে তাইৰ দৰে ভালেমান মিচিং মানুহে পঢ়িবলৈ লৈছিল। সিইতৰ মিচিং মানুহখিনিৰ বাবে ছাৰেই ভগৱান। ৰেৱতী পায়েগুৱেও মিচিং গাঁওখনত সকলোকে কৈ দিছে – গাঁৱত কিছুমানৰ স্বাৰ্থ সিদ্ধিৰ বাবে পতা আনখন জনজাতিৰ স্কুললৈ যাতে আৰু কোনো নাযায়, সকলোৰে চৈধ্য পুৰুষ ছাৰৰ স্কুলতে পঢ়িব, "ছাৰ এইটো এলেকাৰ গান্ধী মহাৰাজ" -

. .ৰেৱতী যোৱা তিনিদিন ধৰি এইখন গাঁৱতে, ছাৰৰ বিয়াৰ বাবে ঘৰ সৰা-মচাৰ সকলো দায়িত্ব লৈছে।

কেচেলিয়ে কোন ৰেৱকান্তৰ মহাজনৰ কথা কৈছে ৰেৱতীয়ে ধৰিব নোৱাৰিলে।

কেচেলিয়ে কিবা এটা ক'বলৈ গৈ মেলা মুখ মেলাতে ৰাখি ৰেৱতীক পুনৰ হেচুকি দিলে... .

: অই চা ... চা.... চা.. সেয়া কইনা নামিছে। ছৈ দিয়া নাৱৰ পৰা, ....উৱা....... একেবাৰে অকমানি ফুটীয়া দেও. .... মুখখন বৰ আজলিকৈ মৰম লগা ; ক্ষীণ-মীন! - এহেলৈ ছাৰে চাগে নাম একে বুলিয়েই বিয়াত বহিল। ছটিয়া ছটিয়া..... চাউল ছটিয়া..... অই..... কেচেলি আগলৈ আগবাঢ়ি গ'ল.....।

আয়তীসকলেও জাত জাত বিয়া নাম গাবলৈ ধৰিলে......

"দেহ ঐ - কিয়নো জন্মিলা,
দেহ ঐ - এইখন গাঁৱতে,
দেহ ঐ - ভোটা তৰা তুমি,
দেহ ঐ - আমাৰে গাঁৱৰে,
দেহ ঐ - আশীৰ্বাদ কৰিলো।"

দাং দোলাকৈ কোলাত লৈ কইনাক হৃষ্টপুষ্ট মানুহ এজনে মথাউৰিত নমাই দিলে - কইনাই ওৰণিখন ঠিক কৰি ল'লে। আয়তীবোৰে-একেলগে অৱকেসত উৰুলি উঠিল।

ইতিমধ্যে দৰা-কইনা একেলগে মথাউৰিয়েদি দৰাৰ ঘৰলৈ বুলি আগবাঢ়িল। মথাউৰিত বৈ কইনাই সকলোলৈকে চালে। কপাললৈ হাত দুখন নি সকলোৰে দেখাকৈ নমস্কাৰ এটা কৰিলে.... ..........।

❑❑ বিস্ময়ত কইনাৰ চকু বহল হৈ গ'ল। বাগানৰ বাংলোত, চাহবাগানৰ শাৰী শাৰী চাহপাতৰ মাজত ডাঙৰ হোৱা কইনাই বিয়া এখনত ইমান, মনুহৰ কথা কল্পনাই কৰিব নোৱাৰে। কি হয় এওঁ? ন-স্বামীলৈ ওৰণিৰ ফাকেদি লাহেকৈ চাই কইনাই ভাবিলে আকৌ. কোন হয় এওঁ! যাৰ লগত মই আজীৱন কটাবলৈ আহিছো? ......ৰাজকুমাৰতো নহয়! তেন্তে এই সমস্ত বাইজে এই দোপালপিটা ৰবৰুণ লেওচি কি আবেগত এওঁৰ বাবে বৈ আছে? এওঁ বাইজৰ মানুহ, বাইজৰ মানুহজন এতিয়া মোৰ মানুহজন হ'ল - মোৰ।

নিজৰ আশে পাশে থকা সৌখন মিচিং গাঁও
আগৰখন কৈৱৰ্ত্ত গাওঁ, ইপাৰে থকা
মুছলমান গাঁওখনত থকা সকলোৰেই মঙ্গলেই
আচলতে নিজৰ মঙ্গল।"

❑❑ ৰাতিপুৱাবলৈ চাগে আধা ঘণ্টা মানহে আছে। পূব আকাশ ধলফাট দিছেই, ছাৰৰ ঘৰত ন-কইনা, ন-দৰা চাবলৈ অহা মানুহৰ ভিৰ লাহে লাহে কমিছে। ঘৰা-ঘৰি গৈছে এটা দুটাকৈ মানুহ, দিনটো শুই ৰাতিৰ ভোজৰ বাবে সাজু হ'বলৈ আছেই, ......ভিৰৰ মাজত ভাগৰি যোৱা নাই ৰমলা, ৰেৱতী, আইকণ, তগৰ, কেৰপাই, ডম্বৰু আৰু টাইট মাষ্টৰ. .. ।

ছাৰৰ ঘৰৰ কোঠালি এটাৰ পৰা ন-কইনাৰ চেপা কান্দোন শুনা গ'ল - উ.... উ.... উ ...উ.......

ঃ আই ঐ দেহি! চহৰৰ ছোৱালী নহয়, মোমায়েক আৰু ভায়েক দুটা যাবগৈ দেখি ভয় খাইছে চাগে -হঠাৎ কৈ উঠিল আইকণে।

ঃ এহ্, ভয় খাব কিয়? আমিবোৰ কিবা ৰাক্ষসনে? গাঁৱৰ হঁলো বুলি? দেখা নাই চহৰৰ মানুহকেইটাৰ তুলনাত আমাৰ ছাৰক একেবাৰে ৰাজকুমাৰ যেন লাগিছিল। একেবাৰে ৰাজকুমাৰ, মুকুটটোহে বাকী। -ৰমলাই কৈ উঠিল।

এইবাৰ ৰেৱতীয়ে মাত লগালে -

ঃ ছাৰহে আৰু, কেৱলীয়া মাধৱ। শুনা নাই কদমী আৰু গৰৈমাৰীৰ তগৰ দত্তই বোলে ছাৰৰ মোহত বিয়াত নবহে বুলি প্ৰতিজ্ঞা কৰিছিল, লাভ নহ'ল।

ঃ ভবাটোও ভুল। ভবাটোও ভুল, ছাৰৰ কাৰণে দেশখনেই প্ৰেমিকা, আই মাতৃ ভাৰতী প্ৰেমিকা। আৰু চন্দ্ৰত কলংক থাকিলেও আমাৰ ছাৰ একেবাৰে কলংক নোহোৱা নিৰ্মল চৰিত্ৰৰ মানুহ।

ঃ ব'ল ব'ল ; ন-কইনাক চাওঁগৈ, ব'ল ব'ল। -ৰমলা, ৰেৱতীৰ মাজেদি সোমাই গ'ল কে'বাগৰাকীও ওৰণি লোৱা মহিলা - সকলোৱে জুপি জুপি পৰ্দাৰ ফাকেদি কইনাক চাবলৈ ধৰিলে।

ঃ ঐ ঐ, ঐ বা বা - অই - অলপ ন-কইনাই বিশ্ৰাম লওক। -টাইট মাষ্টৰে ৰমলা আৰু ৰেৱতীক মানুহবোৰ পঠিয়াই দিবলৈ ইঙ্গিত দিলে। গল হেকাৰি এটা মাৰি টাইট মাষ্টৰে ৰমলাৰ কাণে চালে।

ঃ ঐ ৰমলা, চাৰ্ত তামোল এখন আনচোন। বাবে বাবে চিঞৰি চিঞৰি গলা একেবাৰে শুকাই গৈছে।

- ৰমলাই তামোলৰ বটাটো আনি টাইট মাষ্টৰৰ হাতত দিয়ে।

ঃ হোঃ দ, একেবাৰে কেৱলীয়া মাধৱ ভাই! এইবাৰ কিন্তু তোৰ পাল বুজাইটি, তোৰ বিয়াত কিন্তু খাই.......

ঃ বহ্ ঔ, বিয়া-চিয়া পতাত নাই মই ; পাব নহয় ছাৰে মজা! চাওঁচোন সিংহৰ ভিতিত

কোনে টিলিঙা আঁৰে। আৰু এই শুন, কালিলৈৰ পৰা তই কইনা নবৌৰ আলধৰা হৈ থাকিবি। সাঁতুৰিব নজনা ছোৱালী নহয়, বাৰীৰ পিছফালে গা-ধোৱা ঘৰত পানী যতনাই দিবি. চহৰৰ ছোৱালী নহয়, ক'ত কি কষ্ট পায় চাবি   আৰু শুন - এই তোৰ পেকপেকনিটো কমাবি। -একে লেঠাৰিয়ে কথাখিনি কৈ টাইট মাষ্টৰ বাৰান্দাৰ বেঞ্চখনত বহি পৰিল।

: হ'ব যা   পেক্ পেক্ নকৰো বাৰু। ছাৰৰ কাৰণে মই চব কৰিব পাৰো। প্ৰাণটোও দিব পাৰো।   .যোবাবাৰ হাইজাত মৰিবলৈ ওলোৱা পিতাই-বৌটি দুয়োটাকে ছাৰে চহৰৰ হস্পিতাললৈ নি বচাইছে।... হ'ব বাৰু। কথা কমকৈ কম। শান্তি মঞ্জুৰ। -ৰমলাই কথাখিনি কৈয়েই ঘৰলৈ যাবলৈ উঠিল।

: যা যা - যা অ'! -দীঘলকৈ হামি এটা মাৰি বেঞ্চখনতে হাত-ভৰি মেলি টাইট তলকা মাৰি থাকিল। ৰাতিৰ ভোজটোৰ কাৰণে খাহি-মাছ-চাউল   দৈ-চিৰা

– হিচাপ কৰিলে হাতৰ আঙুলিত টাইটে।

– মানুহ জানো কম? ঘৰে পতি বাৰটা-পোন্ধৰটাকে মানুহ। দদায়েক, বৰদেউতাক, দেউতাকৰ এমখা ল'-ছালী, অৱশ্যে বুঢ়া-বুঢ়ীবোৰে বৰ বেছি খাব নোৱাৰে বাবে চিন্তা নাই আকৌ ওচৰৰ গাঁওবোৰৰ পৰাও আলহী আহিব, শুনিছোঁ চহৰৰ পৰা বোলে গান্ধী মহাৰাজৰ শিষ্যবোৰো আহিব, নামী মানুহ ; শুনা মতে জয়প্ৰকাশ নাৰায়ণৰ পিতাও আহিব

- হওক তেওঁ। ছাৰৰ বিয়াখন টাইটেই পাতিলো দেও   এককথাৰ সন্তুষ্টিৰে টাইটৰ বুকু ভৰি গ'ল।

গান্ধী মহাৰাজৰ কংগ্ৰেছ পাৰ্টিত যোগদান দি মন্ত্ৰী-বিষয়াবাৰ নৌলৈ, জয়প্ৰকাশ নাৰায়ণ, ৰাম মোহন লোহিয়াৰ সৈতে সমাজবাদী ছচিয়েলিষ্টত যোগ দি ছাৰ কস্মিন কালেও মন্ত্ৰী হ'ব নোৱাৰে নে পাৰিব সেয়া বৰ বেছি গকুলপুৰৰ বাইজে ভু ভা নাপায়, কিন্তু ছাৰে বিয়া পতাটোৱেই ডাঙৰ কথা। শুনা মতে, জয়প্ৰকাশ নাৰায়ণৰ 'জীৱনসংগী'ৰ দৰে ছাৰেও বোলে সমাজৰ বাবে ব্যক্তিগত জীৱন ত্যাগ কৰিলো বুলি প্ৰতিজ্ঞাই কৰিছিল  এদাৰহে কথাৰ ছলতে টাইট মাষ্টৰক ছাৰে কৈছিল -

: বুজিছ টাইট, মোৰ বাবে ভু-ভাৰতত ছোৱালী ওলোৱাই নাই। কোন থাকিব বাইজৰ কাম কৰি ফুৰা এই বেদুইনটোৰ লগত।

টাইট মাষ্টৰে অলপ মনসাহ গোটাই হয়ভৰ দিদি কৈছিল

: যোলো ছাৰ - "কপাটোলেও কাপীজনী আৰু লেঙেৰাটোৰে লেঙেৰীজনী থাকে, আপোনাৰ দৰে এই সুপুৰুষলৈনো ছোৱালী এজনী কৰা নাইনে প্ৰভু-ঈশ্বৰে"? যোলো কাটিলেও কাটক, মাৰিলেও মাৰক - ছাৰ কেনে ছোৱালী আপোনাৰ পছন্দৰ হ'ব কওক?

.... ছাৰ, পৰেমাৰীৰ ফালে গান্ধী মহাৰাজৰ কাম কৰি ফুৰা ছোৱালী এজনী আছে। ছাৰ - নাম তপন দত্ত। এবাৰ আপোনাক কোনোবা সভাত বক্তৃতা দি থাকোঁতে দেখি তাই বোলে তীব্ৰ প্ৰতিজ্ঞা কৰিছে - ছাৰক পতিৰূপে নাপালে পাৰ্বতীৰ দৰে বোলে তাই তপস্যাত বহিব। ছাৰ গাঁওখনত মেট্ৰিক পাছ আৰু চাইকেল চলোৱা তাবেই একমাত্ৰ ছোৱালী।

- এইবাৰ অলপ গা লৰাই বহিল ছাৰ। টাইটৰ মুখলৈ সামান্য ঘোপাকৈ চাওঁতে টাইটে জোৰেৰে চকু দুটা মুদি দিলে - কি ঠিক ছাৰৰ হাতৰ চৰটো খাই চকু দুটা সুলকিও পৰিব পাৰে!

- ছাৰৰ প্ৰকাণ্ড হাতৰ চৰ এটা!

- ভাওনাৰ বকাসুৰৰ হাতৰ এটা চৰ!!

- কল্পনা কৰি টাইট ভিতৰি কঁপি উঠিল, গহীনকৈ এইবাৰ ছাৰে আৰম্ভ কৰিলে.....

ঃ সাংঘাতিক তেন্তে, কি ক'লি? তগৰ দত্ত! -হোঁ হোৱাই হাঁহি উঠিল তেওঁ।

- ছাৰে হাঁহিছে! বাৰিবা বতৰৰ সূৰ্য্য ওলোৱাৰ দৰে ছাৰৰ হাঁহিও আপুৰুগীয়া ; অনবৰত কঠোৰ মুখখনত হাঁহি! এইয়া ছাৰ....! টাইট মাষ্টৰেও ছাৰৰ লগত হাঁহিত উজান দিলে....।

- হেঃ . হেঃ.... হেঃ.... হেঃ.......

ঃ এহ্ এহ্ ছাৰ..... হয়, তগৰ দত্ত, ছাৰ!

ঃ শুন টাইট... মই বিয়াত বহিম। -ছাৰে হাঁহি সামৰি এইবাৰ গহীনকৈ ক'লে।.

ঃ কি....ই....ই ছাৰ। -টাইট একেজাঁপে বহাৰ পৰা উঠিল।

ঃ অঁ, যদিহে মোৰ নামৰ একে ছোৱালী এজনী চাই দিব পাৰ। কাণী, কুঁজী হ'লেও বিয়া কৰাম। -ছাৰে ক'লে।

ঃ ছাৰ। (সঁচানে?) সুধিম বুলিও নুসুধিলে টাইটে। সেইটো আৰু সুধিব লগা কথানে?

ছাৰৰ প্ৰতিটো কথাই শিলৰ ৰেখা। ভীষ্ম প্ৰতিজ্ঞা। পৃথিৱী লৰিলেও ছাৰৰ মুখৰ পৰা ওলোৱা কথাৰ লৰচৰ নহয়। সেই বুলিলৈ মৰা শৰ পাতৰ দৰে চিধা। সেয়েহে চাৰ আমাৰ আৰাধ্য দেৱতা! আৰু সেই কাৰণেই ছাৰৰ চৰকাৰৰ লগত সময়ে সময়ে ৰণ - হেইদৈ-হেইচো ৰচী টনাৰ দৰে।

ঃ "কেতিয়াবা ছাৰ - এমূৰত

ঃ কেতিয়াবা চৰকাৰ - সিমূৰত"

ঃ ছাৰ। -টাইট এইবাৰ বাবনৈ ওলাল।

ঃ এই ভু-ভাৰতত ছাৰ আপোনাৰ কাৰণে ছোৱালী এজনী উলিওৱা একো টান কাম নহ'ব। আপোনাৰ নামৰ ছোৱালী পাই যাম ছাৰ। কালিলৈ মই আৰু ফুললৈ নাযাওঁগে ; আমাৰ গাঁৱৰ কপলবাক দৈ পৰুৱৰ্তীৰ বিলাস ঘটকালিৰ ওচৰলৈকে যাম, শুনিছো বিলাস ঘটকালিয়ে বোলে এতিয়ালৈকে দুশতকৈ অধিকাৰ বাহি-জোৰা মিলাইছে - ছাৰ মই উঠিলোহে।

- যাই লাং ! থাকে লাং!

- যাই লাং! থাকে লাং! -ছাৰ, ছোৱালী উলিয়ামেই, পাতাল খান্দি হ'লেও......

..... আৰু বিলাস ঘটকালিয়ে বাচি উলিওৱা ছোৱালীজনীয়েই ঘটকালিৰ ভাগিনীয়েক বেৱকান্ত বৰুৱা পৰিয়ালৰ...............।

....... ঃ এহ্ বাম, এই ভু-ভাৰতৰ কথাবোৰ ভাবি থাকোতে পোহৰেই হ'ল। -হাতঘড়ীটোলৈ চাই টাইট উচাপ খাই উঠিল।

ঃ আও, এইটোত দেখোন দুটাই বাজি আছে অ'। এহ্, বৰষুণ পানীত তিতি ঘড়ীটো চাগে বেয়া হ'ল। এতিয়া বা কাপেকে ; চহৰলৈ, ভাল কৰিবলৈ নিব লাগিব।

ঃ ঘড়ী থকা মানুহ গাঁৱত দুটাই এটা হৈছে ছাৰ আৰু আনটো ছাৰৰ হনুমান, 'টাইট'।

ঃ ছাৰৰ ঘড়ীত কেইটা বাজিলে বুলি সোধা নৱমনিচ এইখন গাঁৱত নোলাব, হুওঁতেনো টাইটৰ ঘড়ীটো লৈ কম টনা-আজোৰানে? তথাপি ছাৰৰ মুখলৈ চাই কথা ক'ব পৰা মানুহ এই টাইট - টাইটেই একমাত্ৰ।

...গৰ্বত টাইটৰ বুকুৰ ভৰণ সাত ইঞ্চিমান হ'ল।

....ছাৰৰ চকুত চকু থৈ কথা ক'ব পৰা আৰু এগৰাকী বাঢ়িল। টাইটে ভাবিলে।

মানে এই ন-কইনা !

মানে এই চহৰৰ ছোৱালী !

মানে এই চহৰৰ স্কুলৰ মাষ্টৰণী !

মানে এই বেৰেকাত্ত মহাজনৰ ভতিজী !

ঃ এহেঁলে টাইটৰ পাইট নহয়। ন-কইনাৰ পাইট হ'ব। পিছে সিংহক জানো বশ কৰিব পাৰি? নোৱাৰি! নোৱাৰি! সিংহ বনৰ ৰজা। ছাৰেহে কৰাইছে খিয়া – টাইট একেজাপে বহাৰ পৰা উঠিল। ৰাতিপুৱাৰ সূৰ্য্যৰ কিৰণে টাইটৰ চকু দুটা মাৰি ধৰিলে। ইমান নেৰানেপেৰা বৰষুণৰ পাছত এয়া দেখোন সূৰ্য্যৰ পোহৰ সূৰ্য্যলৈ চাই হাতযোৰ কৰি টাইটে খিৰ্খিৰাই নিজেই কৈ উঠিল...

"ৰাতিৰ ভোজটো সুকলমে হৈ যাবলৈ

আশীৰ্বাদ দিয়া সূৰ্য্য দেৱতা!

ওম, সূৰ্য্যয়ে নমঃ

সূৰ্য্যৰ পোহৰে ছাৰৰ নতুন ঘৰটোও স্পৰ্শ কৰিলে। কোঠাৰ এচুকত মুৰত গুৰণিৰে জাপ খাই থকা চকুদুটা মেলি ন-কইনাই কাণ পাতি শুনিলে.

"হেই - হৰত - হৰত -

হেই - হৰত - হৰত"

গৰখীয়াৰ গৰু খেদোৱাৰ শব্দ,

চৰাই-চিৰিকটিৰ চি-চিৰনি

আৰু কাষতে থকা দিখৌজনৰ পানীৰ কলকলনি।

ঃ ওম সূৰ্য্যায় নমঃ ...

ঃ কইনাই খিৰিকিৰ জলঙাৰে দেখা সূৰ্য্যটোলৈ চাই দুই হাতযোৰ কৰি প্ৰণাম এটা কৰিলে।

❏ ❏ ❏

# সপোনত সপোন

এমাহ, দুমাহ, তিনিমাহ। চাৰিমাহ হ'বলৈ আৰু মাত্ৰ পাঁচ টা দিন বাকী। বিয়াৰ বাবে নতুনকৈ চূণ কাম কৰা ঘৰটোত একধৰণৰ বিয়া বিয়া ভাব এটা এতিয়াও লাগি আছে, দুৱাৰৰ গাঁঠনিয়ে গাঁঠনিয়ে লাগি আছে মৰহি যোৱা শুকান আমপাত, মৰহি যোৱা আমপাত শুকান হৈ গ'লেও বোলে গুচাব নাপায়। তাতে বোলে বিয়াৰ দৰে শুভকামত হ'লে আৰু বেছিকৈ গুচাব নাপায়। দুপৰীয়াৰ গাঁৱৰ সময়বোৰ আচৰিত ধৰণেৰে নিস্তব্ধ সময়। গৰখীয়াবোৰ পথাৰত হালে বাই বাই ক্লান্ত হৈ পথাৰৰ কাষৰ আঁহত বা বটগছৰ তলত কন্তেক জিৰাই লয়, দিনটো পুৱাৰে পৰা গেবাৰি খাটি খকা গাঁৱৰ ঘৰৰ গৃহস্থনীয়ে অলপমান জিৰণি লয়, আৰু বয়সে হাওলাই পেলোৱা বয়স্কসকলে এবাগৰ দিয়ে।

নিস্তব্ধ দুপৰীয়াৰ স্তব্ধতাক সজীৱ কৰি ৰাখিছে ছাৰৰ তিনিকোঠলীয়া ঘৰটোৱে..... নতুনকৈ প্ৰেমত পৰা আৰু নতুনকৈ বিবাহ হোৱা মানুহৰ মুখলৈ চাই এনে ভাব হয় যেন পৃথিৱীত তেওঁলোকতকৈ সুখী আৰু সন্তুষ্ট কোনো হ'বই নোৱাৰে। যথাৰ্থতে এনেকুৱাই হয় - এনেকুৱাই হৈছিল দিখৌৰ পাৰৰ ছাৰৰ সক ঘৰটোতো ..... ন-দৰাৰ বহল বুকুখনত কেংগেৰুৰ দৰে সোমাই আছিল ন-কইনা।

ইমান মৰম বাৰু পৃথিৱীৰ ক'ৰবাত আছেনে? ইমান মৰম? ন-কইনাৰ গাৰ পৰা কেঁচা মাহ-হালধিৰ গোন্ধটো তেতিয়াও মাৰ যোৱা নাছিল, কঁকাললৈকে বৈ পৰা সাপৰ ফনাৰ দৰে ফিচকিচিয়া ক'লা চুলিখিনিৰ মাজেদি হাত বুলাই বুলাই ন-দৰা তৃপ্তিত, আমেজত আপোনাপাহৰা হৈছিল...... ইমান মৰম বাৰু পৃথিৱীত থাকেনে? ন-দৰায়ো ভাবিছিল এবাৰ।

: টোপনি গ'লা নেকি? জুৰি? মোৰ জানজনী?

: নাই, নাই যোৱা। - ন-কইনাই লাহেকৈ কৈছিল।

: তুমি বাৰু হেম বৰুৱাৰ 'কিউপিড-চাইকী'খন পঢ়িছানে?

: নাই, নাই পঢ়া। - ন-কইনাই ক'লে।

: মই আনি দিম, আৰু এইবাৰ নোবেল পাইছে এজন অখ্যাত ক'লা চামৰ লোকে, সাহিত্যৰ বাবে, সেইখন আমি দিল্লীৰ এজেণ্টৰ জৰিয়তে আমেৰিকাৰ পৰা বিচাৰিছোঁ। সেইখনো পঢ়িবা জানজনী! -আবেগত আৰু গুচৰলৈ কাষ চপাই ল'লে ন-কইনাক, ন-দৰাই। ....ন-কইনাক জোৰেৰে বুকুৰ মাজত সাৱটি ন-দৰাই কৈ গ'ল -

: এসপ্তাহৰ পাছতেই সাহিত্য সভা আৰম্ভ হ'ব। এইবাৰ সভা হ'ব ডিব্ৰুগড়ত, মই তুমি ভালপোৱা আটাইবোৰ কিতাপেই লৈ আনিম। - ন-কইনাৰ কপালত কোমলকৈ চুমা এটা খালে ন-দৰাই। তাৰ পাছত ন-কইনাৰ কোমল ওঁঠত... বাগৰি গ'ল চুমা, ন-কইনাৰ কপাহ

কোমল বুকুখনলৈ ... ... .

আমেজ আৰু প্ৰেমৰ স্পৰ্শত ন-কইনা আপোনপাহৰা হ'ল    এইয়া, এইয়াই স্পৰ্শ। এইয়া, এইয়াই স্বৰ্গ! ন-দৰাৰ গাৰ ওপৰেদি এইবাৰ স্বয়ংক্ৰিয়কৈ ন-কইনাৰ কোমল হাতখন বাগৰি গ'ল.. ... .

ঃ আহ্.... মুখেদি এটা অস্ফুট শব্দ বাহিৰ হ'ল, দুয়োৰে মুখেদি   কন্তেক নীৰৱতা। নীৰৱতাই গুণগুণাই কৈ গ'ল -

মোক আমনি নিদিবা -

মই এতিয়া স্পৰ্শৰে কথা কৈছো

মই এতিয়া অনুভৱ হৈছো..

চকু দুটা সামান্যকৈ মেলি ন-কইনাই ন-দৰাৰ নগ্ন বুকুখনৰ মাজৰপৰা সামান্য নিজকে আঁতৰাই নিখুঁতকৈ চাই গ'ল স্বামীক, চকু মুদি থকা ন-দৰাই গম নোপোৱাকৈ

এই গোট গোট ডাৰিকেইটা,

এই ধুনীয়া মুখখন,

এই ধুনীয়া চুলিকোছা

এই ধুনীয়া মাতটো.

আৰু আটাইতকৈ ধুনীয়া এই মানুহজনৰ অন্তৰখন   এই চাৰিমাহে, জীৱনৰ আটাইকেইপদ আকাংক্ষা কৰা সম্পদেই পাইছো মই।  ন-কইনাই ভাবিলে এবাৰ    কি পুণ্যৰ বলত পাইছো, মোৰ সপোনেও চুকি নোপোৱা মানুহজন? কেৱল ভাল কথা কয়। মানুহৰ কথা! কিতাপৰ কথা! স্বাধীনতাৰ কথা, সমাজবাদৰ কথা, প্ৰেমৰ কথা ..। ক'তো খুঁত নাই মানুহজনৰ। বিজুলীৰ চাদৰখনৰ দৰে, বগলী পাখিৰ দৰে বগা . মই মাইকী মানুহ বুলি কোনো ধৰণৰ আভুৱাঁ ভাৱ নাই! ইমান ভাল মানুহ বাৰু সকলো ঠাইতে থাকেনে? মই কিবা দুখ পাম বুলি চিন্তা। গা-ধোৱা ঘৰলৈ পানী নিজেই কঢ়িয়াই দি আহেগৈ। কিন্তু মানুহে ইমান ভয় কৰে কিয় তেওঁক? ইমান মৰম, আৰু ইমান ওচৰৰ পৰা ইমান সুন্দৰকৈ চাগে কাকো তেওঁ নিচিনা নাই সেইবাবে

নিজৰ প্ৰশ্নবোৰৰ নিজেই উত্তৰ দি হঠাৎ ন-কইনাৰ বুকুখন হাহাকাৰ কৰি উঠিল। গাৰ মাহ হালধিৰ গোন্ধটো যোৱাই নাই, সাহিত্যসভালৈ যাব এওঁ। মোৰ দেৱতাই মোক এৰি যাব। কিমান দিনৰ বাবে? এক, দুই, তিনি নে.. তাতকৈ বেছি? আৰু এই নাট পথ নথকা গাঁওখনত মই কি কৰিম? দিনত বাৰু ননদ'বা আৰু বমলা থাকিব লাচনি-পাচনিৰ বাবে, কিন্তু ৰাতিটো। ৰাতিটো কাৰ বুকুত সোমাই থাকিম বাৰু? হাহাকাৰ কৰি উঠিল ন-কইনা।

ঃ মই, মই ক'ত থাকিম? মোৰ ভয় লাগে। -মুখৰ পৰা অকস্মাৎ ওলাই অহা কথাকেইটাত নিজেই হতবাক হ'ল ন-কইনা।

ঃ হো.... কিহৰ ভয় মই থাকোতে? ন-দৰাই এইবাৰ কইনাৰ হাতখন নিজৰ হাত দুখনৰ মাজত লৈ ক'লে -

ঃ কি হ'ল জুৰি? কি হ'ল জান? কি হ'ল মোৰ কলিজা তোমাৰ?

ঃ নাইতো, একো হোৱা নাই। কিন্তু আপুনি মোক এৰি গ'লে হ'ব - কেনে কিবাকিবি হ'ব!

ন-কইনাই মুখটো ইমূৰ কৰি ঘূৰাই অভিমানত কৈ উঠিল। কৈ থাকোতে তেওঁৰ চকুটো চলচলিয়াত হৈ গ'ল, ওঁঠ দুটা সামান্য কঁপি উঠিল। অতি আবদাৰত এনেকুৱাই হয়, কথাবোৰে বাট হেৰুৱায়, পকৱাই পায় চাগে কথাৰ বহঘৰাত।

ঃ ক'লৈকো নাযাওঁ কলিজা! সাহিত্য সভালৈহে যাম! আৰু সৌ মোনাটোত এসোপা কিতাপ ভৰাই আনিম তোমালৈ। আৰু........

ঃ আৰু..... আৰু কালৈ? -একধৰণৰ ঈৰ্ষাত জ্বলি-পুৰি দেই গ'ল ন-কইনা।

ঃ গাঁৱৰ এই গাভৰুবোৰ.....! খালি ছাৰ! ছাৰ! ছাৰ! -আৰু নিজৰ ঈৰ্ষাবোৰতো দেখুৱাব নোৱাৰি ভালকৈ.....

ঃ আৰু মইনাজনীৰ বাবে?

ঃ কোন মইনা? কোন মইনা?

ঃ কোন মইনা আৰু - তোমাৰ পেটৰ ভিতৰত শুই থকা, এমহীয়া মোৰ দেহীজনীলৈ। - ন-কইনাৰ পেটটোত হাত ফুৰাই, এইবাৰ ন-দৰাই পেটটোত চুমা এটা খাই দিলে।

ঃ এইটো চুমা মোৰ দেহীজনীলৈ। বেচেৰীয়ে নহ'লে ভাবিব, মৰমৰ সিংহভাগ মই মাকজনীকহে দিছো।

ঃ আৰু দেখোন আঠ মাহ আছেই। -ন-দৰাৰ চুলিখিনিত হাত বুলাই কৈ গ'ল কইনাই।

ঃ চকুৰে চাই থাকোতেই গুচি যাব এই আঠটা মাহ। মোৰ মাজনীয়ে তোমাৰ পেটতেই আৰম্ভ কৰিব পঢ়া-শুনা, ডাঙৰ মানুহ হ'বলৈ; নাজানা? - অভিমন্যুৱে বোলে বেহুত সোমোৱা মন্ত্ৰটো মাকৰ পেটতেই শিকিছিল।

ঃ আৰু বেহুৰ পৰা ওলোৱা মন্ত্ৰটো পৃথিৱীলৈ আহি নুশুনিলে। - ন-কইনাই হাঁহি হাঁহি ক'লে- "আৰু এই কিতাপবোৰ তেন্তে মইনাৰ কাৰণেহে? মোৰ কাৰণে নহয়?"

ঃ দেখিছা, এইজনীৰ খং আৰু অভিমান। এই দুটা কিন্তু পেটত থকা মইনাক নিশিকাবা! তাই বাৰু দেখিবলৈ মোৰ দৰে হ'বনে? নে তোমাৰ দৰে.... পুতুকী, চুটি-চাপৰ?

ঃ কি হ'ব বাৰু? কেনেকুৱা হ'ব তাই?

ঃ কি তাই - তাই? ল'ৰাওতো হ'ব পাৰে।

ঃ নহয়, ছোৱালী।

ঃ নহয়, ল'ৰা।

ঃ নহয়, ছোৱালী।

ঃ নহয় ল'ৰা, ল'ৰা, ল'ৰা।

ঃ নহয় ছোৱালী, মোৰ দেহীজনী, মোৰ ভগৱানে এই অনন্তকালৰ সন্যাসীৰ কথাই শুনিব - ন-দৰাই এইবাৰ বিছনাৰ পৰা উঠি বহিল, বিছনাতে।

ঃ ওঁহো, ভগৱানে মোৰ কথা শুনিব, মোক আপোনাৰ দৰে সুন্দৰ ল'ৰা এটা লাগে।

ঃ প্ৰথমবাৰ ছোৱালী। মোৰ লখিমীজনীক আদৰি লোৱা!

ঃ ওঁহো, ইমান ন দি ক'ব নোৱাৰে দেই.....

ঃ ল'ৰা।

: ছোবালী।

: ল'ৰা।

: ছোবালী ..

- কৃষ্ণ ... কৃষ্ণ  কৃষ্ণ . গলহৈকাৰি মাৰি বাহিৰত কোনোবাই চিঞৰি উঠিল।

: সেয়া টাইট চাগে? ওচৰত থকা লুঙিখন সাউতকৈ কঁকালত মেৰিয়াই লৈ ন-কন্যা উঠিবলৈ লৈ আকৌ বিছনাত বহি পৰিল, ন-কইনাৰ দীঘল চুলিখিনি। দুডালমান লবালবিতে আঙঠিটোত লাগি ধৰিছে। লাহেকৈ চুলিখিনি আঁতৰাই তেওঁ বিছনাৰ পৰা নামিল।

: কৃষ্ণ . কৃষ্ণ.. । গুলহেকোৰি মাৰি টাইটে হাতঘড়ীটোলৈ চালে . ছেঃ, অসময়ত আহিলো নেকি বাৰু? নিজকে সুধিলে টাইটে জানো পাই, বিয়া পাতিলেহে গম পাম সময় কি? অসময় কি?  .চৰাঘৰলৈ সোমাই আহি কাঠৰ প্ৰকাণ্ড চকীখনত বহি টাইটক বহিবলৈ ইংগিত দি ন-দৰাই সুধিলে -

: কি হ'ল অ' টাইট? অসময়ত?

: ছেঃ অসময়ত? (মনৰ ভিতৰত টাইটে ক'লে) ছাৰ, ২৭ তাৰিখে আমি মুঠ সাত জন যাবলৈ ওলাইছো ছাৰ। সাহিত্য সভাত শুনামতে আলহীঘৰ আছেই। বেডিং পত্ৰ বান্ধিব লাগিব নেকি? তাকেহে সুধি যাওঁ বুলি আহিলো। আৰু ছাৰ, আপোনাৰ বাবে .. আমাৰ স্কুলৰ বাবে কি কিতাপ-পত্ৰ আনিম.... তাকো ছাৰ জনা হ'লে ভাল আছিল।

: টাইট, মোৰ সৈতে আঠজন হ'ল, বেডিং-পত্ৰ লৈ লোৱা ভাল লগত। মাটিয়ে-বালিয়ে শুব নোৱাৰি নহয়। বেমাৰ-আজাৰ হ'ব। আৰু গ'লে এদিন আগতে পোৱাকৈ গ'লে ভাল হ'ব। মিটিংখন ভালকৈ শুনিবলৈ পাম।

: হেৰা, হে ... চাহ একাপ

: নালাগে ছাৰ। (অসময়ত) উঠোহে ছাৰ  ! -টাইট খপজপকৈ উঠি গ'ল।

ন-কইনাই কাপোৰযোৰ ভালকৈ পিন্ধি মুখ হাত ধুই ইতিমধ্যে পাকঘৰত সোমাইছিলেই, চাহ দুকাপ বনাবৰ বাবে। সামান্য অশান্তিৰ ছাপো মুখত স্পষ্ট।

- এই নিৰিবিলি মুহূৰ্তকেইটাই জীৱনৰ আকাংক্ষিত মুহূৰ্ত! আতো মানুহৰ প্ৰতাপ!

বুজিছা জানজনী, সাহিত্যসভালৈ যোৱাৰ আগতে তোমাক মাৰাৰ ঘৰত থৈ আহিমগৈ, মাৰাই, ভায়েৰা-ভনীয়েৰাই আলপৈচান ধৰিব, অৱশ্যে মোতকৈ বেছিকৈ নহয় দেই!

আলপৈচান?— বিদ্ৰূপৰ হাঁহি এটা খেলি গ'ল ন কইনাৰ মুখত, লগতে এটা হুমুনিয়াহ, আলপৈচান? তাকো মোৰ মায়ে? মোৰ বাজবালী মাহে আলপৈচান ধৰিব? মোৰ একপাল বাই-ভনীয়ে? কেঁকোৰাই দুকু খুলি খুলি খোৱাৰ দৰে সিহঁতে কেৱল মোলপৰা ল'ৰাকেকে পিন্ধিলে, — লেউতা চুকোৰাৰ পাছত গোটেই ঘৰখনৰে দায়িত্ব ল'লো মই আৰু ভাতকনাতে — তাৰ মাজতো মাৰ গালিবোৰ আছেই,— বগানৰ মেজেজাকজনীৰ মেজাজি গালিবোৰ। আৰু কথা? কথানো কবলৈ সময় পাওঁ ক'ত'— স্কুলৰ ল'ৰা ছোৱালীবোৰক পঢ়ুওৱা, পাঠবোৰেই কথা .

"পৃথিৱীখন ঘূৰণীয়া,

পৃথিৱীৰ গতি দুটা—
এটা আহ্নিক গতি, এটা বাৰ্ষিক গতি"
আৰু
"সালোক সংশ্লেষণেৰে গছৰ পাতে
নিজৰ আহাৰ তৈয়াৰ কৰে"

- কথা এইবোৰেই আছিল। আচল কথাবোৰ মই এতিয়া পাতিছো,— জীৱনৰ আপুৰুগীয়া কথাবোৰ, আপুৰুগীয়া মুহূৰ্তবোৰ এতিয়া দেখিছো– জীৱন মোৰ আৰম্ভ হৈছেহে। প্ৰেমময় জীৱন, সুঠাম বাহুৰ মাজৰ নিৰাপদ জীৱন, জীৱনত কেৱল মৰম বিচাৰিয়েই প্ৰাৰ্থনা কৰিছিলো গোঁসাই ঈশ্বৰক আৰু এতিয়া— এইজনা প্ৰেমময় বিশ্বকৰ্মা মোৰ স্বামী,— এওঁক এৰি থাকিলে হ'ব জানো শান্তি আৰু মোক চাবলৈ যোৱাৰ দিনাই মানুহজনে কৈছিল--

"এই যে মানুহটো দেখিছা? ডগুৰা মানুহ, মোৰ ঘৰখনত কিতাপৰ বাহিৰে একোৱেই নাপাবা!"

নালাগেও! বেছিকৈ! স্বতঃ-স্ফুৰ্তকৈ নকইনাৰ মুখেদি ওলাই গ'ল, নালাগে মোক আৰু একো নালাগে, মই ৰাজৰাণীৰ সপোন দেখাও নাই,— আপুনি থাকিব, মই থাকিম। মৰম থাকিব, নিজৰ এখন ঘৰ থাকিব, মোৰ সাঁচি থোৱা মৰমবোৰ অন্তৰৰ গড়া ভাঙি বৈ যাব; মোৰ অতীতবোৰ, মাৰ কেতেৰা গালিবোৰ টিলিকিতে পাহৰি যাম। মোৰ সপোনৰ নায়ক! সপোনৰ নায়ক? ওহো, মোৰ সপোনৰ নায়কজনতকৈ আপুনি বেছি ধুনীয়া, বেছি ভাল, বেছি জ্ঞানী।

মোক এখন ঘৰ লাগে, নিজৰ ঘৰ, নিজৰ কৰি মানুহজন আৰু - আহ্ মুৰটোও দেখোন ঘূৰাই গৈছে। পেটটোত সামান্য হাত দি ন-কইনাই অনুভৱ কৰিলে পেটৰ ভিতৰত বাঢ়িব ধৰা এমইীয়া ভ্ৰূণটো, মোৰ মাজনী। ওঁ মোৰ মাজনী; এখেতে কৈছে যেতিয়া খাটাং ছোৱালীয়েই হ'ব। মানুহজনৰ কথাবোৰ অদ্ভুত ধৰণৰ সঁচা, মানুহবোৰৰ মুখবোৰো কিতাপৰ দৰে পঢ়ি দিব পাৰে।

বহুবোৰ কথা একেলগে ভাবিলে ন-কইনাই।

কি হ'ল, আজি নাযাওঁ মহয় মোৰ সোণগুটি ডোখৰ, থৈ আহিমগৈ তোমাৰ মাৰ ঘৰত, দেহীজনী জন্ম নোহোৱালৈকে তাতেই থাকিবা, মোলৈ চিঠি লিখিবা। কোৱা, লিখিবা? ইমান দিনে বাইজ আছিল মোৰ পৰিয়াল। এতিয়া তুমিয়েই মোৰ সকলো। কোৱা, চিঠি লিখিবা? সদায়। সদায়? ডাকোৱালটোক মই চাই ৰ'ম— কোৱা, ওঁ।

ঃ ওঁ?

ঃ ওঁ।

ঃ সদায়?

ঃ ওঁ সদায়,

আৰু খংটো কমাবা, নহ'লে মোৰ দেহীজনী তোমাৰ পেটতে সাংঘাটিক খঙাল হৈ উঠিব, আমি পিছলৈ চম্ভালিব নোৱাৰিম।

একো নামাতিলে ন-কইনাই; এইবাৰ ন-কইনাৰ চকুৰে ধাৰাসাৰ চকুপানী বৰলৈ ধৰিলে, অনন্তকাল নোবোৱা চকুপানী! হাঁহাকাৰ বুকুৰ চকুপানী!

কেনেকৈ এৰি থাকিম এই মানুহজনক?

কেনেকৈ নুশুনি থাকিম এই মিঠা মিঠা কথাবোৰ?

কেনেকৈ?

কেনেকৈ?

ন কইনাৰ চকুৰপানীবোৰ মোহাৰি দি আলফুলে সাৱটি ধৰিলে ন-দৰাই সময়বোৰ যে যোৱা হ'লে ধৰাত? এই চাৰিমাহ সময়ত জীৱনৰ মিঠা শব্দবোৰ কণ্ঠৰ মিঠা শব্দৰ দৰে ভাহি আছিল...... চিৰিপ. . চিৰিপ. যেন, টোকাৰী বীণৰ টুং-টু টাং জীপাল শব্দ এই চাৰিমাহ, নদীখনে পানী, নহয়, মৰম কঢ়িয়াই যেন লাগিছিল আৰু এই নদীখনতে কেইমাহ মানৰ পিছত আমাৰ লগত আহিব অকণমানি এটি দেৱশিশু, মোৰ তেজ মঙহেৰে সজা, এটা ধুনীয়া হৰিণা পোৱালী!

নহয়! ছাগলী পোৱালী! নহয় নাহৰ পোৱালী। নহয় মানসী! নহয়! নাম নথকা মোৰ উশাহ-নিশাহ সোমাই থকা, এটি ধুনীয়া দেৱশিশু বিশ্বজীৱেৰে ভৰাই যে কেইমাহ মানৰ পাছত মোৰ লখিমী হৈ উভতিব তাই ৰাজকুমাৰী হৈ আহিব তাই, সপোন হৈ আহিব! নিশ্চয়কৈ আহিব, জীৱনত সকলো জানো বুজি দাবী কৰিবই নোৱাৰি! নতুনকৈ শিকিছো! এইয়ে এইবোৰ অনুভূতি —

"দৰা হোৱাৰ অনুভূতি,

বাপেক হোৱাৰ অনুভূতি।"

নতুন সকলো, নতুন আৰু মৰমৰ সকলো, মোৰ দেশৰ জাতীয় পতাকাৰ দৰে আপুৰুগীয়া নির্ভেজাল।

ভাবেৰে, অনুভূতিৰে সিক্ত হৈ গ'ল ন দৰাৰ চকু। নাকৰ পাহি দুটা ফুলি উঠিল তেওঁৰ।

কেনেকৈ এৰি থাকিম?

কেনেকৈ এৰি থাকিম?

কেনেকৈ এৰি থাকিম??

— সাৱটি ধৰিলে দুয়ো দুয়োকে, ন কইনাই ন দৰাক, ন দৰাই ন-কইনাক- যেন পথাৰত উমলি থকা দুটা চাকৈ চকোৱা, গছত থাকি আমনি পাইছে, ধাননিৰ মাজলৈ নামি আহিছে- দুয়োটাই দুয়োটাৰে ঠোঁট দুটাৰে স্পর্শ কৰি চিঞৰি উঠিছে-

"মই-চাকৈ-চকোৱা,

মই- চাকৈ-চকোৱা"

মই,

মই,

মই;

নহয়!

তুমি!

তুমি

আমি।।।

মইবোৰ আৰম্ভ কৰিছো আমিৰে, আমাৰে—

দিখৌৰ ইটোপাৰৰ চাপৰিবোৰত কহুবাবোৰ যেতিয়া হালিজালি বতাহত গীত গাই আছিল। সেইবোৰ গীত কেৱল অনন্ত প্ৰেমত পৰা মানুহে শুনিছিল, শব্দভেদি, ঠাইভেদি— ন-কইনা আৰু ন-দৰাযো শুনিছিল সেই গীতবোৰ আৰু এজনাই শুনিছিল দিখৌৰ সেই কহুঁৱা বনৰ গীতবোৰ— এমহীয়া এটি ভ্ৰূণে।

শোভনাই,

প্ৰেমৰ মধুৰ গীত।



# সেই প্ৰেম

চিকাগোৰ এই ব্যস্ত চহৰখনত অভিলাষ, শোভনা আৰু আকাশ অভিলাষ আৰু শোভনাৰ মৰমৰ সাক্ষী — আকাশ। অভিলাষৰ সৈতে শোভনাৰ এয়া দ্বিতীয় বিবাহ। তাৰত এৰি অহা প্ৰায় দুবছৰ হ'ল শোভনাৰ। বাহিৰৰ পৃথিবীখন চাবৰ বাবেই অভিলাষ আৰু শোভনা কেইবছৰমানৰ বাবে এই পৃথিৱীৰ অন্যতম ব্যস্ত দেশ আমেৰিকাত সুন্দৰ সুবিধাৰ জেনিছৰ দেশ চিকাগোত।

চিকাগোৰ ব্যস্ততাই কিন্তু একো সলনি কৰা নাই শোভনাক অভিলাষে একেই আছে জীৱনক যি প্ৰচুৰকৈ বুজি পায় তেওঁক সময়ে একো সলনি কৰিব নোৱাৰে। দেওবাৰৰ ছুটীৰ দিনটোত আকাশক লৈ পাৰ্কৰ এমূৰত খেলি আছে অভিলাষ, শোভনা আৰু আকাশ।

শোভনা আৰু অভিলাষ। একে চিন্তাৰে, একে মানসিকতাৰে ভগৱানে কুন্দত কাটি গঢ়ি তোলা দুটা নৰমূৰ্তি। অভিলাষৰ বাবে শোভনা পাৰ বিচাৰি নোপোৱা এখন সাগৰ। গভীৰ, বিচিত্ৰ আৰু বিচিত্ৰ অভিজ্ঞতাৰে ভৰপূৰ - জীৱনৰ সৰু সৰু মুহূৰ্তবোৰ শোভনাই তাৰেৰে চিন্তাৰে অৰ্থপূৰ্ণ কৰি লয়

আকাশে খেলি আছে পাৰ্কৰ সেউজীয়া ঘাঁহনিত। আকাশৰ হাঁহখন এৰি কোমলকৈ শোভনাই অভিলাষলৈ চালে,--

কিনো ক'লা অভিলাষ? নতুন কিবা? শোভনাই সুধিলে।

কম নহয়, সুধিম বুলি ভাবিছিলো। তোমাৰ প্ৰেমৰ ইতিহাস অভিলাষে ক'লে,

অ' সেই প্ৰেম? সেই প্ৰেমৰ ইতিহাস?

ওঁ, তোমাৰ সেই প্ৰেমৰ ইতিহাস তোমাকলৈ আৰম্ভ হোৱা গল্প গুঞ্জনৰ ইতিহাস।

ইতিহাস? ওঁ ইতিহাসেই চাগে সেয়া অভিলাষ। শোভনাই কৈ গ'ল খোজ কাঢ়ি কাঢ়ি লগত অভিলাষ

ইতিহাস চাগে সেয়া, মইযে কৈ আছো তোমাক গন্ধৰ্বপুৰৰ কথা, এ-মাক? সেয়া মোৰ আই, মোৰ মা' আৰু ন-মৰা ছাৰ সেয়া মোৰ দেউতা, মোৰ মৰমৰ দেউতা, পা পা।

"সোণৰ জপাত সাঁচতিয়া যি কণ আছে,

ময়ূৰপংখী নাৱৰ একাষত থ'বলৈকে নাচে "

জীৱনটো প্ৰেম আৰু বিৰহৰ এটা দীঘল কবিতা অভিলাষ। মাজৰবোৰ চব মিছা, চব ফাঁকি, মাজৰবোৰ, পেটৰ তাড়নাত কৰা কাম সুন্দৰ জীৱনৰ বাবে মানুহ সুখী হয়, অসুখী হয়, ভাল হয়, কিন্তু প্ৰেমৰ মহত্ত্ব কতোৱেই নকৰে নবা বাঢ়ে, মাতৃৰ গৰ্ভত বঢ়া জীৱন দৰে বাতি থাকে প্ৰেমৰ শিখা — অভিলিপ্সা, আশা, দুৰাশা আচলতে সকলো মানুহৰে

মনবোৰ এক তীব্ৰ আকৃতিৰ দৰে, সকলো মানুহেই ভিক্ষাৰীৰ দৰে ভিক্ষাপাত্ৰ লৈ চিএৰি চিএৰি কৰলৈ বিচাৰে।

বৈ যোৱা পথিক, শুনি যোৱা মই দৰাচলতে কি?

মোৰ অভিশপ্ত প্ৰেমৰ বোজাই লৈ মই ভাগৰি পৰিছো, অভিলাষ।

সেয়া ছাগৈ তোমাৰ জীৱনৰ প্ৰথম প্ৰেম আছিল। অভিলাষে কথাৰ মাজতে সুধিলে।

ওহো— শোভনাই ক'লে— এইটো মুহূৰ্তত তুমিয়েই মোৰ প্ৰথম আৰু তুমিয়েই মোৰ শেষ প্ৰেম, আৰু প্ৰথম বা দ্বিতীয় প্ৰেম বুলি কোনো কথাই নাথাকে। কিন্তু ওঁ, এয়া মোৰ প্ৰেমৰ প্ৰথম অগ্নিপৰীক্ষা, এয়া কৈ যাম মই .......... শোভনাৰ প্ৰেমৰ দস্তাবেজ, শোভনাৰ জীৱনৰ সৰু অথচ মহত্বপূৰ্ণ এটা অধ্যায়, শোভনাৰ কথোপকথন, শোভনাৰ আশে-পাশে থকা মানুহবোৰৰ কথোপকথন।

অভিলাষ তন্ময় হৈ চাই ৰ'ল শোভনালৈ। বগাবৰণৰ শাৰীখনেৰে শোভনাক ৰূপকথাৰ নায়িকাৰ দৰে লাগিছে, বাহিৰে বাহিৰে দেখিলে ভোগসৰ্বস্ব আৰু অহংকাৰী যেন লগা শোভনাক একেবাৰে কাষৰতে পাই বুজি উঠিছে অভিলাষে –

শোভনা অন্য এক নাৰী।

শোভনাৰ অন্য নামদেৱী হ'ব পাৰে, স্বাধীনতা হ'ব পাৰে, ৰহস্য হ'ব পাৰে, সাহস বা বিস্ময় হ'ব পাৰে বা বিশ্বাস হ'ব পাৰে।

শোভনা— নিভাঁজ সত্যও হ'ব পাৰে।

অভিলাষে কি ভাবি আছে মন নিদিয়াকৈ শোভনাই কৈ গ'ল.......

মানুহে কি ভাবে সেয়া ডাঙৰ কথা নহয়, কি কয় সেয়াও ডাঙৰ কথা নহয়, কিন্তু নিজৰ কথা খুলি ক'বলৈ একধৰণৰ আস্থা, বিশ্বাস আৰু সাহসৰ প্ৰয়োজন। নিজৰ মনতো, মনৰ ভাববোৰ তৰপে তৰপে খুলি উলংগ হ'বলৈ একধৰণৰ সাহসৰ দৰকাৰ— এই সাহস মই তোমাৰ ওচৰত কৰিছোঁ। আৰু হেঁপাহ?

"কলৈ গ'লে সামৰি থ'ব পাৰিম মই
তেওঁৰ হেঁপাহৰ শলিতা,
মইযে, মইযে তেওঁৰ উৰালৰ
গুটি ধানৰ হালিচা।"

হেঁপাহ মানেই মোৰ দেউতাৰ এখন নিভাঁজ প্ৰতিচ্ছবি মোৰ "সেই প্ৰেম'ত এই মানুহজনৰ নিভাঁজ প্ৰেমৰ কলিকাবোৰ, অনুভূতিপ্ৰৱণ, সময়ে কঠোৰ কৰা মোৰ আইৰ অভিমানবোৰ, ৰূপ, ৰাজ আৰু প্ৰেমৰ ভুল অৰ্থৰে জীৱন তোলপাৰ কৰি দিয়া অশোক, সকলোৰে কথা মই কৈ যাম, শুনি যাবা; মোক প্ৰশ্ন নকৰাকৈ— শৈশৱৰ সোণালী দিনৰ সপোনৰ পৰা, প্ৰেমে জুৰুলা কৰা প্ৰেমৰ অভিশপ্ত দিনবোৰলৈকে কেৱল শুনি যাবা.....

কেৱল শুনি যাবা ......................

❑❑❑

# পদুমৰ পাতত শোভনা

জয়পুৰৰ সৰু বাংলোটোৰ এটা কমৰ পৰা কান্দোন ভাহি আহিছে। সদ্য পৃথিৱীলৈ অহা, মাত্ৰ সময়ৰ জোখত্ৰে কেইদণ্ডমান হোৱা সৰু অকমানি শিশু এটাৰ কান্দোন আৱা.. আৱা । কি বিচাৰিছে বাৰু তাই? কি বিচাৰিব পাৰে ইমান অকণমানি দেৱশিশু এটাই? মাকৰ গাখীৰ! শুকাই যোৱা ওঁঠকেইটাত টোপাটোপে পৰিল বগা বগা গাখীৰৰ টোপাল। কান্দোনৰ শাম কাটিল। হঠাতে দেৱশিশুটোৱে কাৰোবাৰ খোজৰ শব্দ শুনিলে— মাকক সচকিত কৰি দেৱশিশুটোৱে চকুকেইটা বহলাকৈ মেলি দিলে। যেন তাই এই পদশব্দ চিনি পাইছে!— এয়া কোনোবা চিনাকীজনৰ খোজৰ শব্দ! দুৱাৰখন খোলাৰ লগে লগেই কেৰেক্কৈ শব্দ এটা হ'ল— বাৰিপুৰাৰ সূৰ্য্যৰ কিৰণবোৰ দুৱাৰৰ কাঁকে কাঁকে সোমাই আহিল, দেখাৰ সূৰ্য্যৰ কিৰণ। সূৰ্য্যৰ কিৰণবোৰ ফালি সোমাই আহিল শোভনাৰ দেউতাক। পিন্ধনত — বগা খদ্দৰ কাপোৰৰ পায়জামা-কুৰ্তা, হাতত এটা বেগ।

মানুহজনৰ নাকৰ পাহিকেইটা ফুলি উঠিল, চকুকেইটা আনন্দত সেমেকি গ'ল; হাতত থকা বেগটো নমাই আলফুলে তাৰপৰা বস্তু কেইপদমান উলিয়াই আনিলে। মহাত্মা গান্ধীৰ "মাই এক্সপিৰিমেণ্ট উইথ ট্ৰুথ"। শকত পৃষ্ঠাৰ এখন বৃহৎ কিতাপ আৰু এটা চিক্‌চিকিয়া সোণালী কলম। কলমটো আৰু কিতাপখন হাতত লৈ, অকণমানি জনীৰ হাতেৰে স্পৰ্শ কৰাই, মানুহজন আবেগত গদ্‌গদ্ হৈ গ'ল আবেগত বৈ অহা চকুলোবোৰ মোহাৰিকৈয়ে মানুহজনে কৈ গ'ল ।

- ল, দেহীজনী, দেউতাৰে চাবলৈ আহিছে তোৰ চন্দ্ৰকলা মুখ, হাতেৰে ধৰি ল মা, এইটো কলম, এইখন কিতাপ। মহাত্মা গান্ধীৰ "মোৰ সত্য অন্বেষণৰ কাহিনী" — 'মাই এক্সপিৰিমেণ্ট উইথ ট্ৰুথ'। সত্যৰ কাৰণে তোৰ জন্ম, কেৱল পুতলাখেলি ডাঙৰ হ'বলৈ তোৰ জন্ম নহয় আই, কলম আৰু কিতাপৰ লগতে তই ডাঙৰ হ'বি— দেউতাৰৰ আধৰুৱা পতাবোৰ, দেউতাৰৰ আধৰুৱা কথাবোৰ তই সমাপ্ত কৰিবি আই, মা, মোৰ সপোনৰ পৰী। গাঁৱৰ মানুহ মই। এনে এটা দায়িত্বৰ হেঁচা আৰু দেশৰ সেৱাত মই কৰি শেষ কৰিব নোৱাৰা আধৰুৱা কামবোৰৰ বোজা তই ল'বি মা। দেশক বৃটিছৰ কৱলৰ পৰা মুক্ত কৰিলো । তই মুক্ত কৰিবি অন্ধকাৰৰ পৰা মানুহবোৰক। উহ্ ভগৱান! কেনেকৈ মৰম কৰিম মই তোক। উহ্ মোৰ সাধাৰ মৰমে চুকি নাপায় তোক, ই মা-এ নিষ্পাপ এই শিশু। বিয়া নকৰাম বুলিয়ে কিয় ভাবিছিলো।

কণমানি শিশুটোকে চাই চাই, চকুলোৰে সিক্ত চকুযুটাৰে, অকণমানিজনীৰ মুখলৈ চাই আৰু বাৰু নোহোৱা কথাবোৰ ভাবি থাকিলে মানুহজনে ।

❑❑ জয়পুৰৰ নিজান বাংলাটোত বিশেষ আভিজাত্যৰ চাপ নাথাকিলেও, দুইনলীয়া চিকাৰ কৰা বন্দুক দুটা, হৰিণাৰ শিং, বাঘৰ ছাল, হাতীদাঁত— এইবোৰৰ মাজতে এটা আভিজাত্যৰ চাপ নাই বুলিও ক'ব নোৱাৰি। আভিজাত্যৰ এটা গোন্ধও থাকে, ভালকৈ উশাহ ল'ব জনা মানুহে যে এই গোন্ধটো পাই যাব সেয়া নিশ্চিত। বাংলোটোৰ দক্ষিণফালৰ চেঁচুক কোঠা এটাত সৰু পালেং এখনৰ ওপৰত কুচিমুচিকৈ শুই আছিল অকণমানি শিশুটো, মাকৰ বুকুত। ৰাতিপুৱাই গা মালিচ কৰি, মূৰটো তললৈ কৰি ভৰিকেইটা ওপৰলৈ দি, মিঠাতেল এসোপা সানি থৈ যোৱা বেছি দেৰি হোৱা নাছিল, পিয়াজী বাইৰ ক'লা ক'লা অভ্যস্ত হাতদুখনৰ মালিচ, কাৰোবাবেই অচিনাকী নাছিল, এইখন ঘৰৰ, ফুটবল টিম এটাৰ বাবে থাকিব লগা সদস্যবোৰৰ আটাইবোৰৰ উপস্থিতিৰ উমান পাইছিল পিয়াজী বায়েই প্ৰথম, বাগানবোৰৰ বাংলোবোৰত আৰু শেষত এই জয়পুৰৰ বাংলোত পিয়াজীবাইৰ অভ্যস্ত হাতখনে এইবাৰ এটা নতুন প্ৰজন্মৰ এটি নতুন দেৱশিশুক, পৃথিৱীৰ পোহৰ দেখুৱাইছে।

আৰু এজনে পোহৰ দেখিছিল, জীৱনত আশাৰ পোহৰ। আবেগত আত্মহাৰা মানুহজনৰ এই আবেগবিহ্বল ৰূপ কেতিয়াও দেখা নাছিল ন-কইনাই। ন-কইনা এতিয়া মাক হ'ল, ন-মাক। ন-কইনা শুচি ন-মাক।

ন-দেউতাকৰ হাতখন লাহেকৈ স্পৰ্শ কৰি ন-মাকে হাঁহি দিলে।

খুচি এতিয়া? তেওঁ ক'লে।

ওঁ, ধন্যবাদ। মোক দেহীজনী দিয়াৰ বাবে।

জ্যোতিষীয়ে কি কৈছে?

জ্যোতিষীয়ে কৈছে— অদ্ভুত ছোৱালী হ'ব তাই.... দৰা থাকিব বোলে বিদেশত আৰু অদ্ভুত জেদী হ'ব তাই। প্ৰতিভাই বোলে পৃথিৱী চুব, নাম থবলৈ কৈছে 'শ' ইদি। মই ভাবিছো, পোছাকি নাম শোভনা হ'ব, শোভনা....... কেনে হ'ব?

কথাখিনি কৈয়েই ন-মাকে ন-দেউতাকৰ চকুলৈ চালে, আবেগৰ চকুলো শুকাই, একধৰণৰ হাঁহি আৰু আশাই খেলি আছিল তাত। ন-মাকক হতবাক কৰি হঠাৎ কৈ উঠিল ন-দেউতাকে..........

ব'লা আমি যাওঁ?

ক'লৈ? ন-মাকে সুধিলে।

ঘৰলৈ, আমাৰ ঘৰলৈ। — ন-দেউতাকে ক'লে।

মানুহজন বাপেকি হৈ বলিয়া হ'ল। কেনেকৈ, মোৰ স্কুলখনো গাঁৱলৈ লৈ যাব নেকি? মেটাৰনিটি লিভ শেষ হোৱাৰ পাছত জইন কৰিব নালাগিব? তাতে এইৰ মাহেকীয়া অশৌচ খেদোৱা কাম আছেই। ন-মাকে কৈ উঠিল।

অ' মনোবে। কিন্তু মোৰতো বহুত কাম আছে। এইবাৰৰ পঞ্চায়ত ইলেক্‌চনতো উঠিব লাগে। ময়ো ইয়াত থাকিব নোৱাৰিম। এই অকণমানিজনী নোহোৱাকৈ মই কেনেকৈ থাকিম? নতুনকৈ আকৌ সমস্যাটো হ'ল। সৰু ল'ৰা এটাৰ দৰে কৈ উঠিল ন-দেউতাকে।

মানুহজন দেখিছো দিনে দিনে সৰুহৈ গৈছে, আপুনি ৰাজনীতিৰ মানুহ; চৰকাৰক দৰ্খাস্ত

কৰক! জয়পুৰত ময়ো নোবাৰো অকলে থাকিব! পাৰিলে টাউনতে চাকৰিটো হ'লে ভাল।

আবেগত কোমল হৈ থকা মানুহজনৰ মুখখন এইবাৰ সামান্য চিন্তাক্লিষ্ট হ'ল, লাহেকৈ ওচৰতে থকা চকীখনত বহি তেওঁ নিজকেই ক'লে— কিবা এটা কৰিবই লাগিব। মোৰ ছোৱালী গাঁৱত ডাঙৰ নকৰো! বহুত শিকিবলৈ চহৰত তাইক ডাঙৰ কৰিম; চহৰত, নগৰত – মহানগৰত— তাইৰ ঘৰ হ'ব সকলো বহল ঠাইতে, গাঁৱৰ ঠেক চিন্তাই তাইক স্পৰ্শ কৰিব নোৱাৰিব— মই? মইতো মকবাৰ দৰে গাঁৱৰ পৰা চহৰলৈ, চহৰৰ পৰা বিদেশলৈ চিন্তাৰে, কামেৰে তাতবাতি কৰি থকা এটা শিপিনী— কিন্তু এইকণটো মই সামান্য সহজ কৰি দিব লাগিব জীৱন আৰু শিক্ষা।

ওঁহো! গাঁৱৰ দুখে তাইক স্পৰ্শ কৰিব নোৱাৰিব। গাঁৱৰ পলিটিক্সে তাইক স্পৰ্শ কৰিব নোৱাৰিব, ওঁহো নোৱাৰিব।

যাওঁ মই এতিয়া! ঘপহকৈ চকীৰ পৰা উঠি ন-দেউতাকে ন মাকৰ মুখলৈ চাই কৈ উঠিল।

কলৈ যায়?— ন-মাকেও আচৰিত হৈ সুধিলে।

ঘৰলৈ। তোমাৰ চাকৰিটোৰ বদলি কৰিবলৈ চৰকাৰক দৰখাস্ত কৰো । ৰ'বলে সময় নাই।

যাওঁ বুলি উঠিও ন-দেউতাক আকৌ বৈ গ'ল। ন-মাকৰ বুকুত টোপনি যোৱা অকণমানিটোলৈ চাই তেওঁ কৈ উঠিল—

চাওঁ, এইক একোলা দিয়াচোন।

দিম। কিন্তু, গাধুইহে ল'ব পাৰিব। এমাহলৈ অশৌচ নাভাঙে নহয় আৰু নামানিলে আয়ুস কমিব কিন্তু।

কাৰ? মোৰ আয়ুস? দেহীজনী জীৱনলৈ আহিল যেতিয়া সোনকালে নমৰো। চাওঁ, দিয়া, দিয়াচোন তাইক একোলা লওঁ. । প্ৰকাণ্ড মানুহজনৰ হাতদুখন কঁপি উঠিল. ।

ফুলশয্যাৰ প্ৰথম নিশা, বিবাহিত যুগ্ম জীৱন আৰু এয়া দেউতাক হোৱাৰ ক্ষণ।

- জীৱনত যদি সুখ কপালত লিখা আছে তেন্তে আৰম্ভ হ'ব এইকণৰ - দেউতাকে আৰম্ভ কৰিলে ক'বলৈ—

: নাপায়! ইমান আশা কৰিব নাপায়। ন-মাকে কৈ উঠিল।

কিয়, কিয় নকৰিম আশা? সকলোতেই বৌতিক হেৰুৱালো। চিৰকলীয়া বৌতিক বহুত দিন ধৰি শুশ্ৰুষা কৰোতে, ভাই-ভনীক পোহপাল দিয়াৰ দায়িত্ব লওঁতে, হালৰ পাচ কঠিন মাটিত চলাওতে, স্বাধীনতা আন্দোলনত জঁপিয়াই পৰোতে,— গাঁৱৰ সমস্যাক লৈ ব্যস্ত থাকোতে, নিজৰ যে একেবাৰে আপোন কিবা থাকিব লাগে পাহৰিয়েই গৈছিলো। আজিৰ এই মুহূৰ্তত মোৰ এনে লাগিছে, মোৰ নিজৰ মানুহটোৰো একান্ত বুলিবলৈ কোনোবা আছে। দেহীজনীজনৰ এই কেঁচুৱাটো মোৰ দেৱদূত। তাইৰ ওপৰত যদি মই কৰিব নোৱাৰা কামবোৰৰ বোজাবোৰ দি দিয়াৰ কথা ভাবো; মোৰ মানুহটোৰ আদৰ্শবোৰ তাইত প্ৰোথিত কৰাৰ কথা ভাবো, যদি আশা কৰো তাই মোৰ আদৰ্শৰ দলিলা হওক, এয়া কি ভুল হ'ব? আৰু যদি ভুল হয়, এই ভুল মই বাৰে বাৰে কৰিম, বাৰে বাৰে কৰিম এই ভুল— জীৱনত কোনো দাপোনে মিলিব প্ৰেম আৰু শিক্ষাৰে মই এইক ডাঙৰ কৰিম .

কথাখিনি কৈ কৈয়েই বিচনাৰপৰা কোলাত তুলি লোৱা অকণমানিজনীক সাৱটি ধৰিলে তেওঁৰ বুকুত।। অকণমানিজনীৰ মুখলৈ ৰ লাগি চাই থাকিল তেওঁ ....... ভাবি থাকিল, এইকোচা ডাঠ ঘন ক'লা বৰণৰ চুলি, ডাঠ ডাঠ চেলাউৰি, মাৰ্বল গুটিৰ দৰে ট ট কৈ জিলিকি থকা দুটা চকু, হাত ভৰিৰ অকণমানি অকণমানি আঙুলিবোৰ, এইবোৰ — সকলোবোৰটো মোৰ গাৰে এডোখৰ, মোৰে মঙহৰ এডোখৰ। আশ্চৰ্য্য—আশ্চৰ্য্য ভগৱানৰ সৃষ্টি। মানুহে কৰা মানুহৰ সৃষ্টি।

মাত, মা বুলি মাত, কিবা এটা ক, মোৰ সৰগৰ জোন, মোক দেউতা বুলি মাত, দে..উ..তা. দে..উ..তা, দিগদাৰ পাবি? মাত মোক তেন্তে পা..পা.., মাত, মাত আকৌ পা..পা..। অকণমানিজনীক সাৱটি ধৰি চুমা খাবলৈ ধৰিলে তেওঁ কাহানিও শেষ নহব'লৈ ধৰা চুমাবোৰ। কণমানিজনী কিন্তু ফেকুৰি নুঠিল, তাই চাই থাকিল দেউতাকলৈ, ট ট কৈ ধুনীয়া চকুকেইটাৰে, যেন কিবা এটা বুজি পাইছে তাই! তাইৰ দেউতাকৰ মৰমৰ স্পৰ্শ!

যেন কিবা এটা গম পাইছে তাই!

তাইৰ মৰমৰ দেউতাকৰ বুকুৰ হাবিয়াস।

. . . গোঁসাই? তুমি হ'বলা মনে মনে ইয়াত? হাতত দেখোন কেঁচুৱা? শ্ৰী বিষ্ণু শ্ৰী বিষ্ণু আয়ুস আধা যাব, এই কানিয়াজনীয়ে তোমাক হ'বলা কোৱা নাই নলব'লৈ! ন মাকক দেখুৱাই মানুহ গৰাকীয়ে চিঞৰি চিঞৰি সোমাই আহিল। শকত আবত এগৰাকী মানুহ। ওখ, পাখ, ক'লা কিচকিচিয়া চুলি আৰু মুখত এখন তামোল, দাঁতকেইটা কিন্তু চিকচিকিয়া বগা, তামোল খাই থকা দাঁত বুলি গোনচাতেই ক'ব পৰা নাযায়, কণমানিজনীৰ আইতাক— বাগানৰ বাজবাণীৰ কায়দাবোৰ মানুহ গৰাকীৰ গাতে লাগি থকা যেন লাগে। দেখিলেই কিবা একধৰণৰ ভয় আৰু সমীহেৰে গা চেবাই যায়। মানুহগৰাকীৰ ধৰণ-কৰণ দেখিলেই কৈ দিব পাৰি যে মোৰ কথাই শেষ কথা— ধৰণৰ মনোভাব লৈয়েই তেওঁৰ জীৱন আৰম্ভ আৰু নাইবা খবৰদাৰ! কথা শুনিবি — ধৰণৰ কথা তেওঁৰ ব্যক্তিত্বত ফুটি উঠিছে।

হ'ব মা, এইয়া লওক আপোনাৰ নাতিনী। হাতমেলি আইতাকৰ হাতত কেঁচুৱাটো দিবলৈ লওঁতেই মানুহগৰাকী পিছুৱাই গ'ল—

ছিৰি বিষ্ণু! অশৌচ লাগি থকা কেঁচুৱাটো মোৰ হাতত দি চুৱা কৰে? এইজনী ল' তোৰ কেঁচুৱা— জীয়েকলৈ আঙুলি টোৱাই তেওঁ ন-দেউতাকক কেঁচুৱাটো বিছনাত থবলৈ নিৰ্দেশ দিলে।

হাঁহি উঠি গ'ল ন-দেউতাকৰ। হাঁহি হাঁহিয়েই তেওঁ ক'লে—

হ'ব বাৰু মা, মোৰ ছোৱালীক ইয়াত থৈ বেছিদিন আমনি নিদিও; লৈ যাম, মাক-জীয়েকক। এমাহ হৈ যাওঁক আৰু এওঁবো স্কুলৰ চাকৰিটোৰ ট্ৰেন্সফাৰৰ বাবে চেষ্টা কৰোগৈ। কেইমাহমানৰ পাছত একেবাৰে আহিমগৈ, লৈ যাবলৈ পৰিয়াল, চাকৰিৰ সৈতে,— এতিয়া মই উঠো। বাৰাণ্ডাত এমোন চিৰা আৰু দৈ আছে, মাহেকীয়া সকামৰ বাবে আনিলো। কিমান মাহ লাগে হিচাপ এটা দি থবৰ এটা দিলে মই চাউলে, মাহে, শাকে-পাতি ট্ৰেইনতে পঠিয়াই দিব পাৰো। কোনোৱা এটা দি — এতিয়া উঠো আৰু।

আহিলো মই— ন-মাকলৈ এবাৰ চাই ন-দেউতাক যাবলৈ ওলাল, ওচৰতে থকা শাহুৱেকৰ চকুলৈ চাই, কণমানিজনীলৈ কোমলকৈ চাই, কৈ উঠিল, সেইজনী মই আহিলো। তোমাক সোনকালে লৈ যাম ঘৰলৈ, ভালকৈ থাকিবা সেই মা।

চকুদুটা সেমেকি উঠিল তেওঁৰ....। পিছফাললৈ নাচাই একেকোবে তেওঁ বাংলোটোৰ বাৰাণ্ডা পালেগৈ। মানুহজন গ'লগৈ— বুকুত এসোপা আশা আৰু সপোন বান্ধি .. . ।

- আওঁ, য'ম নে জোঁৱাই। অ' বৰ জেদী দেও তোৰ মানুহটো। বাল বুলিলে যে গ'লেই। শুন মাজনী, এই তোৰ জীয়েৰজনীক ইমান জেদী নকৰিবি, যি দেখিছো বাপেকে ছোৱালী নহয়, ৰাজৰাণী তুলিব। আওঁ! আহিল যি সেনটো অহাদি আৰু গ'লো সেনটো যোৱাদি। মই বোলো থাকিব যদি এসাঁজ খুৱাম. ।

ঐ পিয়াজী, যাচোন বাৰাণ্ডাত বোলে জোঁৱায়ে চিৰা আৰু দৈ এমোন খৈ গৈছে!

মানুহগৰাকীৰ চকুদুটা অভেকৰ বাবে জ্বলি উঠিল। বিচনাত শুই থকা নাতিনীয়েকৰ ফালে চাই, সামান্য গৰ্বেৰে তেওঁ কৈ উঠিল —

মোৰ প্ৰথম নাতিনী, স্কুলত নামটো মই দিম, গণকক চোৱাই চিতাই ল'ম লাগিব, নাকে চকুৰে সাইলাখ গোঁসানী, ৰঙতো শুধ বগা নহ'লেও, বাপেকৰ দৰেও নহয়। মাজে মধ্যেই যায়, চাওঁ – তাইৰ বুঢ়া আঙুলিটো মেলি দেচোন, হাতখন।

মুঠি মাৰি থকা, হাতখন জোৰকৈ খুলি দি ন-মাকে ন-আইতাকৰ আদেশ পালন কৰিলে।

অ' ধৰি থাক, চাওঁ— হাতৰ ৰেখাবোৰ. বিচনাৰপৰা আঁতৰত ডিঙিটো মেলি আইতাকে একান্ত মনেৰে লক্ষ্য কৰিলে অকণমানিজনীৰ হাতখন। আৰু মই মনেই কথা নাছিলো— সোঁহাতৰ এইডাল ভাগ্য ৰেখানে বাম লক্ষণৰ কাঁড়ডাল,। ইমান পোন। .. ঐ পিয়াজী, আহচোন আহ চা, মোৰ নাতিনীয়েৰক।

চিৰাৰ বস্তাটো আধা টনাতে এৰি পিয়াজী উধাই আহি থিয় হ'ল আইতাকৰ ওচৰত --

কি কামত মাতিলে আইছু?

কি কামত ঐ? চা-চোন, মোৰ নাতিনীৰ ভাগ্য ৰেখা। তই কচোন অতসোপা কেঁচুৱা উলিয়ালি মোৰ পেটৰ পৰা, ইমান পোন ভাগ্যৰেখা থকা হাত দেখিছিলনে? কি ফেন্‌ফেন্‌কৈ চাই আছ, চা; আহ ওচৰলৈ চাচোন এই নাতিনীৰ হাতৰ ৰেখাডাল। তাইৰ ভাগ্যত বংশ উজ্জ্বল হ'ব। মই ক'লো নেচাং। পিয়াজী। মোৰ ভাগ্য খুলিল এইবাৰ। এই দেচোন, উঠাই দে তাইক। জীয়েকলৈ চাই আদেশ দিলে তেওঁ

পিয়াজী! পানী অলপ গৰম কৰি থ', গা ধোৱা ঘৰত। অলপ সোঁফালে সেতে তুলসী পানী যোগাৰ কৰি থ'— ইহঁতবোৰ নাথাকোতেই একোলা লওঁ নাতিনীক, চাওঁ দে, দে মোৰ ভাগ্যৱতী নাতিনীক --

পিয়াজী আৰু ন-মাকক হতবাক কৰি আইতাকে বিচনাৰ পৰা কোলাত তুলি ল'লে নাতিনীয়েৰক- অকণমানিজনীৰ সোঁহাতখন মেলি দি তেওঁ আকৌ এবাৰ কৈ উঠিল চা, চা এইডাল ভাগ্য ৰেখা, মোৰ ডাঙৰ নাতিনীৰ ভাগ্য ৰেখা —— মাতচোন এবাৰ মাজনীয়েৰ মাত মোক আ-ই-তা, আ- ই- তা—। এ- হ— হ; মোৰ গাতে কৰি দিলে খবৰ........

: আইচ্, নাতিনীয়ে মৰমতে কৰি দিলে। পিয়াজীয়ে খোলা দাঁতকেইটা উলিয়াই হাঁহি দিলে।

আইচ্, আপোনাৰ হাতত কেঁচুৱা দেখা পাহৰিয়েই গৈছিলো। এতিয়াহে আইতাক আইতাক লাগিছে! আটায়ে সশব্দে হাঁহি উঠিল- জয়পুৰৰ বাংলোত হাঁহিৰ খলকনি।-

- ধুনীয়া আৰু আনন্দময় সময়ৰ ভৰত যেন দো খাই গৈছিল — দণ্ড, পল-অনুপল, আবেগ আৰু হেঁপাহৰ দীঘলীয়া বিৱৰণ। যদি কিবা আৰম্ভ হয়, তেন্তে সেয়া চাগে আৰম্ভ হৈছিল, ন-মাক আৰু ন-দেউতাকৰ পৰা আৰম্ভ হৈছিল, ন-আইতাক আৰু ন-মাহীবোৰ আৰু মামাবোৰৰ পৰা—। জয়পুৰৰ বাংলোটো কেঁচুৱাৰ খলখলনিৰে ভৰি গৈছিল, কণমানিজনীক গা ধুউৱা, কাপোৰ পিন্ধাই দিয়া, নখ কাটি দিয়াবোৰ আছিল— এসোপা মামা আৰু এসোপা মাহীৰ টনাটনিৰ পৰীক্ষা, হেল ঐ- হেইচৌ খেল-। এমাহ, দুমাহ, তিনিমাহ, চাৰিমাহ আঙুলিৰ পাবত, লেখি জুখি শেষ কৰিব নোৱাৰা সময়বোৰ শেষ হৈছিল এবছৰত। শোভনাৰ এবছৰ পূৰ্ণ হৈছিল, জয়পুৰত নহয়- গকুলপুৰৰ পৰা ভালেমান কিলমিটাৰ দূৰৈৰ টাউনত——

□□ 'দেহীৰ জন্মদিনত পাপাকৰ দান'। গোটগোটকৈ আখৰেৰে মাৰ্ক টোৱেইনৰ 'এই নদী মিচিচিপি'— গ্ৰন্থখনৰ প্ৰথম পাততো ভৰি গৈছিল। বগাকৈ আটোমটোকাৰি কৈ বান্ধি লোৱা গ্ৰন্থখন চাইকেলৰ কেৰিয়াৰত ভৰাই বেগাই চাইকেলখন চলাইছিল দেউতাকে— 'হাৰকিউলিচ' চাইকেলখনত টাউনৰ পৰা গকুলপুৰলৈ ঘণ্টাদিয়েকহে বাট, ঘণ্টাদিয়েক বাট আজি আৰু সোনকালে পাবগৈ লাগিব। দেউতাকৰ বাবে আজিৰ দিনটো সোণখটোৱা দিন। শোভনাৰ পৃথিবীত ভৰি দিয়াৰ এবছৰ হোৱাৰ দিন; টাউনৰ দুকোঠালীয়া ঘৰটোত স্বৰ্গ ভৰিব। ঘৰত মাকে নাম-প্ৰসংগৰ আয়োজন কৰিছে, গকুলপুৰৰ পৰা টাউনলৈ এই বাটছোৱাত কিমান বাৰ যে চাইকেল ৰখালে দেউতাকে————

: অই ক্ষীৰোদ, ক'লৈ যাব? চাওঁ ৰ-।

: ছাৰ বহৰমপুৰলৈ? ক্ষীৰোদে খোজ চপাই উত্তৰ দিলে।

: শুন, মই পাওঁগে মানে, খোজ খৰ কৰি তই আগতীয়াকৈ ভৰলুক কৈ যা। দৈ এমোন, চিৰা আৰু শুন, দহোত্তিয়াক কৈ থৈছো, মুখ নলগা পানী অলপ বটলত ভাৰি ফুকি দিব দেহীৰ কাৰণে মই লৈ যামগৈ? দেউতাকে আদেশ দিলে।

ছাৰ, দেহী??

ঐ মূৰ্খক, ছাৰক জান। ছাৰৰ দেহলাওক নাজান? দেহী মানে হেৰ তইতৰ ছাৰৰ ছোৱালী,। আজি এবছৰ পূৰ হ'ব। কপাললৈ হাতখন নি ক্ষীৰোদে নমস্কাৰৰ ভংগীত কৈ উঠিল।

ছাৰ, অধমক ক্ষেমিব। মাজনীক গাঁও দৰ্শন কৰিবলৈ নানে নেকি? ছাৰৰ ছোৱালী যেতিয়া, গাঁৱৰ ৰাজকুমাৰী, ৰাজকুমাৰীক আৰু টাউনৰ আইতাক মামাকহঁতেহে দেখিবনে ছাৰ? আমিবোৰকো ৰাজকুমাৰীৰ দৰ্শন নকৰায় নেকি ছাৰ? ইমানখিনি কথা আজি ক্ষীৰোদে ছাৰৰ উলাহটো দেখিয়েই ক'লে, নহ'লে ক'ত সাধ্য ছাৰৰ চকুলৈ চাই কথা কোৱাৰ! ক্ষীৰোদে খৰ খোজেৰে বাট ল'লে।

চাইকেলৰ পেডেলত ভৰি থৈ এক ফাৰ্লংমান যোৱাৰ পিছত আবেগে বৈ গ'ল দেউতাক।

- অই বপুৰা শুন, মই টাউনলৈ গৈ আছোঁ। সেইজনীৰ জন্মদিন, ঠিক নাই, মন চলিলে কেৰিয়াৰত উঠাই লৈ আহিম। কমল ৰাক কৰি ঘৰৰ বিছনা পাতি চাফচিকুনকৈ থ'বলৈ। এই এই— শুনচোন- ঐ কি নাম আছিল তোৰ?

মথাউৰিৰ কামেৰে চকু-কাণ মুদি পাৰ হ'ব খোজা মানুহটোৱে ভয়ে ভয়ে কৈ ক'লে পঠানে ছাৰ।

শুন পঠানে, গাই কেৰাজনীও নহয় তোৰ, দুই পিটাৰ গাখীৰ কালি মোৰ ঘৰত দি যাবি, এতিয়া যা—।

হ'ব ছাৰ। পঠানে নিজৰ বাট ল'লে। চাইকেলখনত আৰু জোৰেৰে পেডেল মাৰিলে মানুহজনে। পেডেল মাৰি থাকোতেই সুৰবিয়াই সুৰবিয়াই গাই গৈ থাকিল তেওঁ -

"মনৰ আকাশত যে ধলফাট দিলে
পূবেৰুণ পূবেৰুণ,
চকলা ডাৱৰ আঁতৰি পলাল
পূবেৰুণ পূবেৰুণ-
হিয়াৰ মানিক, সাগৰ ভেদি,
হিয়াৰ মানিক আতোলতোল—
হু — হু --- হু — হু --- হু — হু"

উৎসৱটো বছৰতেই হয় বছৰত, কিন্তু এয়া প্ৰাণৰ উৎসৱ, সেইদিন প্ৰথম বছৰ। নিজে লিখা গানবোৰেই মনলৈ আহিল তেওঁৰ, কবিতা, গীত, উপন্যাস, কিমান যে লিখিছিল তেওঁ, সকলো আধৰুৱা হৈ ৰ'ল। গাঁৱৰ মানুহখিনিৰ, লোকাৰ্ত মুখবোৰত শিক্ষাৰ, জ্ঞানৰ পোহৰ আনিবলৈ গৈ আধৰুৱা হৈ থাকিল নিজৰ প্ৰতিভাবোৰ গাঁৱৰ মৰমেৰে পাণ্ডুলিপি কাগজবোৰৰ পৃষ্ঠা ভৰাই ভৰাই, নিজৰ কথাবোৰ ভাবিবলৈ সময়েই নাইকিয়া হ'ল আৰু কিমান দিনৰ মূৰত যে তেওঁৰ মুখেদি নিৰ্গত হৈছে নিজে লিখা গীতৰ কলি— কেতিয়া লিখা এই গীতটো। কেতিয়াৰ বা আছিল? ও, স্বাধীনতা পোৱাৰ পিছতে লিখা আছিল

"মনৰ আকাশত যে ধলফাট দিলে
পূবেৰুণ পূবেৰুণ
চকলা ডাৱৰ আঁতৰি পলাল
পূবেৰুণ পূবেৰুণ
থিমিক থিমিক শাৰী পাতি সেয়া
নাচিলে নাচিলে—

ওহহ — হু — ওহহ -- হু" হঠাতে গানৰ সুৰ শুনি ওৰণি লৈ নাচিলে শাৰী দিবলৈ অহা কন্যাইহঁতে ইজনীয়ে সিজনীলৈ চোৱাচুই কৰিলে— কি কথা এয়া ছাৰৰ? কিয়োহীয়া কথা এইয়া। ছাৰে গীত গায়। ছাৰে সুৰবিয়াই— ''গাঁৱৰ গাঁভৰু ছাৰৰ এই কথা- [illegible]।

— চাইকেলৰ পেডেলৰ জোৰ আৰু বাঢ়ি গ'ল। খৰকৈ পাৰ হৈ গ'ল দিখৌখন ঘৰবোৰ-সেউজীয়া পথাৰবোৰ— শেষ হৈ আহিল ৰাজপথৰ পকাবন্ধা বাটটো শেষ হৈ আহিল সময়বোৰৰ অপেক্ষা— চাইকেলৰ পেডেলৰ জোৰ এইবাৰ শেষ হ'ল— সৰু ঘৰটোত,—

চাইকেলখন গেটতে আঁউজাই থৈ এহাতে কিতাপৰ টোপোলাটো আৰু এহাতে মিঠাইৰ টোপোলাবোৰ লৈ হৰমূৰকৈ ঘৰলৈ সোমাল।

হেৰা- হেৰা- হেৰা, ক'ত, ক'ত মোৰ মৰমৰ দেহীজনী! ক'ত হে তাই–।

আগতে চেগুেল খোলক, হাত-ভৰি ধুই লওক গোঁসাই আহিছে, মাজনীৰ বাবে আগবঢ়োৱা নাম-প্রসংগৰ বাবে, যাওঁকচোন আগতে গা-মুৰ ধুই ধুতিখন পিন্ধি আহক।

হ'ব, হ'ব, আগতে তাইক একোলা লওঁ। মাকৰ কাণৰ কাষত ফুচফুচাই ক'লে দেউতাকে— আগতে তাইক ল'বলৈ দিয়া।—

ক'ত আৰু থাকিব তাই, সৌৱা বিছনাত, ৰাজকুমাৰী আপোনাৰ। নজগাব কিন্তু। লাহেকৈ ল'ব, নহ'লে উঠিলেই তালফাল লগাব তাই।—

বিছনাত শুই থকা, কণমানি শোভনাক, আলফুলে কোলাত তুলি ল'লে তেওঁ— কপালত চুমা এটা খাই- কিতাপৰ টোপোলাত তাইৰ হাতখন লগাই অস্ফুট স্বৰেৰে লাহে লাহে দেউতাকে ক'লে—

মাজনী, কলিজাডোখৰ, চা এইখন কি কিতাপ আনিছোঁ; পঢ়িবিনে ডাঙৰ হ'লে? ল- ল — এইখন লচোন। ফেকুৰি ফেকুৰি সাৰ পাই গ'ল কণমানি শোভনা, কান্দোনৰ শব্দত লৰি আহিল মাক। বাপেকৰ কোলাৰপৰা তাইক নিজৰ কোলালৈ লৈ ব্লাউজৰ বুটাম দুটামান খুলি মুখখন লগাই দিলে স্তনকেইটাত। — ওহ — ওহ — ওহ — নাকান্দিবা মোৰ মাজনী। পিঠিত থপৰিয়াই থপৰিয়াই মাকে এইবাৰ ন-দেউতাকৰ ফালে চাই ধমকিৰ সুৰত ক'লে—

দেখিছা, কি উৎপাত দেউতাকৰ। আও, এই প্ৰকাণ্ড প্ৰকাণ্ড কিতাপবোৰ এতিয়া কেলৈ, ফালিব ছোৱালীয়ে পঢ়ি। কেঁচুৱাই পুতলা খেলে, জন্মদিনৰ দিনা আনিছে কিতাপ! কাম নাই আৰু। ক'লো হাত ভৰি ধুই গোঁসাইৰ তালৈ যাওঁক, নাই, — যাওঁক বুলি কৈছো এতিয়া, ইফালে গোঁসাই ঈশ্বৰ বৈ আছে ছাগে।

কেৱাহিকৈ চাই দেউতাকে এইবাৰ গাধোৱা-ঘৰলৈ যোৱাৰ আগতে কণমানিজনীয়ে মাকৰ গাখীৰ খাই থকা দৃশ্যটো দেখি হাঁহি দিলে।

নিদিওঁ, মই এইক পুতলা নিদিওঁ, বুজিছা। তাই কিতাপৰ লগত খেলিব, তাইৰ প্রতিটো জন্মদিনত মই দি যাম সৰহকৈ কিতাপৰ টোপোলা, চাবাচোন তাই কি ভাল পাব ডাঙৰ হ'লে, - কাক ভাল পাব বেছি তাই তুমি চাবা।

মাকক, মাকক ভাল পায় সন্তানে।— সমান জোৰত ন- মাকে কৈ উঠিল।

কিন্তু মোৰ দেহিয়ে ভাল পাব মোক— বেছিকৈ চাই থাকিবা।

চেপাকৈ মাকে মুখখন ওলোটাই ক'লে—

ইমান উল্লাস ভালৰ বাবে নহয় কিন্তু। যাওক, গা ধোৱকপে দেখি হৈছে।

"অপৰাধ বিনাশন তযু নাম নাৰায়ণ

জানি নামে পশিলো শৰণ,

অপৰাধ ক্ষমা কৰি তুমি দয়াশীল হৰি

মোক ৰক্ষা কৰিও চৰণ..............."

প্ৰাৰ্থনাৰ সুৰ, গোঁসাই ঈশ্বৰে, আৰম্ভ কৰিও শেষ কৰিবৰ হ'ল নাম প্ৰসংগ, মাকৰ বুকুত তেতিয়াও কণমানি শোভনা! কৃষ্ণৰ দৰে পিৰিকপাৰাক চকু দুটাৰে, গাখীৰ খাই খাই আঁজুৰি আছিল মাকৰ বুকু। তাইৰ কণ্ঠস্বৰলৈ চাই, চাই, মাক চিন্তাত বিভোৰ হ'ল।

যোৱা এবছৰে দেখি আহিছো, এই মানুহজন সঁচাই সন্যাসীৰ দৰে, ঘৰৰ প্ৰতি চিন্তা নাই কাম কাম আৰু কাম আৰু - দেহী দেহী আৰু দেহী!! মোৰ কোনো অস্তিত্বই নাই যেন। ৰাতিপুৱাই উঠি খাই বৈ স্কুলটো, আহি এই কণমানিজনী আৰু ৰাতিলৈ, ভাত খাই টোপনি যোৱা। ক'ত গ'ল সেই গাঁৱৰ ঘৰৰ মিঠা মিঠা কথাৰ মধুৰ মধুৰ মুহূৰ্তবোৰ।

অলপ, অলপ বাৰু দেহীকে আহিবলৈ দিব লাগিছিল নেকি এইক? হিংসা কৰিছো নেকি মোৰ সন্তানক? নে মোৰ কপালত মুগ্ধ মুহূৰ্তবোৰ কেইদণ্ডমানৰ বাবেহে আছিল, নাজানো বুলিওতো ভাবিছো, আকৌ দেখোন মাৰ ঘৰৰ দৰে কেৱল কাম আৰু কামৰ জীৱন। মানুহজনৰ সমাজ প্ৰীতিত মই ভৱাতকৈ বেছি পাব লগা মৰমবোৰ ভাগ হৈ গৈছে নেকি?—

"ইমানখিনি —— তেওঁৰ মৰমৰ স্কুলখনত,

ইমানখিনি —— তেওঁৰ গাঁৱৰ মানুহবোৰত,

ইমানখিনি —— তেওঁৰ কিতাপবোৰত,

ইমানখিনি —— ইমানখিনি তেওঁৰ

দেহীজনীত —— আৰু

মোৰ বাবে থাকিল "একনমান হাতেৰে জুখিব পৰা মৰম'— তাকো প্ৰকাশ নকৰা মৰম। পুৰুষবোৰ বাৰু এনেকুৱাই নেকি? আৰু পুৰুষৰ মৰমবোৰ! জুইৰ দৰে দপ্‌কৈ জ্বলি দপ্‌কৈ শেষ হৈ যায় — নাৰীৰ হৃদয় চুই চাব পৰাকৈ কোনোবা পুৰুষ বাৰু জন্ম হৈছেনে? এখেতে জানেনে বাৰু? বিয়াৰ প্ৰথম দিনকেইটাৰ আবেগ বিহ্বল মানুহজন আকৌ পালেঁ মোৰ মনতো হাঁহাকাৰ কৰি উঠে!!

কওঁ বুলি চব কথাই ক'ব নোৱাৰি জীৱনৰ, হৃদয়ৰ গোপন কোণৰ অনুভূতিৰে ভৰি হৈ থকা কথাবোৰ! ঠিক লাজুকী বনবোৰ দৰে, "লাজুকী, এই চুই দিলেই জঁই পৰি যাব ধৰা বিধৰ," কাকো ক'ব নোৱাৰি! মাত্ৰ অনুভৱ কৰিব পাৰি আৰু জ্বলি পুৰি— অকলে অকলে মৰিব পাৰি— অকলে! কোনেও নজনাকৈ! কোনেও নুবুজাকৈ! কিয় বাৰু এনেকুৱা লাগি আহিছে, সেই সুখৰ মধুময় দিনবোৰ যেন আৰু নাহিব, কিয় এনে লাগি আহিছে, আকৌ আৰম্ভ হৈ গ'ল, মৰমহীন জীৱন কিয় অলপ মৰম মৰুভূমিৰ মাজৰ মৰুদ্যানৰ

দৰে হৈছে? কিয় হৈছে, —

'পুৰুষৰ প্ৰেমৰ জোৰ নিচেই কম দিনৰ বাবে,!

পুৰুষৰ মৰমৰ বিশালতা নিচেই কমসময়ৰ বাবে!"

নে, মইহে ভুল ভাবি আছো,

প্ৰেমৰ ই এক নতুন ৰূপ,—

অলপ কম ৰোমাঞ্চ, বেছি বুজাবুজি, বহুত দায়িত্ব, কম স্পৰ্শ, বেছি বুজাবুজি!— খেলিমেলি হৈ গ'ল চিন্তাবোৰ— মাকৰ। গোঁসাইৰ ওচৰলৈ আশীৰ্বাদ ল'বলৈ উঠিল মাক- - ভগবান! ভগবানে চব ঠিক কৰি দিব, ঈশ্বৰে ঠিক কৰি দিব। সকলো! হেৰোৱা ৰোমাঞ্চবোৰ ঘূৰাই দিব। চব দিব ভগবানে; চব দিয়ে ভগবানে..... ভগবানে, কেৱল ভগবানে! নিজকে কৈ উঠিল ন-মাকে।

বাৰে বাৰে।

কেৱল নিজে শুনাকৈ!!



# হনুমান ককাৰ ডায়েৰীত

হাতত মূঢ়া এটা লৈ গধূলি গধূলি শোভনাহঁতৰ ঘৰলৈ আহে হনুমান ককা। 'হনুমান ককা' শোভনাই দিয়া নাম। হনুমান ককাৰ আচল নাম কোনেও নাজানে, স্বৃতিচিহ্ন দিনৰেপৰা স্থাপন কৰা চৰকাৰী স্কুলখনৰ হনুমান ককা চকীদাৰ, শোভনাৰ মাকে কাম কৰা স্কুলখনত হনুমান ককাই ঘণ্টা মৰাৰ কামটো কৰে, টং– টং - টং —টং। শুনি পলকতে দৰে ওলাই আহে নীলা নীলা ইউনিফৰ্ম পিন্ধা ছাত্ৰ-ছাত্ৰীবোৰ। সন্মুখৰ বহল ফিল্ডখনত সিহঁতে লুকাভাকু খেলে। ঠাণ্ডা কালি পিঠিত ৰ'দৰ তাপ লৈ লৈ শোভনাৰ মাকহঁতে হাতত লৈ যোৱা উল গোটে- উল গোঠা শোভনায়ো দেখিছে।

"এশলা ওলটা
এশলা চিধা,
এশলা চিধা
এশলা ওলটা।"

হনুমান ককাই, হনুমানে ৰামচন্দ্ৰৰ শৰণত ভক্ত হোৱাৰ দৰে স্কুলখনকো ভক্তৰ দৰে পহৰা দি থাকে শুধ বগা এমূৰ চুলি, পিন্ধনত ধকধকীয়া এখন চুৰিয়া আৰু এটা গেঞ্জী বা চাপকন, হাতত এডাল লাঠি-লাঠিডাল ককাই কিয় লৈ ফুৰে, কোনেও নাজানে। হনুমান ককাৰ গাৰ গঠন সাইলাখ পালোৱানৰ দৰে। ককাৰ দুটা ল'ৰা-ছোৱালী। মাক, সিহঁত সৰু থাকোঁতেই ঢুকুৱাৰ পাছত তেওঁ আৰু বিয়া নকৰালে। ল'ৰাটো অথাইটং। চকুৰ আগতে এখন স্কুল থকাতেই পঢ়া শেষ নকৰি ঘূৰি ফুৰে, কলীয়া লগ সংগৰ লগত অনাই-বনাই। ছোৱালীজনীৰ বিয়া দি দিয়াৰ বয়স— ককাৰ মতে। ১৩ বছৰীয়া ছোৱালী তাই।

ককাৰ কঁকালত খোচত এখন সৰু পকেট ডায়েৰী থাকে। তামৰঙীয়া ডায়েৰীখনত ককাই লিখি থয় থাওকতে শোৱা সাধুকথাৰ বা ভাগৱতৰ দুই এক শাৰী হাতৰ আখৰ। ককাৰ একেবাৰে আধাকোচলুৱা—

"কৃষ্ণ কৃপাল গুৰু
জগত গুৰু ৰাম, ৰাম"

এনেকৈয়ে ভৰি যায় ককাৰ ককালৰ খোচনিৰ ডায়েৰী, গধূলি গধূলি ককা ওলাই যায় শোভনাহঁতৰ ঘৰলৈ। শোভনা উঠি লয় কোলাত, ককাৰ ওচৰত লেপেটা কাঢ়ি বহি লয় ৰাণী, ৰাজু, বিভাষ, ভাই, বন্ধুলহঁত—

হনুমান ককাই আৰম্ভ কৰে—

'তাৰ পাছত লেওৰত জুই লাগি গ'ল হনুমানৰ'

জুই নুমুৰাবলৈ জাপ দিলে মহাসাগৰত।'

কৰা, মহাসাগৰ মানে কিমান ডাঙৰ? সাগৰতকৈ ডাঙৰ নে? সাগৰ বা কিমান ডাঙৰ? মইতো সাগৰ দেখা নাই, নদীহে দেখিছো! শোভনা বিবুধিত পৰিল।

পাঙ্কিয়ে তপৰাই উত্তৰ দিলে, তই তাকো নাজান? বহুত ডাঙৰ মহাসাগৰ! তাত সাপ থাকে। পানী ঘোঁৰা শোভনাই সেও নামানি ক'লে— ওহো নাথাকে সেইবোৰ, মই পঢ়িছো নহয়। সমুদ্র মন্থন কোনে কৰিছিল ক'।

নাজানো— পাঙ্কিয়ে ক'লে।

ওঁ কোবা ককা! ককা, হনুমানৰ ফটো বাৰু কোনে তুলিলে! আমাৰ দেখোন পাপাৰ মাক-দেউতাকৰ ফটোৱেই নাই! হনুমানতো তাতো কৈ পুৰণা যুগৰ। তেন্তে ফটো কেনেকৈ তুলিলে? কোনে তুলিলে? কোৱানা ককা?

শোভনাৰ এই প্রশ্নবোৰৰ উত্তৰ সদায় এটাই দি থাকে হনুমান ককাই— ভগবানে জানে। ভগবানেই জানিব কোনে ফটো তুলিলে—?

শোভনাই কল্পনা কৰি চালে ভগবানে মানে, শ্ৰীকৃষ্ণৰ ডিজিত এটা কেমেৰা, ঠিক ফৰেইন মামাই বিদেশৰ পৰা অনাৰ দৰে! ডিজিত কেমেৰা লৈ কৰিব- ক্লিক্, ক্লিক্ ক্লিক্— বা অটোমেটিক কেমেৰাটো চকীত থৈ নিজেও ফটো তোলে- আৰু ফটো তোলে ৰামৰ, লক্ষ্মণৰ, সীতাৰ–।

ককাই মহাভাৰতৰ কথা কয়। গ্ৰীচদেশৰ সাধু আৰু হাৰকিউলিচৰ সাধুও কৈ যায়।

হনুমান ককাৰ সাধুবোৰ শুনাৰ, কল্পনা কৰাৰ লগতে শোভনাৰ ৰাতিপুৱা সোনকালে উঠাৰ কাম এটাও বাঢ়িছিল। স্কুললৈ যোৱাৰ কাম।

মস্ত ফিল্ডখন পাৰ হৈ পাদুৰী চাহাবৰ স্কুললৈ যোৱাৰ কাম।........

আৰু কাম - ফৰেইন মামাক পাখি চোলাৰ ফৰমাইচ দিয়া -

ৰাতিপুৱা ৰাতিপুৱা মা-পাপাৰ পিঠিত উঠা –

কণমানি কণ ভাইটিৰ লগত তিনিচকীয়া গাড়ী চলোৱা-

বিংকি, পুতু, নম্রতা, লানি, জনটিহঁতৰ ল'গত খেলা -

আৰু কাম, 'ভেকুলী' গাড়ী লৈ ঘৰলৈ অহা আইতাক, মাহী, মামাকবোৰৰ বাবে ৰৈ থকা, -

যেন শেষ নোহোৱা কাম।

ফেন্টম, ফেন্টমৰ বগা ঘোঁৰাটো আৰু ফেন্টমৰ ডেভিল ঘোঁৰাটো লৈ কদমত, কদমত, কদমত কৰাৰ সপোন দেখা এটা ৰাতিপুৱাত সাৰ পাইছিল শোভনা।

প্রথমবাৰৰ বাবে তাই মাক-দেউতাকক কাজিয়া ল'গা দেখিছিল................

: 'চোৰ কৰি মই ধনী হ'ব নোৱাৰো'।— দেউতাকৰ প্রচণ্ড চিএৰ বাথৰুত চকু দুটা বহলকৈ মেলি ভয়ে ভয়ে বিছনাৰ পৰা নামি আহি মাকক বিচাৰি পাকঘৰ পাইছিলগৈ তাই......

— পাকঘৰৰ ঘৰৰ কাষতে লাগি থকা গোহালিটোত জাৰ্চি গাইকেইজনীক পঘাৰে খুঁটাত বান্ধি বান্ধি পাপাকে গালি পাৰি আছিল মাকক —

: ৰাতিপুৱাই ৰাতিপুৱাই, কেনেকৈ ওলাল মাটি কিনাৰ কথা আৰু তোমাৰ মাৰাইত আছিৰ সেইকাৰণেই মই একেদিনাই অট্টালিকা এটা সজাই ল'ব লাগে.......

: অট্টালিকা নহয়, ল'ৰা-ছোৱালীহালৰ বাবে নিজৰ বুলি ঘৰ এটাৰ কথাহে কৈছো— কেৱল ৰাইজ আৰু ৰাইজ ; ৰাইজে আপোনাক একো নুথুৱাই, — আৰু সহৰৰ আগত মোৰ ভাল নালাগে...

: কি ভাল নালাগে? — গৰুকেইটাৰ পঘাডাল এৰি শোভনাৰ দেউতাক আহি সমুখা-সমুখিকৈ থিয় হ'ল, মাকৰ ওচৰত....

: কি কি ভাল নালাগে?

: এনেকৈ ভিক্ষাৰীৰ দৰে তিনিকোঠলীয়া ঘৰত থাকিবলৈ। জেকা ঘৰটো স্বাস্থ্যৰ বাবেও বেয়া।

: দেখিছিলো নহয়, গৈছিলো নহয় জয়পুৰলৈ, মই, — ভঙা বাংলাটোৰ ঠাইত অট্টালিকা হোৱা বেছি বছৰতো হোৱা নাই। এইবাৰহে হৈছে।

: ভঙা বাংলো নাছিল আমাৰ, কাঠৰ পুৰণি বাংলো আছিল— গাঁৱলীয়া কনকৰাৰ।

: কি? কি? কোন গাঁৱলীয়া? — দেউতাকে প্ৰকাণ্ড জোৰেৰে চৰ এটা মাৰি দিলে শোভনাৰ মাকৰ গালত।

: মাকৰ পকাঘৰ, ভায়েকৰ বিদেশৰ গাড়ী, এইবোৰৰ লগত মোক নিবিজাৰি, মই কজা নহয়, মোৰ লগত থাকিলে, এনেকৈ থাকিব লাগিব, সাধাৰণভাৱে, দেশত থাকিলে নাপাই বহুত মানুহ মৰে, মাটি নথকা খেতি নথকা মানুহ বহুত আছে, মই কজাৰ দৰে তেওঁক খুৱাওঁ.... গাঁৱত ৫০ বিঘাতকৈ বেছি মাটিত মোৰ খেতি হয়, শাক পাচলি, মাছ, কাছ আৰু জহা চাউলৰ ভাত, কেইটাই খাই সুখিবি? কেৱল থং খণ্ডকৈ ঘৰটো হ'লেই নহ'ব। টাউনত মাটি ল'ম ক'ৰ পৰা? পইচা ক'ত ইমান?

: কিয় মোৰ চাকৰিৰ পইচাকেইটা? আমুকিৰ স্কুলৰ চাকৰিৰ পইচাকেইটা?? কান্দি কান্দি মাকে বকি গ'ল...হ, সমাজসেৱী, মোক বোলে বি এ টো দিয়াত সহায় কৰিব, — ক'তা? ক'তা? একোৱেই নহ'ল মোৰ — খালি স্কুল আৰু পাকঘৰ ।

উচুপি উচুপি কান্দি থাকিল মাকে. .... ..... ..

প্ৰথমবাৰৰ বাবে শোভনাই মাকক কন্দা দেখিলে, প্ৰথমবাৰৰ বাবে তাই দেউতাকে মাকক হাত দিয়া দেখিলে, কিন্তু?

— কথাবোৰ পাকঘূৰণি খাই থাকিল, তাইৰ মনত আৰু আইতাইত? কেতিয়া.....বা......আহিব?

একোটা উশাহত গত্তি কৰি গ'ল তাই— ৱান, টু, থ্ৰি ক'ৰ, কাইত আৰু কিয় জেকেন, আহ! আহিব এতিয়া আইতাইত. ... .

— কাষলাত, বগা এম্বেচাদৰখনৰ পৰা নামি আহিল, কপৌহেন মাজা . . . আইতাক আৰু মাহীবোৰ.......মা.....আ....মা.......আ...। আবেগেৰে গাড়ীৰ কাষলৈ সৈ কোলাত উঠিল তাই মাযাকৰ।

- চাৰিওফালে হাতত বগা বগা টিকটবোৰ লৈ গোট খাইছিল বিভাষ—ৰিংকি, দিপালীহঁত। পটিকি পিটিকি সিহঁতে গাড়ীখন চুই চাইছিল।

ঃ নুচুবি। নুচুবি ; বাৰু — পইচা দিব নালাগে, উঠ গাড়ীত, খালি গ্লাচবোৰ নুচুবি, ছিটবোৰ বেয়া নকৰিবি,..

ওঁ, বিভাষ নুঠিবি, তোৰ ভৰিটো লেতেৰা... ... ..

—গোটেইবোৰ গাড়ীত উঠি লৈছিল — গাড়ীৰ ষ্টিয়েৰিঙত ধৰি শোভনাই মুখেৰে শব্দ কৰি গাড়ী চলাইছিল

'পি. পিট..... . ভূ ... উ... ......ভূ..... ...উ......ভূ. ........উ... .....

ঃ অই শোভনা, তহঁতি বহু ধনী ন'........?

— ৰিংকিয়ে ফূৰ্তিতে শোভনাক সুধিছিল। অলপ চিন্তা কৰি শোভনাই লাহেকৈ গাড়ী চলোৱা বন্ধ কৰি গাড়ীৰ পৰা নামি আহিছিল।

— ঃ নাম তহঁতি,— এইখন আমাৰ গাড়ী নহয়, আইতাহঁতৰ গাড়ী ; আমি কেনেকৈ ধনী হ'ম ? আমাৰতো গাড়ী নাই। আইতাহঁতৰ নিচিনা ডাঙৰ ঘৰ নাই ; কিন্তু... আইতাহঁততো আমাৰ নিজৰ!!!

শোভনাই পুনৰ ভাবিলে (ভবাটো তাইৰ অভ্যাসৰ দৰে হৈছেগৈ)

নিজৰ মানে একেবাৰে নিজৰ হ'ব লাগিব। গাড়ীত উঠি আবেলি আবেলি যদি কণ, মা, পাপা, মই, এইখন গাড়ী লৈ গলোহেঁতেন ফুৰিবলৈ তেতিয়াহে নিজৰ হ'লহেঁতেন এইখন গাড়ী, সদায়। সদায়।

সদায় মানে, কেতিয়াবা নহয়।

সদায় মানে সদায় — সদায়!!...... ....

. ..আৰু পাপাই যে কৈছিল 'চোৰ কৰি কেনেকৈ ধনী হ'ম ?' ধনী মানুহবোৰ চোৰ নেকি ? তথাপি তাইৰ ভাল লাগে এইবোৰ, মাক, পাপা , আইতা , ফৰেইন মামা , টিপলু মাহী .... ... চবকে,....চবেই তাইক মৰম কৰে— চবেই তাইক কয় তাই বোলে পৰিয়ালৰ ৰাজকুমাৰী........

......কদমত, কদমত, কদমত,— তাইক এটা ঘোঁৰা লাগে,

কণ থাকিব আগত, ঘোঁৰাটো চলাব পাপাই,

আৰু মা—মা পিছত যাব। ঘৰত ভাত ৰনাব, ন'হলে

কোনে! আৰু ঘোঁৰাত উঠি পাখি লগাই,— তাই

ফেন্টমৰ 'ট্ৰি হাউছ' লৈ যাব..........

'ট্ৰি হাউছ'— মনতে তাই আওৰালে। পাহাৰৰ মাজত এটা ঘৰ—পাহাৰ—নদী — আৰু ফেন্টমৰ ডেভিল—।

ঃ সপোন। সপোনৰ পৃথিৱীখনত ভৰি দিলে শোভনা, অকস্মাৎ শোভনাৰ সপোনবোৰত আহি থাকিল, গৈ থাকিল, পাহাৰ—নদী, ফেন্টমৰ ধুনীয়া ধুনীয়া ঘৰ আৰু তাইক ৰাজকুমাৰী বুলি কোৱা চব মানুহবোৰ......কদমত, কদমত, কদমত— ৰাজকুমাৰীৰ ঘোঁৰাত যেন তাই গৈ থাকিল— নৈ, বিল পাৰ হৈ কৰবালৈ.. ...... ... ।

প্লেকছ (পিছলৈকো), ডিঙিত এখন বনেট আৰু হাত নথকা এটা ছুৰেটাৰ...... ।..........পিছৰ ছিটত আইতা, মা, পাপা আৰু শোভনা, ৰুণ..........।

নামঘৰৰ বাহিৰৰ বাৰাণ্ডাত আন্ধাৰত ট ট কৈ জিলিকি আছিল, মাইকী মানুহবোৰৰ কৌতূহলি চকুবোৰ, মুৰত ওৰণি, গাত একেখনকৈ ঠাণ্ডাত কঁপি কঁপি লৈ থকা গৰম কাপোৰ, সিহঁতক মেনড্ৰেকৰ দৰে লাগিছিল। বাৰাণ্ডাৰ পৰা নামঘৰলৈ সিহঁতৰ দৃষ্টি নিবদ্ধ আছিল; বছৰেকত এবাৰেই হয় ৰাস।

মুৰত সোণ খটোৱা কিৰিটি, হালধীয়া তাম বৰণৰ চুৰীয়া আৰু গাত মণিখটোৱা চাদৰ, কৃষ্ণ ওলোৱাৰ লগে লগে চাৰিওফালে উৰুলিৰ শব্দ হৈছিল। শংখ, ডবা-কাঁহৰ হুলস্থূলৰ মাজত আৰম্ভ হৈছিল কৃষ্ণৰ যাদু —

গাখীৰ খোৱা শ্ৰীকৃষ্ণ,<br>
মাখন চোৰ শ্ৰীকৃষ্ণ,<br>
যমুনাৰ ওপৰত নৃত্য কৰা শ্ৰীকৃষ্ণ,<br>
বকাসুৰ বধকাৰী শ্ৰীকৃষ্ণ।<br>
বলোভদ্ৰ শ্ৰীকৃষ্ণ!<br>
গোপিনীৰ মাজত শ্ৰীকৃষ্ণ।।

..... ভগবানৰ দৰে, মানুহবো ইমান ৰূপ থাকেনে? পিছফালে ঘূৰি চাই শোভনাৰ মনটো আনন্দত নাচি উঠিল, সৌৱা আইতা, টিপলুমাহী আৰু মা আগুৱাই আহিছে,— নামঘৰৰ ভিতৰলৈ— ৰাতি বাৰ বজাৰ পাছত সত্ৰাধিকাৰৰ বিশেষ অতিথিক, সোমাবলৈ দিয়া হয়! মহিলা অতিথিক। সকলোবোৰ শোভনাৰ দৰে প্ৰথম শাৰীত বহি লৈছে— আৰম্ভ হৈ আছে শ্ৰীকৃষ্ণৰ নৃত্য।

"তাক ধিনি তাক ধিনি ধিনিতা, ধিনিতধেই,"<br>
"আহে, সভাসদ, ............,"

মুৰত বগাৰঙৰ কিৰিটি এটাৰে, টিপলু মাহীৰ মেক্সিৰ দৰে, মস্তধৰণৰ কোঁচ কোঁচ মেক্সি এটা পিন্ধি থকা, সূত্ৰধাৰ আকৌ এবাৰ ভিতৰলৈ সোমাই গ'ল...।

" আহা সখী, আহা যাওঁ, গকুলৰে শ্ৰীকৃষ্ণৰ<br>
নয়ন ভৰি চাওঁ...."

শ্ৰীকৃষ্ণই আনন্দত মণ্ডলীয়া হৈ নাচিছে ৰাধাৰ সৈতে...... পূৰ্ণিমাৰ জোনত স্বচ্ছ পোহৰে নামঘৰৰ ভিতৰৰ মানুহবোৰকো স্পৰ্শ কৰিছে—বিগলিত দৰ্শক — আয়তিবোৰ বাৰান্দাত ফেৰফেৰিয়া ঠাণ্ডা বতাহক আওকান কৰি বিস্ময়নেত্ৰে উপভোগ কৰিছে শ্ৰীকৃষ্ণৰ নৃত্য। ভালেকেইগৰাকীয়ে চাদৰৰ আচঁলেৰে চকুলো টুকিছে ...... ভগবানক সাক্ষাৎ দেখাৰ সৌভাগ্যত। শংখ, ডবা, কাঁহ, নৃত্যত মণ্ডলীয়া শ্ৰীকৃষ্ণ .....

"খেৰেকটি খেৰেকটি খেৰেকটি খেই ; "

খোলৰ চেৱত নৃত্য কৰিছে গোৱালী সাজি লোৱা ল'ৰা গোপীনীবোৰে।

কমলাবাৰী সত্ৰত কিন্তু ফটফটিয়া জোনৰ পোহৰত গোৱালীয়েও নৃত্য কৰে চাৰ ; —

কাম নকৰাৰ অহংকাৰ, যৌৱনত উঠি ঘূৰি ফুৰা ভাবোগা ককাৰ ছবি এখন কল্পনা কৰি ভাল লাগি থাকিল শোভনাৰ— তথাপি অহংকাৰ থকা মানুহ ভাল লাগে তাইৰ।

এজন ব্যক্তিৰ স্বভাৱবোৰ বোলে পিৰিৰ পৰা পিৰিলৈ সংক্ৰামিত হোৱা বেমাৰৰ দৰে, আজোককাৰ যদি আত্মগৌৰৱৰ জিনবোৰ, মোৰ গাত মোৰ ধমনীত বৈ আছে। তেনেকৈ, মোৰ ককাৰ, আত্মত্যাগৰ জিনবোৰো মোৰ ধমনীত বৈ আছে, এই গোটেইবোৰ মিলি মই হৈছো, কণ হৈছে; কিন্তু মই কাৰো নিচিনা হ'ব নিবিচাৰো। মই পাপাৰ কাৰ্বন কপি হ'বলৈ বিচাৰো— পাপাতকৈ ভাল আৰু কোনো হ'বই নোৱাৰে। শোভনাই ভাবি থাকিল।

❑❑ গাঁৱৰ পৰা অহা দলটোৱে টাউনৰ বাচকবনীয়া কেইঘৰমানৰ ঘৰতহে হুঁচৰি গায়। এম এল এৰ ঘৰত, পিতাম্বৰ গোস্বামীৰ ঘৰত দেৱপ্ৰসাদৰ ঘৰত আৰু আৰম্ভ কৰে শোভনাহঁতৰ ঘৰৰ পৰা। ল'ৰাবোৰ ব্লাউজৰ তলত কাপোৰৰ টোপোলা ভৰাই মস্ত মস্ত কৰি লোৱা বুকুবোৰ আৰু নকল চুলি লগাই খোপা বান্ধি লোৱা, ছোৱালীৰ দৰে জোঙা কৰি লোৱা মস্ত দীঘল নখবোৰ; চব মন কৰি থাকে শোভনা, বীণা, বিভাষ, দিপালীহঁতে। খিৰিকীয়েদি জুমি জুমি চাই সিহঁতে। চাৰ্কাচৰ ফকুৰৰ দৰে টাপলি মৰা হলৌ পেণ্টটো পিন্ধি ছবিৰ লগতে আছে, নটুৱা এটা নাচনিৰ ভাগৰ লাগিলে সি কঁকাল ঘূৰাই নাচে।

হুঁচৰি যোৱাৰ পাছত কঁকাল ঘূৰাই ঘূৰাই নাচে শোভনাইতে কণক বনাই দিয়া আমুলস্প্ৰে টেমাটো ঢোল কৰি মুখত গামোচা মাৰি পিংকি, বিভাষ, দিপালী, পুতুহঁতে ঘৰৰ চোতালবোৰত নাচি থাকে....।

"গিৰিপ গিৰিপ কৰি নাচি থকা নাচনী আইজনী
তোমাৰ মান গুৱনি নাই।
নাচোতে নাচিবা কঙ্কালটো ভাঙিবা আইজনী
তোমাৰ মান ধুনীয়া নাই।
খিন তাক, খিনতাক.... থেই.................................

হুঁচৰিবোৰ যোৱাৰ পাছত, বীণাই গধূলি গধূলি কণ আৰু শোভনাহঁতক তাইৰ গাঁৱৰ কথা কয়-গাঁওবোৰৰ বিলৰ কাষত কাছই কণী পাৰি যায়, কাছই পৰা কণীবোৰ কি তেল, জিভাৰ পানী পৰি যায় তাইঁতৰ দেখিলে আৰু গাঁৱত যখিনী থাকে দীঘল দীঘল নখ থকা, বাক থাকে, মূৰুত চকু থকা; বাকবোৰে পানীত বান্ধি কাৰোবাক পালে মূৰটো তললৈ কৰি ওপৰলৈ ভৰি কৰি গেঁথি থয়, মানুহ মাৰি বাকবোৰে যোলে বৰ ফূৰ্তি পায়।

......... সেউতাক ঘৰত নাথাকিলে পিং পং কৰাই মাকেৰে সৈতে কথা পাতি থাকে।

এইটো তাবিজ, সিবিয়েকক পিন্ধাই দিবি ক'লা সূতাৰে বাউসীত, ইলেকচনত জিকিব, মই চালনী মাৰি চাইছো। মানুহটোক বহুতে বেয়া পায়, শত্ৰু বহুত আৰু বহুতে বেয়া কাম কৰিছে। তাইঁতৰ লাওজোপাৰ তলত ওপৰমুৰে থোৱা আছে এটা বটল। উত্তৰকালে কোনোবাই বেয়া কাম কৰিছে কালিলৈ পূহৰি পুজাতে মই বাহুটো মোকলাই দিম, মাত্ৰ টকা পঞ্চাশটা লাগিব।

মোমায়েকক পঞ্চাশ টকা উলিয়াই দি মাকে অসন্তোষ মনেৰে স্কেৰ দিয়ে। এওঁ ক'ত তাবিজ পিন্ধিব! যাদু মন্ত্র এইবোৰ একো বিশ্বাস নকৰে, খৰচটো যৰ বেছি বাবে শঙ্কা বেছি। জানো কি কৰো!

ঠিক আছে তেন্তে শোৱা গাৰুটোৰ ঠিক তলতে তাবিজটো লেলাই খলি আৰু তল— কাণে কাণে কিবা মন্ত্র এফাঁকি গুৰবলৈ শিকাই দিয়ে মাকক পিং পং শুনাকে।

বীণা, ভূতবোৰ বাৰু পিং পং কৰাৰ নিচিনা নেকি?

ভূতৰ কথা বাদ দিয়া, তোমাৰ মাৰ কথা ভাবা।

. .. আমাৰ ঘৰলৈ যে আৰু এটা কেঁচুৱা আহিব তুমি জানানে খোকা?

ওহো, মই কিবা ভগৱান নেকি? শোভনাই বীণাৰ এই ধৰণৰ কথাবোৰ একেবাৰেই পছন্দ নকৰে। তায়েই যেন বিশ্বব্ৰহ্মাণ্ডৰ সব কথা জানে' আমি ইমান কিতাপ পঢ়ি জনা কথাবোৰ যেন একোৱেই নহয় আৰু সঁচাকৈয়ে একো নহয়ও, সজে মাজে বীণাকেই পৃথিৱীৰ সমস্ত ৰহস্য জনা যেন লাগে।

খাইদেউৰ পেটটো চাবিচোন, ফুলি গৈছে। তাতে তোমালোকৰ ভাইটিটো আছে।

কথাটো শুনি শোভনাৰ বীণাক ভগৱান যেনেই লাগিল।

ও হয়তো; মই আকৌ ভাবিছো, মাৰ পেটত পেলু বেছি হৈছে। সেই কাৰণে পেটটো বাঢ়িছে। শোভনাৰ মুখৰ পৰা ওলোৱা কথাটো শুনি বীণাই হাঁহি মাৰি দিলে।

তুমি সঁচাই অঁকৰা। এফালে বহুত কথা জানা, একালে একো কথাই নাজানা। কিতাপত এইবোৰ নাথাকে নহয়, কিছুমান কথা নপঢ়িলেও হৈ যায়। বীণাই শোভনাক ক'লে।

আচ্ছা, নাজানো বাৰু! কিন্তু ভাই পেটৰ ভিতৰত সোমাই চাইছিলি নেকি কিয় — ভাইটি হ'বনে ভণ্টি হ'ব। ওলোটাই সুধিলে শোভনাই। এইবাৰ বীণাই উত্তৰ কি দিব চাওঁ, তাই ভাবিলে।

পেটটো কমকৈ ফুলিলে ল'ৰা হয়, বেছি ফুলিলে ছোৱালী হয় আৰু তিনি মাহহে আছে বাকী। বীণাই বিজ্ঞৰ দৰে উত্তৰ দিলে।

খুউব বেছি দুই বছৰ বা তিনিবছৰৰ ডাঙৰ বীণাই কেনেকৈ ইমানবোৰ কথা জানে বাৰু।

....... বিণি বিণি মনত পৰি গ'ল শোভনাৰ, এবছৰ মানৰ আগৰ ঘটনা এটা। ডিব্ৰুগড়ৰ মেডিকেল কলেজৰ পৰা আহিয়েই মাকে বিছনাত বাগৰি বাগৰি কান্দিছিল, মনে মনে আহিল দেউতাক, কষ্ট কৰি কৰি বাথৰুমলৈ উঠি যাওঁতে মাকে উচুপি উচুপি কৈছিল, "ইমান নিৰ্দয় আপুনি এনে এটা ঘটনাৰ পাছত একেদিনাই এনেকৈ পাৰিলে কাম আছে বাবে শুটি আছে নেকি? আপুনি মানুহ নে কচাই"।

কি আছিল 'ঘটনাটো'? শোভনাই ঘটনাটো জনা নাছিল, কিন্তু জানিছিল, মাকৰ কিবা এটা হৈছিল।

ৰাতিলৈ সেইদিনা আলহীৰ বাবে থকা বিছনাখনত, তাঁৰ নামৰ পাঁচকণাৰ আড্ড সেতেলা মানুহটো শুইছিল, ৰাতি শুৱৰ সময়ত কপৰ লগত খিচুৰ খিচুৰ কেলোতে খাকলা পৰা তুলাবোৰ ওলাই গোটেই বিছনাখন তুলাৰে ভৰ্তি হৈ গৈছিল। খণে তুলাবোৰ ভয়ে ভয়ে পাকত তলাই চুপচাপ কেএল আঙুলিৰ ওচৰৰ আৰু মধ্যমা আঙুলটো মুখত ভৰাই টোপনি গৈছিল।

ৰূপ এনেকুৱাই আছিল। যিমানেই উৎপাত নকৰক, ভাগৰ লাগিলে মুখত আঙুলি সি ভৰাবই। যেনেকে যিমান শাস্তি নাপাওক সি শোভনাৰ লগত দন্দ লাগিবই। শোভনা আৰু বীণাক চুলি টানিবই। গধূলি পঢ়া টেবুললৈ পলমকৈ আহোতে, দেউতাকে এবাৰ তাক ঠাণ্ডা কালিৰ হাড় কপা জাৰত একড্ৰাম পানীত ডিঙিলৈকে জুবুৰিয়াই থৈছিল।

ক', পঢ়িবিনে মাত্ৰ খেলিবি!

ভয়তে ৰূপে ড্ৰামৰ পানীখিনিতে পেচাব কৰি দিছিল আৰু চিঞৰি চিঞৰি কান্দিছিল 'মা মোক ৰক্ষা কৰা, ৰক্ষা কৰা'। মাকে আহি তাক ড্ৰামৰপৰা উলিয়াই আনি টাবেলেৰে গাটো মোহাৰি সদায় কোবাৰ দৰে কৈছিল।

দেউতাক নে কচাই, খালি মোৰ ল'ৰাটোক মাৰি থাকিব, সি ডাঙৰ হ'লে ভাল হ'ব নহয়! এই ফুকলীয়াতে কি পঢ়িব?

দেউতাকেও ৰঙা চকুৰে এছাৰি এডাল লৈ ৰূপক মাৰিবলৈ আকৌ খেদি গৈ কৈছিল, তাৰ বায়েকে তাৰ বয়সত ৰামায়ণ, মহাভাৰত একেদিনাই পঢ়ি শেষ কৰিছিল।

এখন কিতাপ নতুনকৈ আখৰ শিকা ছোৱালীজনীয়ে পঢ়ি একেদিনাই শেষ কৰিব যদি পাৰে; ই গাধই অ, আ, A, B, C, D কেইটা কিয় শিকিব নোৱাৰে? কিমাননো সৰু সি তাইতকৈ। একেটা পেটৰ পৰা ওলোৱা ল'ৰা-ছোৱালী কেলেই ইমান বেলেগ হয়?

❑❑ দেউতাকৰ এই প্ৰশ্নটোকে শোভনাই বহুবাৰ ডাঙৰ হৈ কৰিছিল।

'একেটা পেটৰ পৰা ওলোৱা ৰূপ আৰু মই কিয় ইমান বেলেগ, ৰূপৰ স্বভাৱ, ৰূপৰ চিন্তা, ৰূপৰ কথা-বতৰা, ক'তো মোৰ ভাইটি হোৱাৰ চাপ নাই, মাত্ৰ ৰূপটো একে হোৱাৰ বাহিৰে। একেই চুলি, একেই নাক, একেই চেলাউৰি, একেই হাঁহি, ৰূপক দেখিলে চকুমুদি কোনোৱাই কৈ দিব পাৰিব ৰূপ শোভনাৰ ভায়েক। কিন্তু স্বভাৱ।

ইমান আকাশ পাতাল পাৰ্থক্য স্বভাৱৰ?

শোভনাৰ অহৰহ কিতাপৰ লগত থকা সম্পৰ্কৰ বিপৰীতে ৰূপ আছিল একেবাৰে বেপৰোৱা। আখৰ সি ভাল নাপাইছিল, সি উৎপাত কৰিয়েই ভাল পাইছিল আৰু সি ভাল পাইছিল মাকক।

কেৱল শোভনাই নহয়, সকলোৰে মন কৰিছিল মাকৰো ৰূপৰ প্ৰতি মৰম আছিল আবেগেৰে ভৰা। ৰহতৰ পৰা নোপোৱা বহুবোৰ মাকে যেন ৰূপৰ পৰা বিচাৰিছিল। কিয় আছিল ইমান দুৰ্বলতা??

কিয় আছিল মাকৰ ৰূপৰ প্ৰতি ইমান দুৰ্বলতা?

এই প্ৰশ্নটো শোভনাই বহুবাৰ কৰিছিল নিজক? জীৱনৰ আটাইতকৈ সংঘাতময় সময়বোৰত!

জীৱনৰ অভিশপ্ত সময়বোৰতো!

আৰু বাজ? বাজৰ জন্মই শোভনাৰ ৰহস্যৰ দুৱাৰখন খুলি দিছিল তৰপে তৰপে। কোনো অভিলাষী আভিজাত্যৰ ভৰা কেবাৰে নাচনীয়ে তৰপে তৰপে কাপোৰ খুলি উলংগ হোৱাৰ দৰে। ভেৰি মৰ'ৰ 'ষ্ট্ৰিপট্ৰিজ'ৰ দৰে —

প্ৰথমতে এতৰূপ;
তাৰ পাছত পিছৰ তৰূপ
আৰু তাৰ পাছত
একেবাৰে বস্ত্ৰ নথকা মানুহজনীৰ দৰে।

কিমান বয়সত শোভনাই মানুহ জন্ম হোৱাৰ উলংগ সত্য চকুৰে দেখিছিল খুউব বেছি দহ বা এঘাৰ।

বাঁপাই দেখুৱাই দিয়া ফুলা পেটটোৰ পৰা ফুলকমলীয়া বাজে পৃথিৱী দেখাৰ হুবিহুন। শোভনাই কাকো কথ নোঘাখাকে সাঁচি ৰাখিছিল, কি ধৰণৰ বিস্ময় আছিল সেয়া কথাৰে ক'ব নোৱাৰা বিস্ময়: শব্দ'ৰ বুজাৰ নোৱাৰা বিস্ময়........!

....... জোনে পৃথিৱী পোহৰ কৰাৰ সময়ত, সূৰ্যই পৃথিৱীৰ পৰা বিদায় লোৱাৰ পাছত, গভীৰ হৈ আহিল ৰাতি,

বিচনা ইকাটি সিকাটি কৰি আছিল শোভনা
টোপনি যোৱা নাই তাই।
কাণৰ কাষতে মৌ-মাখিৰ দৰে গুণ গুণ শব্দ

মাক আৰু দেউতাকে সেয়া কথা পাতিছে। কাষতে থকা ছিংগল বিছনাখনলৈ উঠি গৈ মাকে দীঘল দি শুই দিছিল।

আই ঐ মোৰ বৰ কষ্ট হৈছে, যাওক লেডী সিঙক মাতি নিয়কগৈ।

হাতত বেগ এটা লৈ অলপ সময়ৰ পাছতে লেডী ডাক্তৰ সিং সোমাই আহিছিল,

দেহী, কপ চাওঁ উঠাচোন। কপ টোপনিত লালকাল। শোভনা টোপনিত লালকালৰ দৰে পৰি থাকিল, দেউতাকে মতা যেন শুনাই নাই।

আৰম্ভ হৈ গ'ল জন্ম যন্ত্ৰণাৰ প্ৰক্ৰিয়া।

ক্ষীণ স্বৰত মাকে কেৰ্কাবলৈ ধৰিলে।

শোভনাৰ চকুৰেদি পানী বৈ গ'ল—মায়ে দুখ পাইছে কন্দনাত? বুকুত লৈ থকা গাৰুটোত সামান্য আঁৰ কৰি চকু দুটা মেলি দিলে শোভনাই।

এয়া কি? এয়া কি? মাকৰ পেটৰ পৰা দেখোন কিবা এটা পৃথিৱীলৈ লাহে লাহে ওলাই আহিছে। প্ৰথমতে ক'লা চুলিবে এটা মূৰ, তাৰ পাছত? তাৰ পাছত গাটো তাৰপাছত ভৰি.......।

এয়া, এয়া দেখোন এটা কেঁচুৱা! এয়া দেখোন বাজ, মোৰ মৰমৰ ভাইটি, বাজ! শোভনা থক্ থককৈ কঁপিবলৈ ধৰিলে। এয়া কি! এয়া দেখোন তেজ! মাৰ গাত থকা কাপোৰবোৰত! মাৰ কি হৈছে?

কপমানিটোক মেৰিয়াই থোৱা নাড়ীডাল কাটি, লেডী সিঙে ধুনীয়া হাঁহি এটা মাৰি ভঙা ভঙা অসমীয়াৰে ক'লে।

কংগ্ৰেটছ! ল'ৰা, ল'ৰা এইটো, বৰ ধুনীয়া হ'ব!

কঁপি থাকিল শোভনা, আপাদি কল্পাপাত কঁপাদি কঁপি থাকিল তাই। আনন্দত। নে দুখত?

নে বিস্ময়ত! তাই একো নাজানিলে; কিন্তু যি দেখিলে সেয়া তাই কাকো ক'বও নোবাৰে। বীণাকো ক'ব নোবাৰে, কিন্তু তাই কেনেকুৱা অনুভৱ কৰিছে সেয়া ভাবি উলিয়াবও নোৱাৰিব।

"স্বৰ্গৰ পৰা দেৱদূত আহিলে যেনেকুৱা লাগিব
তেনেকুৱা লাগিছে এতিয়া!
মই ডাঙৰ হৈ গৈছো, ৰাতিপুৱালৈ আৰু অলপমান চাগে ডাঙৰ হৈ যাম!"
ভাবিছিলো, বিভাবে, কৈছিলে যে ৰাতি বোলে সাৰপাই থাকিলে স্বৰ্গৰ পৰা পৰীবোৰ অহা দেখা পায়, কিন্তু মই দেৱদূত দেখা পালো,মোৰ ভাইটি বাস্তৱ ৰূপত।"
মই এতিয়া, নতুনকৈ বাইদেউ হৈ গ'লো।
— টিং টঙ!

আবেগ আৰু চিন্তাত থক্‌থক্‌কৈ কঁপি থাকিল শোভনা, শোভনাৰ মনৰ ঘড়ীটো বাজি উঠিল— নিজকে বীণাতকৈ বেছি ডাঙৰ লাগিল শোভনাৰ। বিভাষ, দিপালী, পিংকু, সকলোতকৈ। গোটেই ৰাতিটো তাই নুশুলে।

কণমানি বাস্তৱ জগতে আৰু এটা নতুন শব্দও আহিল, ' ইমাৰজেন্সী'...



# জৰুৰীকালীন/বিনোবাৰ দেশৰ মানুহ!

"In the name of democracy it has been
sought to regate the very functioning of democracy"

২৬ জুন, ১৯৭৫ ৰ ৭ বজাৰ ৰেডিঅ'ৰ বাতৰিত পদ্মজাকৈ ইন্দিৰা গান্ধীৰ প্ৰতিটো শব্দই শোভনাৰ দেউতাকৰ মুখৰ ৰঙ সলনি কৰিছিল। কঠিনৰ পৰা কঠিনতম হৈছিল সেই মুখ, যেন পথাৰত হাল বাই থকা খেতিয়কৰ গাত বজ্ৰপাত হৈছিল। যেন চুই দিলেই মাটিত খাটকৈ পৰি যাব বিশালকায় এটা মানুহৰ শৰীৰ। যেন চাংচাট হৈ গৈছিল হাতত সপোনৰ তৰা লৈ ঘূৰি ফুৰা মানুহ কিছুমানৰ কল্পনা, যেন দুপৰীয়া নিৰ্জন পুখুৰীত কোনোবাই শিলগুটি এটা মাৰি দিছিল ধ-প-অ-প । শেষ হৈ গৈছিল নিৰ্জনতাৰ আপুৰুগীয়া শব্দবোৰ। যেন শেষ হৈ গৈছিল স্বাধীনতা নামৰ সুমধুৰ গীতটোৰ গুঞ্জন।

"Proclamation of Internal Emergency" বাৰে বাৰে ভোকভোকাই মনে মনে উচ্চাৰণ কৰি আছিল তেওঁ- -

"চেঃ ৰব বেয়া হ'ল।"

"চেঃ ৰসাতলে গ'ল গণতন্ত্ৰ।"

'চেঃ ৰব বেয়া হ'ল।"

ৰেডিঅ'টো পকাই বন্ধ কৰি থৈছিল তেওঁ। পাৰিলে হয়তো ভাঙি পেলালেহেঁতেন বা দলিয়াই দিলেহেঁতেন ওচৰৰ খালটোলৈ— পাকঘৰত ব্যস্ত আছিল শোভনাৰ মাক। (ৰাতিপুৱাৰ পৰা ব্যস্ত হৈ থাকিব লাগে মানুহজনী)। ৰাতিপুৱাৰ সৰা-মোচাৰ বাবে কণীয়ে বাট নাচায়! তেওঁ ঘৰ সৰা মচা, গা-ধুই গোঁসাইঘৰৰ থাপনা মচা, প্ৰায় আধাঘণ্টামান সুললিত কণ্ঠেৰে বৰগীত গোৱা, চিধাই পাকঘৰলৈ গৈ চাহ, বাকৰ বাবে জলপান আৰু গাঁৱৰপৰা হাজাৰটা ওজৰ আপত্তি লৈ অহা দুখীয়া মানুহবোৰৰ কাৰণে তাওৰ চচপেনটোত ভাত এসোপা আৰু আঞ্জা এসোপা বনাই থৈ যোৱা, স্কুলৰ কেল পৰাৰ লগে লগে পাঁচ মিনিটৰ দূৰত্বত থকা স্কুললৈ দৌৰ মৰা, তিনিবজাত স্কুলৰ পৰা আহি হয় চাঁটনাললৈ বহা বা উলগোঁঠা, ৰাতিলৈ ভাত ৰন্ধা, তাৰমাজতে স্কুলৰ পৰীক্ষাবোৰ ঘূৰিত থকাতে আহি ৰাজক গাখীৰ খুৱাই যোৱা, কাম আৰু কাম আৰু কাম।

তেনে কামবোৰৰ মাজৰ পৰা ল'ৰা-ছোৱালী হালক গা-ধুৱাই দিয়া, ভাত খাই কেইজনীক চোৱা চিতা কৰা, গাখীৰ দিয়াই দিয়া আদিবোৰ ভাগ কৰি লয় যেতিয়া শোভনাৰ দেউতাকে। শোভনাৰ মাকৰ মনটোত গভীৰ অশান্তিয়ে দিনদিন দি আছিল, ধৰত মাহৰ আগৰ অশান্তি সেয়া।

........ যোৱাবাৰ ঠাণ্ডাকালি ধোঁৱাবৰণীয়া হাফ চুৱেটাৰ এটা গুঠি দিছিল তেওঁ নিজহাতেৰে। মৰম সোমাই আছিল তাত, চেনেহ আছিল। বহুত কামৰ মাজত নিজৰ মানুহটোলৈ কিবা এটা কৰি দিয়াৰ আগ্ৰহ! চুৱেটাৰটো লৈ ঘূৰি ফুৰিছিল তেওঁ, নিজৰ মানুহজনৰ পিছে পিছে।

পিন্ধি চাওকচোন এইটো! পিন্ধকচোন।

কি? চুৱেটাৰ? পিছত পিন্ধিম। কোনো ভাবাবেগ নেদেখুৱাই দেউতাকে কৈছিল। কিবা চিন্তাত বুৰ গৈ আছিল তেওঁ।

দেখিছো নহয়, সৌটো ঘৰৰ সিপাৰে মিণ্টুহঁতৰ মাকে বনাই দিয়া চুৱেটাৰ দেউতাকে পৃথিৱীখনক দেখুৱাই ফুৰে। আমাৰজন হৈছে শিলৰ টুকুৰা, প্ৰশংসাতো নায়েই, আগ্ৰহো নাই। ভিক্ষাৰীক দি দিম নিজহাতে গোঠা চুৱেটাৰ। বাঢ়ি যোৱা আবদাৰবোৰত বাধা দি হাত পাতি লৈছিল মানুহজনে চুৱেটাৰটো।

এয়া পিন্ধিলো, হ'ল? বাৰান্দাৰ একাষে থকা চিনাকী চকীখনত বহি টেবুলৰ অসংখ্য কাগজৰ এখন উলিয়াই কিবা লিখাত লাগিছিল তেওঁ।

আৱতৰত আহিছিল বৰষুণ এজাক, ঠাণ্ডাকালিৰ আৱতৰিয়া বৰষুণত বাৰাণ্ডাৰ চালিৰ ফুটা অংশেই দি পানী পৰিছিল......... টেবুল-চকীৰ কাষত।

টোপ, টোপ টোপকৈ বৰষুণৰ পানী পৰা ঠাইত বাঁলাই দৌৰি দৌৰি চৰিয়া এটা আনি পাতি দিছিল—। বৰষুণ বেছিকৈ আহিছিল। চৰিয়া, বাল্টি, বাতি কেৰাহী, এটা এটাকৈ আনি পাতি ভৰি পৰিছিল বাৰান্দাখন— । ওচৰৰ খালটো ওফন্দি পৰিছিল লেতেৰা পানীবোৰেৰে। এটা সময়ত বাৰান্দালৈকো পানী উঠিছিল;

গেলা ক'লা বৰণৰ, কয়লা মিহলোৱা ধৰণৰ পানী। নিৰ্বিকাৰ মানুহজনে লিখি আছিল, মাজে মাজে চালৰ ফুটাৰে বৰষুণ পৰি থকা অংশলৈ চাইছিল।

ঃ চালখন চোৱাব লাগিব!

ঃ নালাগে, নালাগে! একো কৰিব নালাগে ঘৰৰ বাবে! বৰষুণ এদিনহে দিছে, দিয়ক! আপুনি লিখি থাকক। পৃথিৱীৰ সমস্ত দুখৰ পৰা মানুহবোৰ উদ্ধাৰ কৰক। আমিবোৰ— শোভা, মই, কণ, ৰাজ, আমিবোৰ আপোনাৰ দুখৰ অংশীদাৰ হৈ থাকিম। বৰষুণ পৰা জেঁকা ঘৰত থাকিম। নীৰৱ পৰা অহা মানুহবোৰক খুৱাম। শুশ্ৰূষা কৰিম। সিহঁতেতো বজা নকনায়!! উভতি গৈ সিহঁতে কংগ্ৰেছক ভোট দিব।

এসময়ত আমি বুঢ়া হম, মৰি যাম। শোভানাহঁতে হাত পাতি ফুৰিব, দুৱাৰে দুৱাৰে। নাইবা মোৰ মাৰ ঘৰলৈ পঠিয়াই দিম সিহঁতক।

দুখ, খং আৰু বেজাৰত একাকাৰ হৈ গৈছিল শোভনাৰ মাক।

কিমান বুজাব মানুহজনক! কিবা বুজি পালেহে!

গান্ধীবাদ যদি এয়া হয়, নীতিবাদিতা যদি এয়া, তেনেহ'লে বৰ কষ্টকৰ এই জীৱন" ভৱিষ্যত নোহোৱা জীৱন। আড়ম্বৰ নথকা জীৱন। মাত্ৰ শোভনাজনীয়েই ভৱিষ্যত। তায়েই ডাঙৰ হ'বলৈ কিমান দিন আছে।"

"Sir it will be my pleasure to teach you Assamese, Sir, Assamese is a sweet and easy language! Sir, lets start with this"

নমস্কাৰৰ ভংগীত মই কৈছিলো।

You please join your hands and say

"Kukuror Puwali"!

স্মিথ চাহাবে হাত দুখন যোৰ কৰি সশব্দে উচ্চাৰণ কৰিছিল —

"Kukuror Puwali" কুকুৰৰ পোৱালী।

Like this? Young man? Am I right?

Absolutly Sir. মই কৈছিলো।

কমটোলৈ সোমাই অহা একমাত্র অসমীয়া অধ্যাপক গোস্বামী ছাৰলৈ সম্ভাষণ জনাই মিঃ ডগলাচ স্মিথে চিঞৰি উঠিছিল, উৎসাহত। হাতযোৰ কৰি তেওঁ কৈছিল

Yes Goswami! Come, please be seated "Kukuror Puwali"

কুকুৰৰ পোৱালী! কি– ই —— ই — ই ।

তলালৈ মুৰ কৰি থৰ হৈ থকা মোক দেখিয়েই গোস্বামী ছাৰে জানি পেলাইছিল কোনে শিকাইছিল অসমীয়া .......... ময়ো জানিছিলো, এয়াই মোৰ কলেজত শেষ দিন হ'ব। জাতীয় পতাকা মাটিত পেলোৱাৰ বাবে, পালোৱান বৃটিছ এটাক একচৰ মৰাৰ ৰেকৰ্ড আৰু এই কুকুৰৰ পোৱালী শিকোৱাৰ ৰেকৰ্ডে মোক কলেজত পঢ়াৰ আয়ু্স পেলাবই!

ভালেই পাইছিলো। দেশৰ বাবে স্বাধীনতা আন্দোলনত জঁপিয়াই পৰাৰ সোৱাদত ব্যাকুল হৈ পৰিছিলো। ভৱিষ্যতটো আছিল দেশৰ লগত সাঙোৰ খোৱা এক ভৱিষ্যত! নিজৰ সুখৰ ছবিখন দেশ মাতৃৰ সুখৰ লগত একাকাৰ হৈ পৰা সেই যি আৰম্ভ হ'ল, মৰিলে লগত যোৱাকৈ এতিয়াও থাকি গ'ল।

তাৰপাছত জয়প্ৰকাশৰ সমাজবাদী পাৰ্টি 'ছচিয়েলিষ্ট'। ঘূৰি আহিলো গাঁৱলৈ— তৃণমূল পৰ্য্যায়ৰ পৰা গাঁৱত শিকাৰ পোহৰ বিলাবলৈ, কিতাপ কি শিকাবলৈ, মথাউৰি বনাবলৈ, লগৰ কিছুমান পেচকাৰ হ'ল, কিছুমান উকীল, কিছুমান হ'ল অধ্যাপক।

বৃটিছ পুলিচে দেখিলে লেংটি চিণ্ডি পলোৱা মানুহবোৰে ভিৰ কৰিছিল মোৰ ঘৰত, মই চহৰৰ পৰা কিনি অনা চামুচ, কাপ, আলমাৰি চাবলৈ ভিৰ হৈছিল মোৰ ঘৰত। মই আখৰ শিকোৱা মানুহবোৰেই ভোট, গাঁও, ভাগ ভাগ কৰিব পৰা হ'ল- জাত-পাতৰ পলিটিক্স কৰিব পৰা হ'ল। তাৰ পাছত তুমি আৰু মোৰ দেহীজনী।

এইবাৰ মুখ্য মন্ত্ৰীয়ে মোলৈ বাবে বাৰে মানুহৰ হতুৱাই বাৰ্তা পঠিয়াই আছে। অসমক বোলে মোৰ দৰে চকল সাহসী সুপুত্ৰৰ দৰকাৰ আছে। মই সুধি পঠিয়াইছো। —

অসমক নে কংগ্ৰেছক? দেশৰ সেৱা মই সমাজবাদী ছচিয়েলিষ্টত থাকিয়েই কৰিম, ক্ষমতাৰ লোভত বাবে নীতি নেৰো।

আৰু এইয়া গণতান্ত্ৰিক প্ৰক্ৰিয়াটোক কুঠাৰঘাত কৰি ইন্দিৰা গান্ধীয়ে ঘোষণা কৰিছে— ইমাৰজেন্সী! জৰুৰীকালীন অৱস্থা। বুকুখন খামুচি ধৰিছিল, শোভনাৰ দেউতাকে।

কন্তেক নীৰৱতা। হাঁহাকাৰ কৰি দিব পৰা নীৰৱতা সেয়া।

শোভনাৰ মাকে তন্ময় হৈ চাই আছিল, নিজৰ মানুহজনৰ মুখলৈ। সেই মুহূৰ্তত ভাপ হৈ উৰি গৈছিল তেওঁৰ অসন্তুষ্টি।

এইটোৱেই মোৰ মানুহটো। কেতিয়াবা শিশুৰ দৰেও লাগিছিল, বুকুত শিয়াই খাই থকা এটা শিশুৰ দৰে! কেউকাষে কি হৈ আছে এন উমান নাই। ক কৰিও ...ক নোহোৱা, দেশক, মাইজক ভালপোৱা মানুহটোক বুকুত সাৱটি ধৰি কন্দালে মন গৈছিল মাকৰ

চিন্তা নকৰিব, চব ঠিক হৈ যাব। চিন্তা নকৰিব। কিন্তু কিবা এটা সংকোচ সংকোচ তাৰৰ বাবে সেয়া কথাবলকৰ কিবাও আছিল।

– সংকোচৰ এই কেন্দ্ৰ কেতিয়া যে ইমান মজবুত হৈ পৰিল কোনেও গম পোৱাকে নাছিল। মন গ'লেই মৰম কৰি দিব নোৱাৰা সংকোচবোধ নেৰ্বিচ শোভনাৰ মাকে এখানৰ বাবে লাগি নিচিগাকৈ ভাবিছিল। মদ নোখোৱা, ভাং নোখোৱা, তামোল নোখোৱা, চিগাৰেট নোখোৱা, কোনোধৰণৰ কেলেংকাৰী নথকা, ধৰমভোলা এই মানুহটোৱে সন্যাস ল'লেই ভাল আছিল। কমণ্ডল ল'লেই, মানুহবোৰে যেনি থাকিলেই মানুহটো লীন যায় শব্দৰে সৈতে, মানুহৰ আজীৱন পীড়াৰে সৈতে, যেন কোনোবা গীতপুথিৰ কুণ্ঠৰোগীৰ পাতো পিছি দি কৈছে — ভয় নকৰিবা ভাল হৈ যাব।

যেন ছকেটিছে বাটত পাই খাই ফুৰিছে — গণতন্ত্ৰ হ'ব, স্বাধীনতা হ'ব।

যেন, গেলিলিওৱে কৈ ফুৰিছে সূৰ্য্য নহয়, পৃথিৱীয়েহে সূৰ্যৰ চাৰিওফালে ঘূৰে।

বহল বুকুৰ মানুহটোৰ ভিতৰত এটা শিশু শুই আছে!

বহল বুকুৰ মানুহটোৰ ভিতৰত এজন সন্যাসী শুই থাকে!

বহল বুকুৰ মানুহটোৰ ভিতৰত এখন কিতাপ জাপ খাই আছে!

কোনে পঢ়িব সেইখন কিতাপ! মই নোৱাৰো, মোৰ সময় নাই। ধৈৰ্য্য নাই। ভাত-কাপোৰত, সন্তানৰ ভৱিষ্যতত বন্দী মোৰ জীৱন। কোনে পাৰিব, মানুহজনৰ বুকুৰ মাজৰ এই কিতাপখন মেলিব!

শোভনাই হয়তো। তায়েই পাৰিব! মাকে অন্তৰৰ ভিতৰত পৰা জানিছে, জোনালীজনীয়েহে শুধৰাব পাৰিব দেউতাকক। দুৰ্নীতি কৰাটো যত্নো লিখিছাৰে, কোনেওপাৰে চপোৱা থকো মোক নালাগে, কিন্তু মোক অলপ বেছিকৈ মৰম লাগিছিল এওঁৰ পৰা, অলপ আদৰ, এখানিমান একান্ত সময় একেলগে আৰু নিজৰ খুলিবলৈ এটা সৰু ঘৰ।

নিজকে বৰ অসহায় যেন লাগিল তেওঁৰ, অহ' ভাত হলে সেই গ'ল— পাকঘৰলৈ সোমাই গ'ল তেওঁ ।

❑ ❑ চিএবি চিএবি পঢ়ি থকা শোভনাই বেডিঅ'ৰ লগতে পঢ়া বন্ধ কৰি কাণ পাতি শুনি আছিল, দেউতাকৰ কথাবোৰ। তাই জানিছিল এনেয়ে মাকক দেউতাকে এনেকৈ নামাতে। নিশ্চয় কিবা এটা হৈছিল।

পঢ়া টেবুলৰ পৰা উঠি এখোজ দুখোজকৈ 'পানী খাম' বুলি উঠি আহি বাঁহীক কিবা

এটা কৈ আৰামী চকীখনত বহি থকা চিন্তাক্লিষ্ট দেউতাকৰ কোলাত প্ৰতিটো সন্ধ্যাৰ দৰে জাঁপ মাৰি উঠি কোলাতে মূৰটো সুমুৱাই দিছিল।

আবদাৰেৰে তাইক কোলাত তুলি তাইৰ মুখলৈ চাই দেউতাকে কিবা এটা কৰলৈ মুখ মেলোতেই তাই বুঢ়া আঙুলিটো নিজৰ মুখত ভৰাই সংকোচেৰে দেউতাকৰ কাণত কৈছিল।

"কুকুৰৰ পোৱালী"!

কি-ই-ই! ইমান বেয়া কথা ক'বপৰা শিকিলি ইমান ভাল ছোৱালীজনীয়ে?

টানকৈ চাই ভাবি দিয়া দেউতাকক তাই ভয় নোখোৱাকৈ হাঁহি হাঁহি কৈছিল।

নহয় অ' পাপা! ডগলাছ স্মিথক হে শিকাইছো নমস্কাৰ! কুকুৰৰ পোৱালী! নমস্কাৰ! কু-কু-ৰ-ৰ পোৱালী।

চিন্তাই ক'লা কৰি পেলোৱা দেউতাকে হাঁহি দিছিল।

হাঃ হাঃ হাঃ দুষ্টজনী...।

ভাল লাগি গৈছিল শোভনাৰ! দেউতাকে চিন্তা কৰি থাকিলে তাইৰ বুকুখন কিয় বিষায় যায় তাই নাজানিছিল। কিন্তু জানিছিল —

তাইৰ পাপা যদি কেতিয়াবা মহাভাৰতৰ কৌৰবো হৈ যায়, কৰ্ণৰ দৰে তাই কিন্তু পাপাৰ লগতে থাকিব।

সামান্য মুখলৈ চাই হাউলি— তাই সুধিছিল দেউতাকক।

পাপা! আপোনাৰতো মা-দেউতা মৰিলে! কিন্তু আমাৰ ককা-আইতাৰ দৰে ফটো নাই কিয়? কেমেৰা নাই নেকি আপোনাৰ গাঁৱত? আপোনাৰ মা আমাৰ হিটলাৰ আইতাৰ দৰে আছিলনে?

কি? হিটলাৰ আইতা কোন? কোনে দিলে সেইটো নাম?— মাৰে দিব মজা জানিলে!

মাক কোৱা নাই নহয়; আপোনাকহে কৈছো।

আমাৰ আইতাক দেখিলে কিবা হিটলাৰ যেন লাগে। দেখিলেই হাত দাঙি যেন ক'ব লাগে—

হেইল হিটলাৰ।

হেইল হিটলাৰ!!

আইতাৰ খংটোও কিবা হিটলাৰ হিটলাৰ যেন লাগে, সেইদিনা মায়ে আমাক সাধুকথা কৈ আছিল। ককাৰ মৃত্যুৰ পাছত বাগানৰ বাংলোত বোলে আইতা হাতত বন্দুকলৈ বাতি বাহিৰলৈ ওলাইছিল, আইতাই বোলে বন্দুক চলাবলৈ নিজৰ দেউতাকৰ পৰা শিকিছিল! আইতাক বোলে কোনেও আজিলৈকে কন্দাও দেখা নাই! আইতাৰ দেউতাক বোলে বৃটিছৰ দিনৰ বজাৰ নিচিনা ডাবোগা আছিল। ঘোঁৰাত উঠি ফুৰা মোচাল ককা!

আজোককাই আমাৰ, হাতত লৈ ফুৰিছিল এডাল চাবুক। এবাৰ বোলে কোনোবা গাঁৱৰ মানুহ আজোককাৰ ঘৰৰ আগে দি ছাতি মেলি যাওঁতে তাক ঘৰলৈ আনি চাবুকেৰে কোবাইছিল— সপাং— সপাং— সপাং আৰু এবাৰ কোনোবা এজনাই চেণ্ডেল পিন্ধি ঘৰৰ আগেদি পাৰ হওঁতে মাটি নি শোধাইছিল প্ৰচণ্ড গোৰ।

........ আপোনাৰ মা কেনেকুৱা আছিল?

শোভানাৰ প্ৰশ্নৰ উত্তৰ দি দেউতাকে কৈছিল — মোৰ মনত আছে বৌটি (আমি মাক বৌটি বুলিছিলো) বৰ ধুনীয়া আছিল, বৰ আজলীও আছিল, প্ৰতিদিনত পুৱা বিছনাৰ পৰা বহুত বছৰ উঠিবই নোৱাৰিলে, বৌটিৰ আলপৈচান ধৰিছিলো মই, মাজে মাজে সময়ত বৌটিয়ে মোৰ মুখটোতে চুমা এটা খাই আশীৰ্বাদ দিছিল

— তোৰ কল্যাণ হওঁক বোপাই, স্বামীয়ে কৰিব লগা কামবোৰ তয়েই কৰিছিলি। আলপৈচান ধৰিলি। ভু-ভাৰতত তোৰ নাম হওঁক বোপাই।

কপালখন চুই মাকৰ চুমাটো যেন অনুভৱ কৰিছিল কেতেকণমান তেওঁ! নাকৰ পাহি দুটা ফুলি উঠিছিল দেউতাৰ . ...........।

– সাধাৰণতে নিজৰ কথা নোকোৱা এই মানুহজনৰ এই ৰূপটো বহবাৰ শোভনাই দেখিছিল। দেউতাকৰ এই মুহূৰ্তবোৰত তাইৰ দেউতাকক দেউতাক যেন লগা নাছিল, লাগিছিল বন্ধুৰ দৰে—একান্ত মৰমৰ বন্ধুৰ দৰে, মুঠা এটাৰ এটা পিঠিৰ দৰে। নাৰিকলৰ মাজত সোমাই থকা পানীখিনিৰ দৰে। বাহিৰে টান, ভিতৰে তেনেই স্বচ্ছ, কোমল মিঠা— মাত্ৰ তাইৰ বাবেই যেন খোলা দেউতাকৰ অন্তৰৰ দুৱাৰ। এই সম্পৰ্কত যেন এটা গভীৰ অৰ্থ আছে— কেৱল সন্তান আৰু পিতৃৰ মাজতে আবদ্ধ নহয় আৰু কিবা— কি কিবা? সেয়া তাই নাজানে, মাত্ৰ অনুভৱ কৰিব পাৰে! তাইৰ গোটেই জীৱনটো যেন এই দেউতাকৰ কিবাবোৰেই উজ্জ্বলাই ৰাখিব। এই কিবাটো যেন এটা প্ৰশান্ত।

এটা মৰম

এটা বেছিকৈ জনাৰ আগ্ৰহ।

এটা পৰিধি নোহোৱা বৃত্ত!

এটা নিশ্বাস!

এক প্ৰয়াস!

নাথাকিলেই শূন্য হৈ যাবপৰা এটা অনুভৱ..

দেউতাকক টানকৈ সাৱটি ধৰি বুকুৰ মাজত অনুভৱ কৰিলে তাই একধৰণৰ নিৰাপত্তা!

আৰু 'ভাচাকতমি' মানে কি পাপা? আমনি নাপাইছিল দেউতাকে শোভনাৰ কথাবোৰৰ উত্তৰ দিবলৈ।

আকৌ কচোন কি— ভাচাকতমি! কোনো ক'লে, ক'ত পালি এইটো। ভাচাকতমি নহয়—

"VASECTOMY" "V-A-S-E-C-T-O-M-Y"

এতিয়া এইবোৰ জানিবৰ বয়স তোৰ হোৱা নাই। ক'ত শুনিলি তই? আচৰিত হৈ শোভনালৈ চাই তেওঁ সুধিছিল।

সেইদিনা যে পাকৰ মানুহবোৰ প্ৰদুম্নৰ লগত আছিছিল, তেতিয়া শুনিছিলো। প্ৰদুম্নৰ আমাই বাক পাও দিব নেকি পাপা? শোভনাই আগ্ৰহেৰে সুধিছিল।

ওঁ! নিৰ্দোষ মানুহক দুখ দিলে, নিজেও দুখ পায়। অহ! যা, বহুত হ'ল আজি কথা। চাওঁ তোৰ বেবিবোৰৰ দাঁতটো!

দেউতাকৰ আদেশ পালন কৰি শোভনাই বেৰিয়াগঞ্জা দাঁতটো দেখুৱাবলৈ মুখখন মেলি দিছিল;

আ— আ—আ

আৰু 'VASECTOMY' ভাচাকডমি নহয় কিন্তু ভেচেক্টমি? প্ৰহ্লাদৰ VASECTOMY!!!

০০০ প্ৰহ্লাদ বৰা, গকুলপুৰৰ দিখৌৰ মথাউৰিটো য'ত শেষ হৈছে, তাতেই তাৰ ঘৰ, দুখীয়া নিচলা বুলিলে যি যি ধৰণৰ গুণ থাকিব লাগে, তেনেকুৱা বৈশিষ্ট্য আটাইখিনি আছে প্ৰহ্লাদৰ। আকাশ দেখা ঘৰ, লঘোনে থকা পেট আৰু ল'ৰা-ছোৱালী! খাবলৈ বিচাৰি থকা মুখবোৰ! পেটৰ বিষত বাটকুৰি বাই-বাই প্ৰহ্লাদ গৈছিল গাঁৱৰ একমাত্ৰ হস্পিটেলখনলৈ। পঢ়িব নজনা প্ৰহ্লাদে ৰেডক্ৰছটো ঠিকেই চিনি পাইছিল। পেটটো এহাতেৰে ধৰি বিষৰ কোবত সি ৰেডক্ৰছ চাইন বোৰ্ডখনৰ তলতে বহি পৰিছিল।

আহ! আহ! উহ ঈশ্বৰ, পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰ! হে প্ৰভু, বিষৰ বৈতৰণী পাৰ কৰা প্ৰভু। বিষত কেঁকাই কেঁকাই কথমপি উঠি প্ৰহ্লাদ পাইছিলগৈ ডাক্তৰৰ কম।

থুলন্তৰ চেহেৰাৰ সুন্দৰ মুখাবয়বৰ মানুহজনে মূৰ তুলি চাইছিল প্ৰহ্লাদলৈ, গাওঁখনত সেই এখনেই হস্পিতাল, — চকল ডেকা ডাক্তৰৰ পষ্টিং গকুলপুৰত — শোভনাৰ প্লাট নম্বৰৰ মোমায়েক। খোৱাবস্তু কিনিবই নালাগে, গকুলপুৰৰ দৈ, গকুলপুৰৰ নদী, বিলৰ সোৱাদ লগা মাছ আৰু বিস্তৰ বাবদ অৰ্থাৎ পইছা দিব নোৱাৰি মলমলাকে গোন্ধাই থকা জহা চাউল, আৰৈ চাউল, পুৰণি গামোচাত বান্ধি অনা কোমল চাউলৰ টোপোলা ভৰ্ত্তি হৈ থাকে পাকঘৰত। খোৱা মানুহ নিচেই কম। বাছনিটো, ড্ৰাইভাৰটো আৰু ডাক্তৰ নিজেই। মাজে মাজে জয়পুৰৰ পৰা অহা মাক, ভায়েক আৰু টাউনখনৰ পৰা অহা শোভনাৰ মাক-দেউতাক। বচ সিমানেই। দৰমহাৰ পইছা কেইটা গোটে গোটে থাকি যায়।

: কি হ'ল, বিষত কেঁকাই আছ যে। তোৰ গেষ্ট্ৰিকৰ অপাৰেচনৰ বাবে পইছা আনিছনে? বহাৰ পৰাই ডাক্তৰে সুধিলে।

এহ্ ছাৰ পইছা পাতি নাই, কিন্তু জুলুকিয়ে কৈ পঠালে আপুনি বোলে কিবা 'পইছা দিয়া অপাৰেচন' কৰিছে সেই গতিকেহে পোনালো। ছাৰ, এইটো কি পইছা পোৱা অপাৰেচন?

গালৰ ওলাই পৰা হনু, কোটৰত সোমোৱা চকু, কক্ষ চালৰ প্ৰহ্লাদক ভৰিৰ পৰা মূৰলৈকে আকৌ এবাৰ লক্ষ কৰিলে ডাক্তৰে। এবাৰ কল্পনা কৰি চালে নিজকে। ক'ত লণ্ডনৰ ধুনীয়া ধুনীয়া মানুহবোৰ! ক'ত এইখন যোৰহাটৰ গাঁৱৰ এই কংকালসাৰ মানুহবোৰ। ওহো বেছিদিন থাকিব নোৱাৰি। অলপ পইছা গোটাব পাৰিলেই আকৌ ঘূৰি যাম লণ্ডনলৈ। এইবাৰ চিৰদিনৰ বাবে থাকিবলৈ।

প্ৰহ্লাদ আওবাই আহি ডাক্তৰৰ মুখামুখিকৈ থকা চকীখনত বহো নবহোকৈ বহি পৰিল। ডাক্তৰৰ মূৰৰ পিছফালে থকা অনুকূল বাবাৰ ফটোখন চাই প্ৰহ্লাদে সুধিলে, সেয়া চাগে চাৰৰ দেউতাক। ধৰ সুন্দৰ আছিল দেও। যোগাকৈ তালৈ চাই ডাক্তৰে ক'লে,

আৰম্ভ হৈছিল অপাৰেচন!

শেষ হৈছিল অপাৰেচন!

অৱশ শৰীৰটো কোনোমতে থিয় কৰাই আগ্ৰহেৰে ডাক্তৰে দিব লগা পইছাকেইটালৈ বাট চাই থাকিল প্ৰহ্লাদে ......

VASECTOMY DONE!

হোঁ ইয়াতে চহী এটা মাৰ, নহ'লে বুঢ়া আঙুলিৰ চাপ এটা দে!

চহীটো দিব পাৰো ছাৰ, আমাৰ ছাৰে শিকাইছে।

কোন ছাৰ? কৌতুকেৰে চাই সুধিলে ডাক্তৰে।

আপোনাৰ ভিনদেউ, ছাৰ। আমাৰ গাঁওখনৰ দেৱতা সৌজন!

ওঁ। পিছে ইলেকচনবোৰত ভোট দি এম. এল. এ নকনাৰ কিয় তইঁতে? ভেকাহি মাৰিলে ডাক্তৰে। মুখত ব্যংগ হাঁহি।

ছাৰ, মই ভোট দিও। গাঁৱৰ সকলোৱেই দিয়ে। ছাৰ, গণ্ডগোলটো ছাৰৰ পৰিয়ালতে। পৰিয়ালৰ মানুহবোৰে ছাৰক হিংসা কৰে। ছাৰ, কেৱমল শইকীয়াৰ দলটোৱে, পইছা মদে-ভাতে খাই সিইঁতে ভিতৰি ভিতৰি কংগ্ৰেছক ভোটটো দিয়ে— প্ৰহ্লাদে ক'লে।

অ' তইঁতে কংগ্ৰেছ তাৰ মানে বেয়া পাৱ। ডাক্তৰে সুধিলে।

এহ ছাৰ, সেইবোৰ নাজানো। ছাৰৰ পাৰ্টি — আমাৰ পাৰ্টি! ছাৰ বৰ ভাল মানুহ, ছাৰ! দেৱতা মানুহ! দুখীয়াৰ দেৱতা। মই থকা জুপুৰীটো ছাৰৰ মাটিতে। ছাৰে দি দিলে! আপুনি ছাৰৰ খুলখালি দেখিছে ইমান ভাল ছাৰ। পইছা দিয়া অপাৰেচন কৰিবলৈ দিছে।

টকাকেইটা হাত পাতি গণ্ডি কৰি ল'লে পইছাকেইটা প্ৰহ্লাদে।

এইকেইটা টকাৰে ফলমূল গাখীৰ ভাল বস্তু খাবি। অলপ দিন বেষ্ট ল'বি। কেইটা ল'ৰা-ছোৱালী তোৰ? ডাক্তৰে সুধিলে।

ছাৰ এটা ল'ৰা, এজনী ছোৱালী। ছোৱালীজনী অঁকৰা, ল'ৰাটো বেমাৰী। মানুহজনীৰ গাত লেঠা এতিয়া। প্ৰহ্লাদ যাবলৈ উঠিল।

হ'ব, তেনেহ'লে তিনিটাই যথেষ্ট। এইটো অপাৰেচন কৰিলে আৰু সন্তানৰ আশা নাই; শান্তিত থাকিব পাৰিবি। এইটো অপাৰেচন কৰিলে আৰু সন্তানৰ বাপেকী নহ'ব।

ডাক্তৰে কি কৈছে! অকস্মাত ডাক্তৰৰ ওচৰলৈ গৈ সি হাতখনত খামোচ মাৰি ধৰি চিঞৰি উঠিল।

সৰ্বনাশ কৰিলে মোৰ ছাৰ!

মোৰ সৰ্বনাশ কৰিলে!!

উদভ্ৰান্তৰ দৰে টকা কেইটা দলিয়াই প্ৰহ্লাদ গাঁৱৰ লুং লুঙীয়া বাস্তাটোৱেদি দৌৰ মাৰিলে.... প্ৰহ্লাদ দৌৰিয়েই থাকিল!

মোক মিছা কথা কৈ অপাৰেচন কৰিলে!! চিঞৰাই পঞ্চায়তৰ অফিচ পাইছিলগৈ সি। বন্ধ পঞ্চায়তৰ অফিচৰ পৰা ঘৰ গৈ পাওঁতে, কানিমুনি আন্ধাৰ হৈছিল তেতিয়া।

এয়া কি?

(১) ৰহস্য জানিলো VASECTOMY ৰ।
(২) নির্দোষ মানুহক দুখ দিলে, নিজেও দুখ পায়। মই জীৱনত কাকো জানি বুজি দুখ নিদিওঁ।
(৩) ল'ৰা-ছোৱালী হ'বলৈ মাকৰ লগতে দেউতাকবোৰো দৰকাৰী!
(৪) পাপাৰ মাক, মানে আমাৰ আইতা, হিটলাৰ আইতাৰ দৰে নাছিল! জীয়াই থাকিলে আমাক হনুমান ককাৰ দৰে সাধু ক'লেহেঁতেন!
(৬) EMERGENCY দিছে ভাৰতত। পাপাৰ চিন্তা!

ইমাৰজেন্সী চাবলৈ মন গৈছে। টিং টং........
শোভনাৰ অন্তৰৰ ঘণ্টাবোৰ বাজি উঠিল একেলগে!
টিং টং টিং- টং- টিং- টং- টিং
অন্তৰত ভাৱৰ মিচিল। ঘণ্টাৰ দৰে ভাৱৰ পবিত্ৰ মিচিল!

□□ ইমাৰ্জেন্সিৰ এটা গধুৰ সন্ধিয়া। টাউনৰ সেই চুবুৰীটোত প্ৰায়বোৰেই নিতাল মাৰি ঘৰৰ ভিতৰতেই আছে। সন্ধিয়া আঠ বজাৰপৰা বাহিৰলৈ ওলোৱা নিষেধ। টাউনত থিয়েটাৰ, এতিয়া নহয়, ভাষা আন্দোলনৰ দৰে দুই এটা চুবুৰীত অলপ গণ্ডগোল হোৱাৰ বাবে চহৰত সান্ধ্য আইনো ঘোষণা কৰা হৈছে।

টাউনৰ শোভনাৰ ঘৰৰ আৰু চুবুৰীটোৰ পৰিবেশ মৰা সাপৰ দৰে। ৰাস্তাটোৰ দৰে! ক্ষীণ আৰু দীঘলীয়া। ব্যস্ত টাউনখনত যেন চৰায়ে চি-চিএগ্ৰালেও কোনোবাই ক'ব।

চ : .......... গণ্ডগোল নকৰিবা! ইমাৰ্জেন্সি! ইণ্টাৰনেল ইমাৰ্জেন্সি। চঃ — চঃ হস্পিতালৰ কৰিডৰত আঁৰি থোৱাৰ দৰে 'ছাইলেন্স প্লিজ'।

প্ৰশ্ন কৰিব নোৱাৰিবা। কোনেও! জেলত ভৰাই থব।
নাইাহিবা শব্দ কৰি! মাৰি পেলাব!
নুফুৰিবা! ভৰি লেঙেৰা কৰি থৈ যাব।
নুশুনিবা-নকৰা-নাচাবা। ঠিক তেনেকুৱা —

ৰং মহলৰ সন্মুখৰ সদাব্যস্ত ৰাস্তাটো জনশূন্য। শোভনাৰ ঘৰৰ পৰা ৰংমহললৈ মাত্ৰ কেইফাৰ্লংমান বাট। ৰংমহলৰ একুৰত বহা বিভা ফুলৰীৰ দোকানীটোও নাই। চাৰিওফালে যেন মৰিশালি।

মৰিশালিৰ মাজত জনু চৰায়ে চিএৰাৰ দৰে আহি আছে, গৈ আছে, মিলিটেৰীৰ ডাঙৰ ডাঙৰ গাড়ীবোৰ। আৰু বন্দুক টোৱাই মাজে মাজে মিলিটেৰীবোৰ ট্ৰাকৰ পৰা নমাৰ শব্দ, যেন সিহঁতে মানুহ দেখিলেই বন্দুকেৰে গুলি কৰি দিব........ খি— চি— উ — উ-
খি—চি—উ—উ—
মানুহে খোজ কাঢ়িলে গুলীয়াব!
প্ৰশ্ন কৰিলে গুলীয়াব!
আৰু হাঁহিলেও গুলীয়াব নেকি?

গুলীয়াৰ কথা ক'লে, কথাবোৰত ইন্দিৰা গান্ধীৰ বিষয়ে ক'লে গুলীয়াৰ। কেনেকৈ ৰক্ত দ'ৰা এটা যুক্ত আঙুলি দি ধৰাব দৰে ইন্দিৰা গান্ধীয়ে নেৰকে কৈছে....

চঃ ......... চঃ . .......... চঃ

Silence Please.

ওহো Please টো কাটি দিছে।

খবৰদাৰ! খবৰদাৰ!

গণ্ডগোল নকৰিবা।

প্ৰশ্ন নকৰিবা।

উত্তৰ নাপাবা।

গুলি পাবা!

ধি—চি—উ—উঁ

আন্ধাৰৰ ডাঠ ক'লা বৰণবোৰ ঠেলি, বিশালকায় মানুহজনৰ হাতত ধৰি জনশূন্য বাটটোত গৈ আছিল এজনী কীণ-মীন-সৰু যুটিয়া ছোৱালী শোভনা। শোভনা আৰু তাইৰ দেউতাক সেয়া।

: পাপা কোনো মানুহ নাই ৰাস্তাত। ভয় লাগিছে, কোলাত লওক না। শোভনাক কোলাত তুলি লৈ দেউতাকে উত্তৰ দিলে —

ভয় কিহৰ! চাব খুজিছিলি নহয় ইমাৰজেন্সী। এয়া Emergency.

হঠাৎ বন্দুক মুৰলৈ টোৱাই দুটা ভীষণকায় মিলিটেৰী কেইটামান দেউতাকৰ একেবাৰে কাষতে ৰ'লহি। বগা খদ্দৰৰ কুৰ্টাৰ পৰা কিবা এটা উলিয়াই দেখুৱাই দিয়াৰ লগে লগে মিলিটেৰীকেইটা বন্দুক সামৰি থৈ গুচি গ'ল... ।

পুলিচ কেইটা কিয় গুচি গ'ল পাপা? শোভনাৰ ভয় আৰু চিন্তা তেতিয়াও শেষ হোৱা নাছিল!

মোক সাংবাদিক বুলি জানিলে কাৰণে।

চব মানুহ কিয় সাংবাদিক নহয় পাপা! তেতিয়া দেখোন চব মানুহেই ইমাৰজেন্সীত ওলাই ফুৰিব পাৰিলেহেঁতেন? কথাৰ সাধুকথাৰ হাৱৰিউলিচ যেন লাগি গ'ল তাইৰ পাপাকৰ!

একেবাৰে ভয় নাই দেখোন পাপাৰ! মইতো মিলিটেৰীৰ বন্দুক দেখি মূৰ্চ্ছাই গ'লোহেঁতেন! ইমান সাহসী মোৰ পাপা!

কোলাৰ পৰা শোভনাক নমাই থৈ দেউতাকে তাইক আলফ দুৰলৈকে খোজ কঢ়াই লৈ গ'ল।

নিজম পৰা বাটবোৰত শোভনা আৰু দেউতাকে নিজকতা ভংগ কৰি কথা পাতি থৈ থাকিল। .... টুকুৰা টুকুৰা কথা .........

সেইজনী, সদায় জীৱনত প্ৰথম হ'ব লাগে। সদায় যদি জীৱনত দ্বিতীয় হোৱাৰ কোনো মানেই নাই। দেখিছ নহয়, টাউনৰ কোনো মানুহ ওলাব নোৱাৰা সময়ত মই ওলাব পাৰিলো, কিয়? এই কলমটো বহুত শক্তিশালী। যেনেকৈ শক্তিশালী বিজ্ঞান। ক্লাছত যেনেকৈ প্ৰথম

হ'ব লাগে, ঠিক তেনেদৰে জীৱন যুঁজতো প্ৰথম হ'ব লাগে। কাৰো বাবেই দ্বিতীয় নহ'বি। ফাৰ্ষ্ট ফাৰ্ষ্ট। জোৰকৈ উচ্চাৰণ কৰিছিল দেউতাকে এই শব্দ দুটা। জনশূন্য পথটোও শোভনাৰ মনত পাকঘূৰণী খাই বৈ গৈছিল এটা শব্দ চিৰ জীৱনৰ বাবে —

প্ৰথম, প্ৰথম, প্ৰথম!

দ্বিতীয় নহয়! প্ৰথম!

First! First!

Never be Second! Never!

কথা কৈ কৈ ঘৰ সোমাইছিল তাই দেউতাকৰ সৈতে। এনেকুৱা লাগিছিল শোভনাৰ ---- যেন তাই আৰু অলপ ডাঙৰ হৈ গ'ল.... আৰু অলপ ডাঙৰ।

মনৰ ভাববোৰত ঘূৰি আছিল তাইৰ সেই দিনটো —– শোভনাৰ ঘৰলৈ অহা বিনোবাৰ দেশৰ আঠুৰ মূৰলৈ চুৰিয়া পিন্ধা মানুহজন!



ক'লা সূতাৰে বন্ধা তাবিজ এটা জীয়েকৰ হাতত দিলে।—

- ল, এইটো কৰ্কালত বান্ধিবলৈ দিবি মঙলবাৰে। নিশা ৮ বজাত। কবি, মই দিছো। জোঁৱাইৰ শনি বেয়া। শনিৰ বাবে ক'লা তিল, ক'লা মাহেৰে পঠা এটা মই মন্দিৰত আগ কৰি থৈছো মোক মাননীটো দি দে এতিয়াই ।

ভিতৰলৈ গৈ সাউতকৈ মাকে টকা কেইটামান আইতাকৰ হাতত গুজি দিলে।

আইতাকে এবাৰ টকা কেইটালৈ আৰু এবাৰ জীয়েকলৈ চাই ধমকিৰ সুৰত কৈ উঠিল— ওৰণিখন ভালকৈ ল! ইমান সোপা ৰাইজ আহি আছে, দাং কাটিৰ নিচিনাকৈ ওৰণি বাৰণি নাই । শুন এতিয়া আৰু সাধাৰণকৈ থাকিবলৈ নাই, কাপোৰ-কানি আৰু পাৰিলে ভণ্ডাই-চিণ্ডাই গাড়ী এখন কিনি লবি! গিৰিয়েৰক চলাবি, চলাব পাৰিব লাগিব। চলাব জানিলেহে গিৰিয়েৰ!

কিয়, ভাত খাই যা!

ভাত বাহিৰত মই নাখাওঁ জানই দেখোন। টিপলুৰে কি আৰু ভাত বনাব এতিয়া? ফল-মূলকে খাম। লৈ আহিছো। কথাবোৰ মনত ৰাখিবি; বিশেষকৈ মাটিৰ কথাটো।

বগা পাটৰ ৰিহা কোঁচ দিয়া, পাটৰ বগা মেখেলা, কঁপালত ক'লা বৰণৰ এটা ফোটেৰে শোভনাৰ আইতাকক কোনোবা ৰাজমাওৰ দৰে লাগিছিল, দেউতাকক ঘেৰি থকা মানুহবোৰে হাতবোৰ কপাললৈ দি নমস্কাৰ কৰিছিল, তেখেতক।

নমস্কাৰ! আইতা!!

নমস্কাৰ। ৰাজকীয় ভংগীত নমস্কাৰ দি বগা বৰণৰ এম্বেছেদৰখনত উঠিছিলগৈ আইতাক। কোনোবা এজনে গাড়ীৰ দুৱাৰ খুলি দিছিল।

মন কৰি আছিল শোভনাই — আইতাহঁত কেতিয়াও আমাৰ সৰু ঘৰটোত নাথাকে। যাবগৈ নেকি বাৰু সিহঁত এই চুবুৰীটোৰ পৰা। দুখলাগি গ'ল শোভনাৰ। ইয়াতেই কিমান যে স্মৃতি! কণ, ৰাজৰ জন্ম, কিমান যে ঘটনা! বিভাষ, দিপালী, ৰিংকু; ইহঁতবোৰক এৰি থৈ যাব লাগিব নেকি? লাগিবইতো।

কিন্তু যাবওতো লাগিব। গোটেই জীৱনটো লোকৰ ভাড়াঘৰত থাকিব নোৱাৰি আৰু এই ঠেক সৰু ঘৰটোতকৈ ভাল ঘৰ এটাত থাকিবলৈও মন যায়। আইতাহঁতৰ নিচিনা ডাঙৰ অট্টালিকা নালাগে। মাত্ৰ এতিয়াতকৈ অলপ ডাঙৰ ঘৰ এটা।

........ কেতিয়াবা শব্দৰে বাক্যৰে ভাববোৰ প্ৰকাশ কৰিব নোৱাৰি। মাত্ৰ অনুভৱহে কৰিব পাৰি। মই পাপাৰ কেৱল মৰমৰ ছোৱালীয়েই নহয়, পাপাৰ সপোনবোৰৰ এটা অংগ।

এটা অপৰিহাৰ্য্য অংগ।

অ— প— ৰি— হাৰ্য্য।

I — n —— d—— i——s——p——e——n———s——a——b—l—e-

**Indispensable!**

অনুভৱ কৰিলে শোভনাই।

পৰা আধা দি খাবলৈ দিব আলহীক; গাঁৱৰ বাবেই মানুহটো মোৰ পৰা আঁতৰি গ'ল। কাকোৱেই সময় দিব নোৱাৰে। ক্ষন্তেক বহি ধেমালি-ধুমুলাও কৰিব নোৱাৰে। এতিয়া? নিস্বাৰ্থ মানুহজনক সৰহকৈ ভোট দিও জিকাব নোৱাৰিলে তেওঁলোকে। চহৰৰ পৰা বছৰেকত এবাৰ গৈ কম্বল -মদ- পানী বিলোৱা, টকা বিলোৱা মানুহবোৰ বাইজে সাক্ষাৎ দেৱতা দেখাদি দেখে। ইমান চোকা মানুহটো ভালকৈ পঢ়া সম্পূৰ্ণ কৰিলে। এতিয়া বিলাতত বেৰিষ্টাৰ হৈ থাকিলহেঁতেন। নাই একো নহ'ল, একো নহ'ল।

মানুহগৰাকীৰ কথাবোৰ কৈ কৈ এটা সময়ত হুকহুকাই কান্দি উঠিল শোভনাৰ মাকে।

ছায়ামূৰ্তি এটাৰ দৰে থিয় হ'লহি, ওচৰত দেউতাক।

মাকৰ নিচেই ওচৰত। মাকৰ ওচৰত বহি থকা মানুহকেইগৰাকী নীৰৱে আঁতৰি গ'ল।

মূঢ়া এটাত বহি থকা মাকৰ কোলাত মূৰটো থৈ শব্দ কৰি কান্দি উঠিল দেউতাক আঙ্কাৰত কান্দি থাকিল, দুটা ছায়ামূৰ্তিয়ে।

মানুহে নুবুজাৰ বেদনা যেন নীড় ভঙা পখীৰ দৰে উপলব্ধি কৰিছে দুয়োজনে।

মাকৰ গৰ্ভৰ পৰা এইমাত্ৰ প্ৰসৱ হোৱা দুটা যমজ সন্তানৰ দৰে কান্দি থাকিল দুয়োজনে মানুহৰ প্ৰেমৰ কাৰচাজি নজনা দুটা শিশুৰ দৰে। দুটা নিষ্পাপ মানুহে ইটোৱে সিটোক ধৰি কান্দি থাকিল। চকুৰ পানীৰে তিতি গ'ল তেওঁলোকৰ নিষ্পাপ হৃদয়।

বাজক কোলাত লৈ শোভনা আৰু বীণা দুয়োজনীয়ে মনে মনে উচুপি থাকিল! বুগো নিঃশব্দে বহি থাকিল সিহঁতৰ ওচৰত। কান্দি থাকিল মানুহ ভালপোৱা মানুহবোৰ। কান্দি থাকিল মানুহৰ প্ৰতাৰণাৰ বেদনাহত পৰিয়ালটো।

উ- হু-উ-হু-উ-হু-উ-হু।

একো নাখালে কোনেও ৰাতিটো।

ৰাতি শুৱৰ সময়ত হালধীয়া ডায়েৰীখনত লিখি গ'ল শোভনাই মনৰ কথাবোৰ — নম্বৰ দি দি।

১) মনটো বেয়া লাগিছে। বিবিলাক মানুহৰ বাবে পাপাই ইমান কষ্ট কৰে, সেই মানুহবোৰেই পাপাক ভোট নিদিলে। স্বাৰ্থপৰ মানুহবোৰ।

২) কেৱল মৰম থাকিলেই নহয়। ভাল হ'লেও নহয়, ইলেকচনত জিকিবলৈ বহুত পইছা বিলাব পাৰিব লাগিব আৰু মানুহক ভাল নাপালেও মিছা কথা ক'ব পাৰিব লাগিব।

৩) আজিৰ পৰা পাপাক মন ভাল লগাবলৈ কেৱল ফাৰ্ষ্ট হ'ম— খেলত, অভিনয়ত, তৰ্কত, পঢ়াত, চৰতে....

promise, promise, promise

টিং - টং -

শোভনাৰ অন্তৰৰ ঘণ্টাটো বাজি উঠিছিল। কোনেও শুনা নাছিল তাৰ পবিত্ৰ অনুভূতি। কোনেও দেখা নাছিল শোভনাৰ অন্তৰখনৰ মাজৰ দ খালটো। খাল বা নাদ নহয়, তলি নেদেখা সাগৰ আছিল সেয়া।

□□□

অসমৰ পৰা। লগত আহিছিল, মৰমৰ ডাঙৰ ভিনিহিয়েক ঢেকীয়াখোৱা নামঘৰৰ পৰা লৈ অনা নিৰ্মালীবোৰ হাতত দি ভিনিহিয়েকে কৈছিল।

ঃডেকা ল'ৰা, তোমাৰ বাবে কাম এৰি গুচি আহিছো। পবনে টেলিগ্ৰাম পঠালে।

Come Sharp, Kutti is Serious। কেনেকৈ হ'ল তোমাৰ গেষ্ট্ৰিক আলচাৰ? । ইমান ধুনীয়া চাহাবৰ দৰে চেহেৰা। ঘূৰি গৈ কিন্তু শোভনাৰ দেউতাকে মাকক কৈছিল... পবনে কৈছিল — It was a clear case of attempting suicide ?

Extra Marital —

Pre Marital —

মিছেছ কাঠকটিয়াৰ বাবে Extra Marital

কুট্টিৰাজনৰ বাবে Pre Marital

দুয়োটা মিলাই হ'ব Extra-Pre- Marital

মিছেছ কাঠকটিয়াৰ দহবছৰীয়া সন্তানহীন জীৱনটোলৈ ভ্ৰূণ এটাৰ আকাৰত ডাঙৰ হৈছিল কুট্টিৰাজনৰ ৰাতিৰ অভিসাৰ। ধুনীয়া কঁকালটোকে বৈ পৰা চুলি কোছা মেলি, মিছেছ কাঠকতিয়াই কুট্টিৰাজনক কান্দি কান্দি কৈছিল।

মোক গ্ৰহণ কৰা কুট্টি। সন্তান মই ধ্বংস নকৰো। নহ'লে মই চৰকে কৈ দিম। কৈ দিম পুৰীত থকা তোমাৰ আংকলৰ ল'ৰা পবনকো।

কুট্টি বিয়া কৰোৱা মোক। কিমান বছৰ তুমি মোৰ লগত শুইছা? চাৰি বছৰ।

মোৰ দহবছৰৰ সন্তানহীন জীৱনলৈ, বেমাৰী স্বামীকলৈ আৰম্ভ কৰা জীৱনলৈ সৰ্বগৰ্থন আনি দিছা। এতিয়া মোক গ্ৰহণ কৰা। নহ'লে কৈ দিম মই চৰকে।

কুট্টিৰাজনৰ ধৈৰ্য্যৰ বান্ধ ছিঙি গৈছিল। ভয় আৰু শংকাত টেবুলত থকা টোপনিৰ দৰববোৰৰ কেইবাটাও খাই টোপনি যাব খুজিছিল। ঠিক টোপনি আৰু মৃত্যুৰ মাজতে এটা অৱস্থাত থাকিব বিচাৰিছিল। পবনে ডাক্তৰ আনোতে, টোপনিৰ পৰা সাৰ পোৱাদি পোৱা কুট্টিৰাজনক কৈছিল—

মিছেছ কাঠকটিয়াই মোক চব কৈছে। মই ভাবিছিলো তোৰ সন্ধ্যা ললিতা কান্তাহঁতৰ লগতহে হুলিগলি। ফচিলি কেনেকৈ? ট্ৰাপবাৰ ল'। কাঠকটিয়াই কেতিয়াও নাজানিব। জানিলেও একো ক'ব নোৱাৰে। ভালেই পাব নপুংসকে, দেউতাক হ'ব।

তই উৰিব্যা এৰি যাগৈ। তোৰ পাপৰ চিন থাকি যাব কাঠকটিয়াৰ কোলাত। ডেকা বয়সত এনেকুৱা ভুল চবেই কৰে।

এনেকুৱা ভুল! বাসনাৰে জোট-পোট খোৱা ভুল। প্ৰেম নহয় এয়া। বাসনাৰ ভুল।

বাসনাৰ ভুল কেতিয়াও শুদ্ধ নহয়। যাগৈ- যাগৈ এই চহৰ এৰি। কোন নাৰীৰ দেহৰ সুৰংগত সুমুৱাই নিম নিজকে? গভীৰলৈ, গভীৰতলৈ, আছেনে বাৰু সন্ধ্যা- ললিতা- কান্তাৰ দৰে গাভৰুবোৰ আৰু মিছেছ কাঠকটিয়াৰ দৰে বিছনাত হাত দিলে পোৱাকে বাঘিনীবোৰ?

বিছনাৰ বাঘিনী!

কুট্টিৰাজনে মনে মনেই বাঙ্কিলে বিছনাপত্ৰ। চোৰৰ দৰে। এৰি থৈ যাব কাঠকটিয়ানিৰ পেটত থকা তাৰ সন্তানক। তাক ভায়েকৰ দৰে মৰম কৰা কাঠকটিয়াক।

উদক ভেটা ৰথীয়া!

দেহৰ জুইৰ ভাষাৰ বাহিৰে একো ভাষাই মই নুবুজো। কুট্টিৰাজনে নিজকেই ক'লে কোনোধৰণৰ অনুশোচনাও মোৰ নাই। মাত্ৰ মাজনীলৈ ভয় লাগে। তাঁৰ ভয় লাগে। সকা কালত বন্দুকৰ কুণ্ডাৰে মাৰি মাৰি আঠুৰ ঘিলা উখহাই দিয়া মাক ভয় লাগে।

মায়ে কোবাৰ দৰেই এটা কথাই হ'ব। মায়ে চাই দিয়া ছোৱালীৰ সৈতে বিবাহ।

কিন্তু ব্যভিচাৰবোৰ মায়ে বন্ধ কৰিব নোৱাৰে। ডেকা হ'বৰ বাসনাৰ ব্যভিচাৰ। এইবোৰ কৰোতে, মাৰ মুখখনে আমনি নিদিয়ে, কেতিয়াও।

হৃদয়ৰ দংশনো নহয়। হ'ব কিয়? কি কৰা নাই মই? দায়িত্ব লৈছো। ধনধনক পইছা দিছো। টকা থকালৈকে জীৱন। পুৰুষ মানে বাসনা। বচ চিঠি লিখিবলৈ বহিল কুট্টিৰাজন।

এসপ্তাহৰ পাছত উৰিষ্যাত স্মৃতি থৈ গাভৰু দেহৰ গোন্ধ বিচাৰি, ধমধমিয়া নোটৰ গোন্ধ বিচাৰি অসমলৈ যাব কুট্টি। কুট্টিৰ ডাঙৰ বায়েকৰ টাউনখনলৈ। তাৰ কাৰণে বাট চাই থাকিব বায়েক-ভিনিহিয়েক আৰু তাৰ আটাইতকৈ মৰমৰ কণমানি শোভনা।

মৰমৰ বাইদেউ

দেওবাৰে তোমালোকৰ টাউন পামগৈ। গৈয়েই মৰমৰ ভাগিনজনীক বুকুত লৈ শুই থাকিম দিনটো। ৰাজটোক দেখাই নাই নহয়— কণ উৎপতীয়াটো? পুৰস্কাৰ পোৱা মোৰ শোভনাজনীৰ কাৰণে পাঁচটা নতুন নতুন ফ্ৰেচ আৰু পুৰীৰ ধুনীয়া মুকুতা মণি লৈ গৈ আছো। তোমাৰ কাৰণে এখন শ্বল আৰু ভিনদেউৰ কাৰণে খং কম হোৱা এডাল ৰুদ্ৰাক্ষৰ মালা। ঠিক ইন্দিৰা গান্ধীৰ ডালৰ দৰে এমুখিয়া ৰুদ্ৰাক্ষৰ মালা। পোৱাই নাযায়। এইবাৰ গৈ আছো মই ভিনদেউক ইলেকচনত জিকাবলৈ। শ'লমাছৰ নহ'লে, ভিনদেউৰ কিলৰ সোৱাদ মাছবোৰৰ টেঙা আঞ্জা, সৰু মোৱা মাছৰ পাটত দিয়া, ফুলকবিৰ ভাজি আৰু এহাত দুৰৰ পৰা গোন্ধাই থকা বাটি জহা চাউলৰ ভাত বনাই থবা। দেওবাৰ, ১৫ তাৰিখে ষ্টেচনৰ পৰা নিবলৈ কোনো আহিব নালাগে। তোমাৰ চুবুৰীৰ বিস্তীৰ্ণতৰ কি খবৰ! ইতি—

কুট্টিৰাজন"

চিঠিখন পঢ়ি উঠিয়েই চিঞৰি চিঞৰি মাতিছিল মাকে শোভনাক -

মাজনী! মাজনী! তোমাৰ কুট্টিমামা আহিব, দেওবাৰে পাবহি। পখিলাৰ দৰে হাত দুখন আলাসতে মেলি দি শোভনাই মাকক ক'লে।

মা! কুট্টিমামা আহিব। উহ! মোৰ উৰি যাবলৈ মন গৈছে স্ফূৰ্তিতে, উৰিষ্যাৰ পৰা আহোঁতে মোৰ কাৰণে বস্তুবোৰেই বস্তু আনিব। চাওঁ দিয়াচোন চিঠিখন পঢ়ো।

ওঁ মোৰ মৰমৰ ভাগিনজনীৰ বাবে ৫ টা ফ্ৰক আৰু মুকুতা.... মণি ... হা . হা. . হা কণ চাহি মোৰ কথা লিখিছে .... মই বাণী বেটি কাৰণে ..

এসোপা শাক পাছলি লৈ সোমাই অহা দেউতাকক তাই সাবটি ধৰি আনন্দত কৈ উঠিল, পাপা, কুট্টি মামা আহিব। কি মজা! মই তোমাৰ বুকুত নোশোওঁ, কুট্টি মামাৰ বুকুত শুম।

নহ'ব! নহ'ব! দেউতাকে কাষ কৰি ক'লে।

হ'ব! হ'ব!

নহ'ব! নহ'ব!

হ'ব! হ'ব!

পিছে তোমাৰ কুট্টি মামাই তোমাৰ এই কাঁইটিয়া দেহাটো দেখি বেয়া পাব।

এই কাঁইটিয়া দেহাটো। শোভনা বৈ গ'ল। এক, দুই, তিনি, চাৰি, পাঁচ, ছয়, সাত। সাতদিনত বেছিকৈ খালে শকত হয়নে মানুহ?

বহুবাৰ কোবা শুনিছে তাইক দেউতাকে, এইবাৰ কোবা শুনিলে মাককো। দুদিনমান আগতে শাক পাছলিখিনি কুটি দি দেউতাকে কৈছিল। ঃ-

"হেৰা, এই আমাৰ মাজনী এনেকৈ কেটেঙা মেটেঙা হৈ থাকিবনে সদায়? মাকজনী হৈ তাইৰ খোৱা-বোৱাত অলপ চকু নিদিয়া কিয়? লগৰ পিংকিইতৰ শান্তি হ'ল। তাইহে! দেহত ডাঙৰ হোৱাৰ কোনো লক্ষণ নাই, দেখিবলৈ তেনেই সৰু ফুটিয়া যেন লাগে! গাঁৱলৈ গৈ মই কিমান যে শকত হোৱাৰ দৰব বিচাৰি থাকো ভগৱানেহে জানে!"

শকত হোৱাৰ দৰব? ছোৱালীৰ কাৰণে আপুনিও পাগল হ'ব। মাকে কৈছিল।

জানো, বেছিকৈ পঢ়ি থাকে কাৰণে তাই বঢ়া নাই নেকি? আজিকালি চিন্তাও কৰি থাকে তাই, মই দেখিছো — সাধুকথা এৰি এতিয়া গধুৰ গধুৰ কিতাপবোৰ পঢ়িবলৈ লৈছে। মইহে বাধা দিছো। এইটো বয়সত ধৰ্মশাস্ত্ৰ পঢ়িবৰ হোৱা নাই। অকালতে ডাঙৰ হৈ যাব।

পঢ়ক, পঢ়ক! তাইক একোতে বাধা নিদিবা! ভগবানক ধন্যবাদ দিয়া, বাকীবোৰৰ দৰে তাই চঞ্চল নহয়। ভাগ্য ভাল। এই কণতো, তাক যেনেতেনে মেট্ৰিক পাছ কৰিলেই মই গেলামালৰ দোকানী কৰাই দিম। দেউতাকে কণৰ কথা কৈ একধৰণৰ খঙতেই কণক মাৰিবলৈ লওঁতে মাকে বাধা দিলে।

আপুনি কেৱল কণক লৈ বেয়াবোৰকে ভাবে। তাৰ বয়সনো কিমান? সিও বায়েকৰ দৰে হ'ব। সময় লাগিব। ল'ৰা মানুহ চঞ্চল হয়েই।

ল'ৰা-ছোৱালী কি আছে? দেউতাকে গহীনাই ক'লে।

ল'ৰা-ছোৱালী বুলি কাকো ডাঙৰ নকৰিবা। চৰবোৰ মানুহ। মানুহ ভাল বেয়া এনেকৈ বিচাৰ কৰিবা। দেখিছাই দেখোন, মৰাৰ আগতে পিতাইক কৈ মই গাঁৱৰ মাটিবোৰ সমানে ভাগ কৰাই দিছো বাই ভনী ককাই ভাই গোটেইবোৰৰ মাজত। দলিলখন তোমাৰ লগত আছে দেখোন। আমাৰ শোভনাই কোনো কথাতেই হতাশ কৰা নাই আমাক। মাত্ৰ চাবা, কুট্টিবাজন আহিলে স্ফুৰ্তিতে তাই পঢ়া বাতে ঢিলাই নিদিয়ে। কুট্টিবাজন তাইৰ বৰ মৰমৰ মামাক আৰু কুট্টিয়ে কি খাব বুলি কৈ পঠাইছিল?

শোভনাই হাতত লৈ থকা চিঠিখনৰ গোট গোট আখৰবোৰ এটা এটাকৈ কৈ গ'ল।

মাছৰ পিতিকা। মাছৰ টেঙা আঞ্জা জহা চাউলৰ ভাত ফুলকবিৰ ভাজি।

হ'ব, হ'ব! জোৰ চাহাব মামাকক খাই টুকাব নোৱাৰাকৈ মই খুৱাম আৰু এটা সি লিখিবলৈ পাহৰিলেই।

গকুলপুৰৰ এঠা দৈ গাখীৰ। সেয়াও খুৱাম তাক।

এক, দুই, তিনি, চাৰি— এই সাতদিন যে কেনেকৈ পাৰ হ'ব?

সাতটা দিনৰ অপেক্ষাৰ অন্ত পেলাই কুন্তিবাজন উঠি আহিছিল এখন বিমানত। ডাঙৰ ডাঙৰ বস্তুৰে ঠাহ খাই অহা বিমানখনত কুন্তিবাজনৰ কেৱল নাকটোহে ওলাই আছিল। দুপৰীয়া ১ বজাত ঘৰখনত কোনো নাথাকেই সাধাৰণতে। সেইদিনা কিন্তু কোনো এজনকো যোগ নাছিল।

... বৈ আছিল সিহঁত, সিহঁত মানে মাক, দেউতাক, শোভনা আৰু কৰুণ বাকী অকণমানি আছিল, সিও আনদিনৰ দৰে জলপানখোৱাৰ পিছত নুশুই অপেক্ষা কৰিছিল।

বৈ আছিল কেয়োটা প্ৰাণী আদৰিবলৈ সিহঁতৰ বহু আকাংক্ষিত অতিথিক।

শোভনাৰ মনে মনে এক ধৰণৰ প্ৰবল হেপাহ এটাও হৈছিল, কাগজৰ মাইক এটা বনাই মুখত লৈ চিঞৰি দিবলৈ। —

"শুনক, শুনক বাইজ,

মোক আটাইতকৈ মৰম কৰা কুন্তি মামা থাকিবলৈ আহিছে — আমাৰ ঘৰলৈ সদায়ৰ কাৰণে"

(সদায় মানে সদায়! কেতিয়াবা নহয়।)

বিমানৰ পৰা নামিছিল কুন্তিবাজন! কেঁকোৰা চুলি, সুন্দৰ, স্মাৰ্ট কুন্তিবাজন।

বেগবোৰ এটা এটাকৈ বিমানচালকক নমোৱাত সহায় কৰি দিয়াৰ পাছত কুন্তিবাজনে মুখ তুলি চাই দেখিছিল দুৱাৰমুখত আটাইবোৰ থিয় হৈ আছে।

হেই চাহাব।

তিনিহিয়েকৰ সম্ভাষণত গৰ্বিত কুন্তিবাজনে ঈষৎ হাঁহি মাৰি— প্ৰত্যুত্তৰত শোভনাক কোলাত লৈ কৈ উঠিছিল—

চাৰ্ত চুমা এটা চাৰ্ত। কলিমলি, কাঁইটজনী, শকত হ'বলৈ শিকা নাই, ৰ, মামাৰে খুৱাই খুৱাই পেটেলা কৰি দিম।

বাইদেউ! বায়েকক সাৱট মাৰি ধৰি কুন্তিবাজনে কপালতে চুমা এটা খাই আকৌ কৈছিল।

এইক জেমালোকে খোৱা-বোৱাত ক্ষণে ধ্যান নিদিয়া। দুয়োটা ক্ষণে কাঁইট বাঢ়ি যেন পাইছে, ব'বা। মই আহিছো যেতিয়া চব চম্ভালি ল'ম।

চব ঠিক হৈ যাব।

সোমাই গৈছিল ভিতৰলৈ কুন্তিবাজন, নিষ্ঠাৰাই তেনি একাপ দিয়াৰ চলেৰে আহি কুন্তিবাজনৰ কাণে চাই দুষ্ট হাঁহি এটা মাৰিছিল।

আপুনি দেখিবলৈ কাৰ দৰে জানেনে?

কাৰ দৰে? হোঃ

সঞ্জয় গান্ধীৰ দৰে।

কেৎ, জেনেহ'লে মই এই টাউনৰ সঞ্জয় গান্ধী! খালি মেনকাহে নাই।

বিস্তীয়ে বেঁকাকৈ হাঁহি কৈছিল—

শোভাই কৈ আছিল আপোনাৰ কথা, আপুনি তাইলৈ লিখা চিঠিবোৰো তাই পঢ়ি শুনায় আমাক, যোৱাবাৰ আপোনাক দেখা মনতেই নপৰে। আহিব, আমাৰ ঘৰলৈ, চাহ একাপ খাবলৈ।

আৰু লচকৰা?

অ' কোনে ক'লে লচকৰাৰ কথা?

খবৰ মই লৈ থাকো। উৰিষ্যাত আছিলো কি হ'ল। বাৰু, লগ পাম।

ওঁ চিয়ৰ!

কেঁকোৰা চুলিখিনিত হাত ফুৰাই কৃত্তিবাজনৰ ওঁঠৰ ফাকেদি খেলি গ'ল অদ্ভুত হাঁহিটো।

সন্ধ্যা!

ললিতা!

কান্তা!

আৰু এয়া বিস্তীহঁতৰ তিনিজনী ছোৱালী!

বিস্তী!

বিস্তী!

পংখী।

ভগবানে মোক বাৰু কিয় ইমান ভাল পায়? কিয় কোঁচতে ফুলা পদুম ফুলৰ দৰে দলিয়াই দি থাকে, ধুনীয়া ধুনীয়া পকা প্ৰাম বগৰীৰ দৰে নাৰীবোৰ।

এয়া, ভালেই লাগি গ'ল দেখোন টাউনত। ভাল লাগি যাবই।

নাৰী আৰু সুন্দৰী,

কামনা আৰু প্ৰেম থকা সকলো ঠায়েই সুন্দৰ আৰু এই সুন্দৰৰ পূজাৰীৰ বাবে, মন্দিৰত পূজাৰীয়ে ফুললৈ অপেক্ষা কৰি থকাৰ দৰে, অপেক্ষা কৰি থাকে বাসনাই।

বাসনাইতো প্ৰেম!

নাৰীয়েইতো জীৱন!

ফুৰফুৰিয়া গোন্ধৰ জহা চাউলৰ ভাত আৰু বিধে বিধে মাছবোৰ আগ্ৰহেৰে খাই থাকোতে কৃত্তিবাজনক তিনিহিয়েকে খেমালিতে ক'লে —

বায়েৰাই ৰেকৰ্ড কৰিছে। ফুললৈ যোৱা নাই আৰু খোৱাও আনদিনাতকৈ সুন্দৰকৈ কৰাইছে। বেছ সুন্দৰকৈ বনাইছে। আগ্ৰহেৰে ভাত এগৰাহ ভৰাই কৃত্তিবাজনে ক'লে —

এনেকৈ যতন কৰি থাকিলে মই গেৰেলাই হৈ যাম আৰু তিনদেউ এই ভঙা আৰু জেকা ঘৰটো এবৰ আৰু । আমাৰ টাউনৰ মাজতে থকা বিশাল সাম্ৰাজ্যখন সেই আখিয়াৰ কেইটাই এনক্ৰচ্ কৰি ল'ব। আজি জিৰণি লওঁ। কালিলৈ 'জইন' কৰিব লাগিব চাকৰিত।

০ ০ ধাননিৰ মাজে মাজে কৃত্তিমামাকে সজোৱা নতুন ঘৰটো চাবলৈ গ'ল সিহঁতে— সিহঁতে মানে— মাক, কণ আৰু শোভাৰ কোলাত যাজ।

চাৰিওফালে প্ৰকৃতি বিনন্দীয়া। চাৰিওফালে উকা পথাৰবোৰৰ ওপৰত নীলা আকাশখনে যেন গাভিনী ধানবোৰ পহৰা দি আছে। পখিলা আৰু ফৰিংবোৰ যেন বিশাল সাম্ৰাজ্যখনৰ চন্তৰী প্ৰহৰী

আকাশ, পখিলা, ফৰিং।

টাউনৰ মাজ-মজিয়াত যে ইমান বেছিকৈ খালি মাটি পৰি থাকিব পাৰে সেয়া দেখিলে বিশ্বাসেই নহয়।

ইমান, ইমান মাটি আমাৰ ককাইতৰ? তেনেহ'লে আমিনো সেই সৰু ভেকা ভাড়াঘৰটোত কিয় আছিলো? ইয়াত দেখোন ঘৰ এটা বনাই দিলেই হ'লহেতেন — শোভনাই মাকক সুধিলে তাইৰ চকু আছিল ৰঙা, নীলা, হালধীয়া পখিলাবোৰত।

উকা পথাৰখনৰ প্ৰথম ডোখৰত ওখ ঘৰ এটা বনোৱাত ব্যস্ত আছিল পাঁচজনমান মানুহ আৰু লগত সেয়া মুঢ়া এটাত বহি কুট্টিবাজন।

কুট্টিবাজনৰ ওচৰলৈ আগবাঢ়োতে মাকে শোভনাক কৈ গৈ থাকিল।

তাকেইতো, দেউতাৰে এইবোৰ কথা নাভাবেই! মায়ে কিমান ক'লে মাটিবোৰৰ কথা, তেওঁ মাটিৰ জঞ্জালবোৰ মাৰি থাকে, কিন্তু ইয়ালৈ আহিব নোখোজে কোনোবাই দেউতাৰক চপনীয়া বুলি কয় বুলি।

চপনীয়া কি মা?

চপনীয়া মানে, এহ বাদ দে— পিছত কম, চাচোন তোৰ কুট্টিমামাটোৱে কেনেকৈ কনুৱাৰ দৰে ঘৰ বনোৱাত লাগিছে, যা চুমা এটা খাই সে গৈ। কম ইতিমধ্যেই দৌৰি ফুৰিছিল ফৰিংবোৰ মৰাত। ফৰিং- জিয়াবোৰৰ পাখিবোৰ কাটি দি সি ৰৰ বং পাইছিল।

বাজক মাকৰ কোলাত দি শোভনাই কাম কৰি থকা কুট্টিবাজনক চুমা এটা খাই ক'লে-

আমি কেতিয়া নতুন ঘৰলৈ আহিম মামা? কোবানা?

কেতিয়া আৰু? আহোন মাহত। ন-চাউল খোৱাৰ সময়ত। চাওঁ, বাজক দেচোন। ই একেবাৰে চাহাবৰ দৰে ধুনীয়া হৈছে। তুমিহে কলি-মলিকনী হ'লা, কুট্টিবাজনে শোভনাক জোকালে। শোভনাৰ কাণত একোৱেই নোসোমাল।

এখন বহল আকাশ। এখন বহল পথাৰ।

এইবোৰে পাগল কৰি দিছিল তাইক। তাতে আকৌ সপোনৰ আহল বহল নতুন ঘৰটো।

ফৰিঙৰ দৰে তাই জঁপিয়াই-জঁপিয়াই দৌৰ মাৰিলে কেঁচা ধানবোৰৰ মাজেদি

ইমান ওচৰৰ পৰা তাই ধান গছ কম দেখিছে। ধানৰ কেঁচা গোন্ধ এটাই তাইক আকৌ উত্তাউল কৰি তুলিলে।

কম! কম. .. । কম নামাবিবি জিওবোৰ, পাও দিব। মোক দেনা এটা। কম আৰু শোভনা জঁপিয়াই থাকিল ধাননিৰ মাজত।

জিনিছিয়েবে তাইকে নাজানেই আমি যে ঘৰটো, সজা শেষেই কৰিছো। জয়ো লাগে তেওঁকেৰ বিছে খং। মামাকৰ ওচৰত বৈ শোভনাৰ মাকে কৈ থাকিল।

বহ। মুঢ়া এটা আগবঢ়াই দি কুট্টিবাজনে ক'লে।

এয়াই দিগদাৰ, ৰাজনীতিত থকা। তাতে ভিনদেউৰ দৰে সমাজসেৱীবোৰ বৰ ইমপ্ৰেক্টিকেল। তয়ো আৰু! ইমান ভয় কৰিবলৈ কি আছে, তেখেতে কৰিব লগা কামটো যেনিবা মই কৰিছো। ইহঁতৰ মুখলৈ চাই যদি স্থায়ী ঘৰ এটাৰ কথা ভাব, তেন্তে কি বেয়া? দেখিছো নহয়, ইমান সৎ আৰু খণ্ডাল মানুহে ৰাজনীতিত একো কৰিব নোৱাৰে। ৰাজনীতিত সফল হ'বলৈ হ'লে হ'ব লাগিব সপোন দুৱাৰৰ দৰে। এখন গালত চৰ মাৰিলে, আনখন গাল আগবঢ়াই দি ক'ব লাগিব— মাৰা চৰটো। খালি মোক ভোটটো দিবা।

মই ভাবিছো, ইয়াতেই ভিনদেৱে সজাই থোৱা সৰু কমটোতে থাকি যাওঁ। ইটো কোঠালিত যে ভিনদেৱে ৰাখিছে— চকিদাৰটো আৰু তাৰ পৰিয়ালটো, সিহঁতে ভাড়া দিয়েনে?

ক'ত দিব ভাড়া। দুখীয়া মানুহ কাৰণে ভিনদেউৱে থাকিবলৈ দিছে। এই চকিদাৰ বৰুৱা মানুহটো ভাল মানুহৰ ঘৰৰ আছিল। ঘৈণীয়েক জনজাতি সম্প্ৰদায়ৰ, অলপ দুষ্ট প্ৰকৃতিৰ। কেঁচুৱা দুটাৰে সিহঁতৰ সংসাৰখন আমিয়েই চাই থাকো।

আৰু কিমানৰ সংসাৰ চাই দিয়ে ভিনদেৱে?

বহুতৰ। কি লেখ-জোখ আছে। গাঁৱত, টাউনত লেখ নাই। কেৱল নিজৰ সংসাৰখন বাদ দি। মই আছো নহয়! এইখন সংসাৰ চাবলৈ।

হ'ব বাইদেউ, মই আছো নহয়। ঘৰটোলৈ আঘোণতে তহঁত আহি যা। মই আজিৰ পৰা এই কমটোতে থাকিম, তই চকীদাৰৰ ঘৈণীয়েকক কৈ যা, মোক চাহ একাপ বনাই দিয়াৰ বাবদ কিবা এটা দি দিম। ভাত ভাগিনকেইটাৰ লগতে খাম; মই লৰালৰি কৰাৰ মূলতে হ'ল— মই ট্ৰেলকাৰ বিচাৰিম ইয়াৰপৰা। এইখন টাউন বৰ ভাল নালাগে। চাৰিওফালে মিতিৰৰ মানুহ, দদাইদেউ, মামা, খুৰা— জঞ্জাল লাগে। মাত্ৰ তহঁতৰ বাবে, ভাগিনহঁতৰ বাবে কিবা এটা কৰি যাওঁ।

........ কিবা.......... এটা .........। কৃত্তিবাজনৰ চকুত চলিহা পৰাৰ দৰে লাগিল।

গা ধুইছে চকিদাৰৰ ঘৈণীয়েকে, বাহুৰ বেৰৰ ফাকেদি স্পষ্ট দেখা গৈছে কলগছৰ দৰে তাইৰ ভৰিৰ কলাফুল।

চকিদাৰৰ ঘৈণীয়েকৰ ভৰিৰ কলাফুল কেইটা ঠিক উৰিষ্যাৰ কাঠকটিয়াৰ ঘৈণীয়েকৰ দৰে।

ক্ষন্তেকৰ বাবে অন্যমনস্ক হ'ল কৃত্তিবাজন। কিমান দিন হ'ল? বাঘিনী নাৰীৰ উশাহৰ শব্দ কাণৰ কাষত শুনা নাই? কিমান দিন হ'ল বাৰু ?

এই দিনবোৰ কটাবলৈকে কিমান দিন যে ৰ'ব লগা হৈছে! আজিৰ পৰা আৰম্ভ হ'ব সুঘ্ৰাণ।

সুঘ্ৰাণ, নাৰীৰ দেহৰ !

উহ, চকীদাৰৰ ঘৈণীয়েকৰ বেঁকা হাঁহিটো মনত পৰি গ'ল তাৰ। কলট্ৰাকচনৰ ইটা বালিৰ হিচাপ দেখিলেই ক'ব পৰাৰ দৰে, নাৰীৰ স্বভাব, চৰিত্ৰ চকু পৰিলেই কৈ দিব পাৰো মই। ভাবিলে কৃত্তিবাজনে।

চকিদাৰৰ ঘৈণীয়েকে বুকুত মেঠনিখন মাৰি ইচ্ছা কৰি হাউলী কিবা এটা বুটলি ল'লে তলৰ পৰা। লগতে বেঁকাকৈ হাঁহিটো। কৃত্তিবাজনৰ ভিতৰৰ পশুটো আকৌ ভোকাতুৰ হৈ উঠিল। বেছিকৈ এইবাৰ।

□□ এই কেঁচা পকা ধানৰ অদ্ভুত গোন্ধটোৱে শোভনাক শৈশৱৰ অলপতে এৰি থৈ অহা গাঁৱৰ দুটামান মুহূৰ্তলৈ ঠেলি হেঁচি লৈ যায়।

গাঁৱৰ চেনিগুটি।

গাঁৱৰ নদীখন।

গাঁৱৰ নদী পাৰ হোৱা, পানী লৈ ভয় নকৰা ছোৱালীবোৰ।

গাঁৱৰ তামোল চোবাই থকা বুঢ়ীবোৰ।

কেতিয়াবা দুটা দিনৰ স্মৃতিবোৰ, জীৱনটোলৈ কঢ়িয়াব পৰা স্মৃতি হৈ থাকে। যেন নদীত ভাহি থকা, বালিত খুন্দা খাই থকা, পুৰণি গছৰ শিপা। পচি পচি শেষ হ'বলৈ বহুত দিন লাগে, নহ'বও পাৰে শেষ।

গাঁৱত প্ৰেমবোৰৰ আলাই আথানি নহয় নিচিনা লাগে, গাঁৱৰ পৰা টাউনৰ সিহঁতৰ ঘৰলৈ আহি থকা মানুহবোৰক কেতিয়াবা প্ৰেম কৰিওৱা দেৱতাৰ দৰে লাগে।

চল-কপট বুজি নোপোৱা গাঁৱৰ মানুহবোৰে যেন পথাৰত খোদিত কৰে আঁভজী প্ৰেমৰ নতুন গাঁথাবোৰ।

সেই দুটামান শৈশৱৰ দিন গাঁৱত। ...............

শেৱালি, সোণপাহি, চিকৰা, শেন্তেৰা আৰু লখনহঁতৰ মলিয়ন কাপোৰবোৰ ......... .

ঢেকীৰ ধান বনা ঢেংক্ৰুচ, ঢেংক্ৰুচ শব্দবোৰ, হয়তো দুদিনতকৈ বেছি দিন হ'লে পুৰণা লাগি যাব নদীখন, সোণপাহিহঁতক, নাঁওবোৰক, বাটবোৰক !

পানী দেখিলেই সাঁতুৰিবলৈ যোৱা মনটোৱে গাঁৱৰ নদীখন দেখি সুখী হৈ যায় যেন।

কিয় বেছিকৈ নিনিয়ে আমাক পাপাই গাঁৱলৈ? দৌ খাই পৰা লিচুজোপালৈ মনত পৰি গ'ল শোভনাৰ। গাঁৱৰ মাটিবোৰত কিবা চিনাকী চিনাকী গোন্ধ এটা লাগে তাইৰ। সোণপাহি, ভেদেলাইতক তাইৰ চহৰী যেন লাগে।

সেই তাইৰ চিৰ লগৰী বাণী বাণী ভাবটো নিজৰ।

ক'ৰ পৰা আহিল বাৰু এই বাণী বাণী ভাবটো ?

পাপাৰ পৰা ?

আইতাৰ পৰা ?

নে ককাৰ পৰা ?

.......... আকাশলৈ মূৰকৈ ভাবি আছিল শোভনাই ধানবোৰৰ ওপৰত শুই থাকি, তাই পেটৰ ওপৰত বাজ, টোপনি গৈছিল। হঠাৎ তাইৰ মুখৰ পৰা কবিতা এটা ওলাই আহিল।

"আকাশখন ইমান ধুনীয়া,

ধান আছে, গাভিনী হৈ

মোৰ মাজতে"

কবিতাৰ পাছে পাছে ঘূৰি ফুৰা নাতি দূৰত থকা কণক তাই চিঞৰি চিঞৰি মাতিলে কণ-কণ-কণ-কণ আহ্ না, শুন, মই এটা কবিতা উলিয়ালো। শুন না কণ।

পাখি কেইখন কাটি ফৰিং এটাক ধৰি ৰুণে কৈ আছিল

"কিমান ভাত খালি?

ইমান, ইমান। ইমান?

বা-চা-ওচৰৰ ফিল্ডখনত, সেই টুকুৰা জেগাত আমি বেডমিণ্টন খেলিব পাৰিম। ক্রিকেটো খেলিব পাৰিম? এইবোৰ চব মাটি আমাৰ, ককাইতৰ ..... ইম্মান ধনী ন আমি।

ঃ বা মই দেখোন ঘোঁৰা এটাকে কিনি দৌৰাই থাকিব পাৰিম।

কদমত্...... কদমত্...... কদমত্......

ঃ শুন না ৰুণ মোৰ কবিতাটো— শোভনাই ৰুণক খাটনি জুৰিলে— শুন না—আ-কা-শ-খন। ৰৈ গ'ল শোভনা। ঘৰত কাৰোবাৰ কাজিয়া লাগিছে। ...........

কি দৰকাৰ আছিল, ইমান ডাঙৰ সিদ্ধান্ত মোক নোকোৱাকৈ লোৱাৰ?

চুপ থাকক। আপুনি সন্যাসীৰ দৰে সেই চেচুক ঘৰটোত মাৰিব খুজিছিল ল'ৰা-ছোৱালী কেইটাক। কুন্তিয়ে তাতে অলপ সহায় কৰিলে। পইছা-পাতিতো ময়েই দিছো ঘৰ সজোৱাৰ নহ'লেতো আপোনাৰ গাঁৱৰ মানুহবোৰৰ......

ঃ খবৰদাৰ, গাঁৱৰ মানুহৰ নাম নলবি।

ল'ম, ল'ম, হাজাৰবাৰ ল'ম, কিয় নল'ম? মই জানিছিলো নহয়, চাকৰিটোৰ বাবে মোক বিয়া কৰাইছিল; আপুনি যাতে নিজে উপাৰ্জন কৰা পইছাবোৰ গাঁৱৰ মানুহক বিলাব পাৰে। ল'ৰা-ছোৱালীকেইটাৰ ভৱিষ্যৎ নিৰাপত্তা কেনে ভাবিব?

ঃ নিৰাপত্তা। নিৰাপত্তা আৰু এই পথাৰখনৰ খাজনা দি আছো মই তোৰ মাৰৰ অনুৰোধত। কিন্তু মোক কিয় এবাৰো কোৱা নহ'ল যে ইয়াতে এটা ঘৰ বনোৱা হৈছে।

ইহ্। নাজানেহে যেনিবা। মই, কুন্তি কোনো চোৰ নহয়। না বুলি কথ বুলি জানিয়েই নকলো। ঘৰ বনাবলৈ আপোনাৰ জানো সময় আছে? এতিয়াতো জানিলে।

........... কাজিয়া কৰি আছিল মাক আৰু দেউতাকে, তেওঁলোকে চিএৰি চিএৰি কোৱা কথাবোৰ শুনিবলৈ কোনো চুবুৰীয়াও নাছিল। বিশাল পথাৰখনত ঘৰটো গাঁৱৰ নৈৰ মাজৰ কাণ্ডাৰীবিহীন এখন নাঁৱৰ দৰে আছিল। আকাশে শুনিছিল, ধানবোৰে শুনিছিল, শোভনা, ৰুণে, বাজে শুনিছিল।

বাজে তাৰ দুবছৰীয়া কণমানি বয়সটোৰে একোৱেই বুজা নাছিল। ৰুণে তাৰ দহবছৰীয়া বয়সটোৰে ফৰিং ধৰাৰ বাহিৰে আৰু য়া-কি-য়াৰ সপোন দেখাৰ বাহিৰে আন একোকে জনা নাছিল। শোভনাই বুজিছিল। তাইৰ বয়সৰ ছোৱালী এজনীতকৈ বেছিকৈ বুজিছিল। তাই বুজিছিল এই ঘৰটোত নতুন বস্তু এটাৰ আৱিৰ্ভাব হৈছে।

অশান্তি। কন্দল।

বাজক কোলাত লৈ শোভনা লাহে লাহে ঘৰলৈ বুলি গৈ আছিল। বাজক জলপান খুওৱাৰ সময়। বাজক কাপোৰ পিন্ধোৱা, কোলাত লৈ লৈ পঢ়ি থকা, জলপান আৰু গ্রাইপ ওৱাটাৰ খুওৱা—এইবোৰ কাম তাই কৰি ভাল পাইছিল।

কি হ'ল ভিনি? এনি প্ৰব্লেম? ওচৰৰ কোঠাটোৰ পৰা কুট্টিবাজন ওলাই আহিছিল। পিছফালত দীঘল দীঘল আঁচপৰা পাইজামা চাৰ্ট, সম্ভৱ বায়েক ভিনিহিয়েকৰ কথাৰ কটাকাটি কুট্টিবাজনৰ কাণত পৰিছিল।

কি হ'ল? লওঁক মিউনিচিপেলিটিত পানীৰ বাবে এই এপ্লিকেচনখন দি দিব, আপোনাৰ নামত বা বাইৰ নামত। ঘৰটো বাইদেউৰ নামতে আছে কাৰণ। হাউচিং লোন ত্যাংৰ নামতেই আছে, আৰু শুনক......

এই সমস্ত মাটিবোৰ খাবলৈ কোনো নাহে। আপোনাৰ মাটি এইবোৰ? আজিকালি ল'ৰা-ছোৱালীৰ মাটিৰ ওপৰত সমান অধিকাৰ আছে। পিতৃৰ সম্পত্তিৰ ভাগ খুজিবলৈ কোনো নাহে ইয়ালৈ।

বাইদেৱে বহুত কৰিলে আমাৰ বাবে; সেউতা ঢুকোৱাৰ পাছত। এইবাৰ আমাৰ পাল। মৌকা এটাটো দিয়ক ভাই! আপুনি আপোনাৰ কিল্ডখন গজগজিয়া কৰক। মোৰটো ট্ৰেনফাৰ হৈ থাকে। আহক, কি খং কৰি থাকে অনবৰত।

ইহঁতে কি শিকিব আপোনালোকৰ পৰা?

শোভনাজনীয়ে বুজিব পৰা হৈছে কথাবোৰ। আহক না.........

(Thank you, Kutti Mama)

এটা 'থেংক ইউ' পাপাক বুজোৱাৰ বাবে। আনটো 'থেংক ইউ' ঘৰটোৰ বাবে।

মনে মনে কৈ উঠিল শোভনাই।

বাজক জলপান খুৱায়েই পঢ়িবলৈ ল'ব শোভনাই। ফাইনেল পৰীক্ষা। ক্লাছ এইটলৈ পোৱা পৰীক্ষা। বহুত 'চেঞ্জ' হ'ব। স্কুলৰ ড্ৰেছ, আৰু পঢ়িব লাগিব ভালকৈ। কটন কলেজৰ বাবে প্ৰস্তুতি।

পাপাই কৈছে— প্ৰথমতে কটন। তাৰ পাছত দিল্লী। তাৰ পাছত আমেৰিকা........ কমকৈ বাহিৰা কিতাপ পঢ়া।

বাহিৰা কিতাপৰ বাবে থাকিব ৩ ঘণ্টা; বাকী ৭ ঘণ্টা পঢ়া। মনতে কটন এখন বনাই ল'লে তাই।

পোন্ধৰ দিনৰ বাবে কুট্টিমামা বোলে গুৱাহাটীলৈ যাব। অফিচৰ কামত।

বাই কুট্টিমামা, চিঠি লিখিবা। শোভনাই আদৰেৰে কুট্টিবাজনৰ কোলাত বহি ক'লে।

শোভনাৰ মুখলৈ কোমলকৈ চাই কুট্টিবাজনে শোভনাৰ দীঘলীয়া বেনি দুডালত টান মাৰি ক'লে—

এনে একেবাৰে; চিঠি লিখিব লাগে! পোন্ধৰ দিনৰ ভিতৰত কি চিঠিনো লিখিম? তাতে গুৱাহাটীত বহুত কাম আছে। গুৱাহাটীৰ পৰা কি লাগিব কোৱা।

কিতাপ? কিতাপ আনিবা এইবাৰ। নতুনকৈ এটা ছিৰিজ ওলাইছে 'দি স্পাইডাৰমেন' নাইবা 'মেড' নামৰ। ইয়াত নাপায়েই; মইহে ইলাষ্ট্ৰেটেড উইকলিত দেখিছো। নাপাহৰিবা কিন্তু।

"এই পখিলাবোৰ

মোৰ মুখৰ ওপৰেদি উৰা

হালধীয়া ! হালধীয়া

পৃথিবীখন কেউফালে ঘূৰণীয়া...।”

ৰাতি ডায়েৰীত শোভনাই কবিতা এটা লিখিলে কবিতাবোৰ ভাল লগা হৈছে তাইৰ শব্দবোৰ আৰু আখৰৰ লগততো তাইৰ বন্ধুত্ব বহুতো পুৰণি।

□□ শনিবাৰৰ এই দুপৰীয়াবোৰ ভৰি থাকে। এক বজাৰ পছত পিয়নটোও সদায় শনিবাৰে শনিবাৰেই আহে, মামাককাকৰ বিয়েৰিং চিঠিবোৰ ভৰি থাকে ফৰমাইচেৰে....

ভাগিন টকা ‘এম অ’ কৰি পঠাবা, নাপাহৰিবা। তোমাৰ বিয়াখন ময়েই পাতি দিছিলো।”

(ৰজাঘৰৰ সন্তানবোৰে ভিক্ষাৰীৰ দৰে পৰিয়ালবোৰত হাত পাতি ফুৰে, কাম নকৰে তেওঁলোকে, হাল নাবায়, আভিজাত্য।)

বংশ গৌৰব। ফোপোলা। তেওঁলোকৰ শুকাই যোৱা শৰীৰবোৰৰ দৰে। আৰু কিমান যে মানুহ। পৰিয়াল। সকলোকে সহায় লাগে, আকৃতি। কেৱল আকৃতি।

চাকৰি দিয়া !

খাবলৈ দিয়া !!

সহায় কৰা !!!

ঠিক যেন শোভনাৰ মাক-দেউতাকে জন্মতে শপত লৈ আহিছিল— আমি আনৰ বাবে জীৱন দান দিম। আনৰ বাবে জীৱন আমাৰ।

শোভনা, কণ, বাজ— মাক দেউতাকৰ বৃহৎ ৰাইজৰ মাজৰ মাত্র একো একোটা প্রাণী।

“Small members or tiny members of the Extended family”

........... শনিবাৰৰ এক বজাৰ পাছত পিয়নটোৱে বাতৰি কাগজৰ জাপটো আৰু এখন নীলা ৰঙীয়া চিঠি লৈ, জপনামুখত চাইকেলৰ চিনাকী বে'লটো বজালে....।

ক্রিং.... ক্রিং.........ক্রিং.........

দৌৰি আহিল শোভনা.....

ককাই, কেৱল নিউজ পেপাৰ? মোৰ চিঠি?

নাই হে, এইখন তোমালোকৰ চকিদাৰৰ ঘৈণীয়েকৰ চিঠি।

চা- ওঁ – ওঁ। থাপ মাৰি ল'লে শোভনাই। জপনাত বৈ থকা মানুহজনীৰ হাতৰ পৰা।

এয়া দেখোন কুট্টিমামাৰ আখৰ। নিশ্চয় এড্রেছ ভুল কৰিছে? চিঠিখন লৈ দৌৰ মাৰিল শোভনা।

মা– মা– মা ল'না এইখন। এইখন কুট্টিমামাৰ চিঠি, নিশ্চয় এড্রেছ ভুল হৈছে। কুট্টিমামাৰ আখৰ মই চিনি পাওঁ। ভুল হৈছে মা। ভুল হৈছে চা। চকিদাৰৰ ঘৈণীয়েকে কৈছে এইখন তাইৰহে চিঠি বোলে। পাগল নেকি কুট্টিমামা। চকীদাৰৰ ঘৈণীয়েকক চিঠি লিখিব।

চিঠিখন পঢ়ি মাক গহীন হৈ গৈছিল। প্রয়োজনতকৈ বেছি গহীন।

কিয় গহীন হৈ গ'ল শোভনাই নুসুধিলে (কিছুমান কথা সুধিব নাপায় বুলি তাই বুজা হৈছিল) কিন্তু অনুমান কৰি ল'ব পাৰিলে। বীণায়ে এবাৰ শোভনাক কৈছিল —

ধন্তা ধন্তি খেলে চকীদাৰৰ ঘৈণীয়েক আৰু কুট্টিৰাজনে....

বীণাক তাই ধমকি দিছিল।

তই বুৰ্বক চবকে ধন্তা-ধন্তি খেলাই দেখ, ভাদ মাহৰ 'জিমি আৰু ৰৰ্ডবাষ্টাৰ দৰে। মানুহ কিবা কুকুৰ নেকি? পগলা হ'লেহে মানুহে যেতিয়াই তেতিয়াই ধন্তা-ধন্তি খেলে।

কুকুৰ নেকি মানুহ?

জন্তু নেকি মানুহ?

বীণাই বাৰু সচাকৈয়ে কৈছিল নেকি? তাৰ মানে কুট্টিমামাৰ ৰূপবোৰৰ ভিতৰত এইটোও এক অন্য ৰূপ। মানুহজনীৰ প্ৰতি একধৰণৰ আক্ৰোশমূলক খং এটা উঠি গ'ল তাইৰ।

ঘৈণীয়েকে ভাল পাব লাগে গিৰিয়েকক!

কিয় কুট্টিমামাক ভাল পাব?

এক ধৰণৰ খং এটাই শোভনাক গিলি পেলালে। ঠিক এনে ধৰণৰ খং এটাতেই তাই ফৰেইন মামাকৰ বিয়াৰ দিনা এক চৰ মাৰিছিল, বিদিশা নামৰ সিহঁতৰ সম্বন্ধীয়া মাহীয়েকজনীক। তেতিয়া তাই আছিল মাত্ৰ পাঁচ বা ছয় বছৰৰ। কোনোবা বেলেগ ছোৱালীক ফৰেইন মামাই মৰম কৰিব। তাইৰ সহ্য হোৱা নাছিল।

সেই কাৰণেই ছাগে ফৰেইন মামাকৰ বিয়াৰ দিনা, ফুলশয্যাৰ ৰাতিৰ বিছনাত মামীয়েকৰ ওচৰত তাই শুই আছিল, ৰাতিপুৱা উঠি দেখিছিল তাই দেখোন ফুলৰ মাজত নাই, শুই আছিল কুট্টিৰাজনৰ বুকুত।

"মানুহৰ বুকুৰ উমবিলাকত একধৰণৰ নিৰাপত্তা থাকে। এক অদ্ভুত নিৰাপত্তা, ঠিক টমাচ আলভা এডিছনে নিজেই 'ইনকুবেৰেটৰ' হৈ কণীৰ পৰা পোৱালি জগোৱা ধৰণৰ উম।"

মানুহৰ বুকুৰ উত্তাপবোৰত একধৰণৰ সীমাহীন অৰ্থ কিছুমানে লুকা-ভাকু কৰে যেন লাগে শোভনাৰ।

আৰু এই নিৰাপত্তাৰ উম বিলাক শোভনাৰ পৰা কাঢ়ি নি কোনোবাই চিন-মোকাম নাইকিয়া কৰি দিব, সহ্য নহয় তাইৰ।

অৱশ্যে ফৰেইন মামাৰ মামীজনীয়ে মৰম কৰি থাকে বাবে, শোভনাই জানি উঠিছে, তাইক মৰম কৰা মামাবোৰে তাইৰ সমানে সমানে মামীবোৰকো মৰম কৰিব। কিন্তু কুট্টিৰাজন??

চেৰেংকৈ তাইৰ মনত পৰি গ'ল যোৰহাটৰ সেই ৰাতিটোৰ কথা। প্ৰয়াগ ছাৰৰ ঘৰৰ বিয়া খাই পিংকি মামাৰ ঘৰত, আইতাকৰ নিৰ্দেশত সিহঁতে ঠেক কোঠাটোত একেলগে শুইছিল। তাই, ফৰেইন মামা, মামী, কুট্টিৰাজন, পিংকি... কুট্টিৰাজনক কিবা কথাত মামীয়েকে যেয়া পাইছিল মনত আছে তাইৰ দেউতাকে মাকক কোৱা—

ই কুট্টিৰাজনে বৌৱেকক বোলে সেৱা কৰিহে অফিচলৈ যোৱা কৰিছে। অতি ভক্তি চোৰৰ লক্ষণ।

কুট্টিৰাজন মোৰ মৰমৰ মামা।

কুট্টিৰাজন ভাল মানুহ নহবও পাৰে।

ভালপোৱা মানুহবোৰ যে ভাল হ'বই তেনেকুৱা কোনোধৰণৰ কথা নাই।

ওহোঁ, মোৰ কুট্টিমামা মোৰ আটাইতকৈ মৰমৰ মামা, মোৰ স্পেচিয়েল মামাটো বেয়া হ'বই নোৱাৰে। শোভনাই নিজকে বুজাইছিল।

শোভনাই অপেক্ষা কৰি আছিল সুধিবলৈ কুট্টিৰাজনে কিয় এড্ৰেছ ভুল কৰিলে? কিয় তাইলৈ চিঠি লিখিবলৈ সময় নাই বুলি কৈছিল?

উত্তৰ দিবলৈ কুট্টিৰাজন মৰমৰ মামা হৈ অহা নাছিল। ১৫ ছেপ্টেম্বৰৰ ৰাতিপুৱাৰ শেৱালি ফুলবোৰৰ লগতে শোভনা আৰু ৰীণাই বকুলফুল অলপো বুটলি থৈছিল।

ৰীণাই কৈছিল— বকুল ফুল ড্ৰইংৰুমত থলে ধুনীয়া গোন্ধায়।
কুট্টিমামাই ভাল পাব, গুৱহাটীৰ পৰা আহি।

শেৱালি আৰু বকুলফুলৰ গোন্ধ ল'বলৈ কুট্টিৰাজন অহা নাছিল।

১৫ ছেপ্টেম্বৰ।

সোমবাৰ।

সন্ধিয়া ছটা বাজিছিল তেতিয়া। পঢ়া টেবুলত বহি পাঠ আঁওৰাই থকা শোভনাই পিছফালে কাৰোবাৰ মাত শুনি চাই দেখিছিল কুট্টিৰাজন।

হাতত এডাল এচাৰিৰে এইটো কুট্টিৰাজনক দুৰ্গা পূজাৰ দেৱী দুৰ্গাৰ প্ৰতিমাৰ ওচৰৰ মহিষাসুৰৰ দৰে লাগিছিল।

ৰঙা চকুৰ, অবিন্যস্ত চুলিৰ, কুট্টিৰাজন অসুৰ!

লোকৰ চিঠি চাবলৈ কোনে শিকালে?

ইমান ফুকলীয়া ছোৱালী হাৰামজাদি।

পঢ়া চকীখনৰ পৰা কাণত ধৰি তুলি আনি কুট্টিৰাজনে কোবাবলৈ ধৰিছিল শোভনাক। কুট্টিৰাজনৰ হাতৰ বাহৰ এচাৰিডাল এটা সময়ত ভাঙি গৈছিল। শোভনাৰ চিঞৰত, শোভনাৰ কান্দোনত বাৰাণ্ডাত উল গোঠাত ব্যস্ত মাকে আহি থাপ মাৰি লৈছিল এচাৰিডাল।

কুট্টি তাইক নামাৰিবি। তাই মোৰ ছোৱালী। কিহৰ বাবে মাৰিছ? তোৰ হাতৰ আখৰকেইটা তাই চিনি পালে আৰু জোলোঙাৰ মেকুৰী ওলাই পৰিল, সেইবাবে?

লাজ নাই তোৰ, ভুল শোভনাৰ নহয় কুট্টি ভুল তোৰ স্বভাৱৰ হৈছে।

শোভা, সঁচা কথীয়া, তাই জেদীও। খঙেৰে তই তাইক একো কৰিব নোৱাৰ। তাই সঁচাবোৰ অদ্ভুত ধৰণেৰে দেখা পায়। তই নিজকে চম্ভাল।

কুট্টিৰাজনৰ চকু কেইটা আঙঠাৰ দৰে জ্বলিছিল।

চকিদাৰনীক হেৰাব লগা হ'ব বাবে, খঙত নে ধৰা পৰাৰ লাজত সেয়া বুজিবলৈ টান হৈছিল শোভনাৰ।

মাকক অবাক কৰি কুট্টিৰাজনে মাকলৈ হাত এখন উঠাই বৈ গৈছিল।

চাল্লি মোৰ বদনাম গোৱাৰ আগতেই ধ্বংস কৰি দিম তই তক। ভিক্ষাৰী! আমাৰ মাটিতে থাকি আমাকেই দাদাগিৰি? শুনি ল', তইঁত যাবি ইয়াৰ পৰা, মই নহয় আৰু শুন চকিদাৰ ইয়াতে থাকিব।

ওলাই গৈছিল খণ্ডত কুট্টিৰাজন।

কান্দি থকা শোভনাক ঢকা এটা দি মাকে উপায়হীন ধৰণেৰে ক'বলৈ আৰম্ভ কৰিছিল।

তোৰ কাৰণেই মোৰ চব বিপদ। কি হ'লহেঁতেন বাৰু তই চিঠিখন নেদেখাই'লে? কুলক্ষণী।

.......... গোটেই নিশাটো চিন্তাই জুৰুলা কৰি দিছিল শোভনাক। মাকে মানা কৰিছে কাৰণে পাপাটিকো ক'ব নোৱাৰে কথাবোৰ।

কিয় হয় এনেকুৰা? সঁচা কথা ক'লে কিয় বেয়া হয়? কুট্টিমামাই কিয় ইমান বেয়া পাই গ'ল মোক?

কুট্টিমামাৰ ১১ বছৰৰ মৰমবোৰ একেদিনাই শেষ হৈ যাবনে?

........ সৰু সৰু কথাবোৰত লাগি থাকিলে জীৱনটো অসুখী হৈ যায়। জীৱন বহল নদীৰ দৰে হ'ব লাগে। বহল সীমাহীন সাগৰৰ দৰে, সৰু সৰু ঠেক চিন্তাবোৰ ঢৌৰ বুৰবুৰণিৰ দৰে আহিলেও, মাৰ যাব লাগে বুৰবুৰণিৰ দৰে। কোনো ঠাই নাই সৰু সৰু ঠেক চিন্তাবোৰৰ জীৱনত। নিজক বুজাই ল'লে শোভনাই— খণ্ডতেই ছাগৈ মায়ে মোক গালি পাৰিলে। মায়ে দেউতাৰ ওচৰতো লাজ পাইছে ছাগৈ। কিমান যে কুট্টিমামাৰ প্ৰশংসা কৰি থাকে।

গোটেই নিশা শোভনাৰ মাক শোৱা নাছিল। বেজাৰত চিন্তাত খণ্ডত তেওঁৰ চকুৰ পৰা ধাৰাযাৰে পানী ওলাইছিল। বহুত বছৰৰ পিছত কান্দিছিল মানুহগৰাকীয়ে।

পানীবিলাকৰ লগে লগে বাগৰিছিল স্মৃতিৰ সঁফুৰাবোৰ—

পুৰণি বাকচৰপৰা উলিয়াই মাজে মাজে ন-কইনাৰ সাজযোৰ চাই মনত পেলোৱাৰ দৰে, নিশাৰ আন্ধাৰৰ আঁৰ লৈ, মানুহগৰাকীয়ে মেলি দিছিল স্মৃতিৰ দুৱাৰ—।

.......... স্মৃতিৰ ভিৰত দো খাই গৈছিল সবল মানুহগৰাকীৰ হৃদয়। ভাবিছিল এবাৰ হাতত সাৰে ভৰিত সাৰে যাব নেকি মৰমৰ হাৰকিউলিচজনৰ ওচৰলৈ। বুকুত মূৰ থৈ ক'ব নেকি আজি কি হ'ল জানেনে?

ওহোঁ, — ঘৰ– ঘ—ৰ—ঘ—ৰ—

সিটো কোঠাত নাকৰ প্ৰচণ্ড শব্দই মানুহগৰাকীৰ এই হেঁপাহটোক শুৱাই ৰাখিলে— হেঁপাহটোৱে যেন মানুহগৰাকীৰ বুকুৰ মাজত শব্দ কৰি শুই থাকিলে—

ঘ—ৰ—ঘ—ৰ—ঘ—ৰ—

দেহ আৰু হৃদয় একাকাৰ কৰি মাজে মাজে উকমুকনি দিয়া হেঁপাহবোৰৰ, বাসনাবোৰৰ কোঠালিবোৰ এৰাঘৰৰ দৰে হৈছেগৈ, এলাই হৈছেগৈ—

হৃদয়ৰ ৰহঘৰা!

হেঁপাহৰ ৰহঘৰা!

এক ধৰণৰ 'নীড় ভঙা পক্ষী'ৰ বেদনাৰ লগতে সমানে সমানে আগবাঢ়িছে জেদ আৰু খং নামৰ দুটা শব্দ—দুয়ো বুকুখনত হাণ্টাৰৰ বুটজোতাৰ দৰে শব্দ কৰি অহা যোৱা কৰি আছে—

লেফ্‌ট - ৰাইট - লেফ্‌ট।

লেফ্‌ট - ৰাইট - লেফ্‌ট।

কেতিয়াবা মনৰ সমস্ত আবেগ জোকাৰি থিয় হ'বলৈ মন যায় নগ্নকৈ, আদিম ভোকাতুৰ নাৰীৰ দৰে। তেওঁৰ ভিতৰত শুই থকা ঈভজনীক শুৱাই থওঁতে থওঁতে কৰ্কশ হৈ গৈছে মানুহগৰাকীৰ কোকিল কণ্ঠ!

সাপৰ দৰে ক'লা কিছুকিছিয়া চুলিৰ মানুহগৰাকীৰ নিশাবোৰত শুই থকা ঈভজনীৰ অভিমান হয় এনে সময়বোৰত!

পুৰুষৰ প্ৰেমৰ জুইকুৰা ধানখেৰৰ জুইৰ দৰে; তুঁহৰ জুই নাৰীৰ প্ৰেম আৰু বাসনা। উমি উমি জ্বলি থাকে। কিয় ৰাইজক ভাল পালে, মানুহজনীৰ প্ৰতি ভালপোৱাবোৰ কমি যাব লাগে কিয়? এই প্ৰশ্নটোকে বাৰে বাৰে কৰি আছে মানুহগৰাকীয়ে।

বাৰে বাৰে একেই প্ৰশ্ন।

উত্তৰ নোহোৱা প্ৰশ্ন!

কঠোৰ বাস্তৱৰ দাস হৈয়ো, গীতা ভাগৱতৰ দাস হৈয়ো, সাৰপাই আছে নিৰ্জু মানুহগৰাকীৰ মাজৰ ঈভজনী। খুউব বেছিকৈয়ে— !

সেই গকলপুৰৰ সন্ধিয়াবোৰৰ দৰে কেতিয়াবা জ্বলিবনে হৃদয়ৰ চাকি?

বিছনাত চাটি ফুটি শোভনাৰ মাকৰ শৰীৰ!

বেদনাত দগ্ধ মাকৰ শৰীৰ! আৰু —

অসহায় শান্ত মাকৰ মন।

খঙাল, অসন্তুষ্ট শোভনাৰ মাক —

কোনোটোৱে কোনোটোৰ লগত মিল নাই।

অলপ বেছিকৈ মৰম আৰু প্ৰেমে কিন্তু নিৰ্জু সৱল মানুহজনীক নিৰ্জু কৰিয়েই ৰাখিলেহেঁতেন।

পৰিস্থিতিয়ে সলনি কৰা 'হমছেপিয়েন্স'।

প্ৰেমে সলনি কৰিব পৰা পৰিস্থিতি।..........

ৰাতিপুৱাৰ কোমল ৰ'দজাকত শোভনাৰ মাকৰ বাবে বৈ থাকিবনে বাৰু প্ৰেমৰ 'হিচাপ নথকা প্ৰতিশ্ৰুতি' এয়াই ভাবিছিল। ইয়াৰে সপোনত জীয়াই আছিল শোভনাৰ মাক।—

□□□ কুটিৰাজনৰ এছাৰিৰ ঝনঝননি এসপ্তাহৰ পাছৰ এটা সন্ধিয়া! টাউনৰ শান্ত এটা সন্ধিয়া।

শৰৎ কালৰ নিয়ৰে বুৰাই ৰখা আমেজময় এটা সন্ধিয়া আছিল সেই সন্ধ্যাটো— পৃথিৱীখনকে মমতা আৰু দয়াৰে বুৰাই ৰাখিব খোজা দুটা সঁচাকঠিয়া প্ৰাণীৰ এটা প্ৰাণীয়ে কোনোবা গাঁৱত চাগে ৰাইজৰ মাজত ৰাইজৰ উন্নয়নৰ বাবে ব্যস্ত হৈ আছিল অথবা কৈ আছিল অন্তৰেৰে উপলব্ধি কৰা কিছু শব্দ :–

'ৰাইজ, তৃণমূলৰপৰা আমাৰ গাঁথনি, বহি নাথাকিব। মোৰ ঘৰত ৰাতিপুৱা তিনিটাতে উঠি মই গছপুলি, শাকপুলি ৰোঁও, কামেই ধৰ্ম। গীতাত কৈছে, 'কৰ্মই ধৰ্ম' ৰাইজ— ।

হয়তো কোনোবা মহিলাই তেখেতৰ ভৰি দুটাত ধৰি কৈছে, কান্দিছে। উদ্ধাৰ কৰক ছাৰ। চৰকাৰে গাঁৱৰ ৰাইজৰ বাবে সহায় দিছে, দৰ্খাস্তখন এনেদৰে দিবি।

ছাৰ, মোৰ পেন্সনটো? (যেন জেপতহে লৈ ফুৰিছে ছাৰে)

অ' হ'ব। — নিজৰ জেপৰ টকা পইছা খৰছ কৰি, যাব এই মানুহজনে মানুহবোৰৰ আৰ্জিবোৰ লৈ—

জীৱনৰ কঠিন পৰীক্ষাত আশাহত হয় শোভনাৰ মাকো, স্কুলত চৰকাৰী ধনেৰে ঘৰত টিনপাট লগাই 'ভিকহ স্কুল' কৰি ৰখা 'হেডমাষ্টৰ'ক ৰঙা চকু দেখুৱাই সেখা সৎ, সাহসী মহিলা এগৰাকীয়েই, শোভনাৰ মাক।

□□ শৰতৰ ধুনীয়া এই নিশাটোত, ৰাজক কোলাতলৈ পঢ়ি আছিল শোভনা। কলাও বহি আছিল পঢ়া টেবুলত। হঠাতে এখন গাড়ী ৰোৱাৰ শব্দ হৈছিল।

ধুমুহাৰ দৰে সোমাই আহিছিল শোভনাৰ আইতাক। কদমত্ কদমত্! ঘোঁৰা নথকা ৰাণী আইতাক, হিটলাৰ আইতাক।

হেইল হিটলাৰ।

হেইল হিটলাৰ।।

.......... ভিক্ষাৰী জোঁৱাইক ভাল বুলি বহিবলৈ দিলো, এতিয়া বোলে গোটেই পথাৰখন সি দখল কৰিছে, ফিচাৰি খুলিছে গোটেইখনত, মোৰ আৰু সন্তান নাই? চাওঁ ক'ত গ'ল গোজেই গজালি মোৰ তেজপিয়া জোঁৱাই-

অবাক নেত্ৰে বস্ত্ৰ পৰা মানুহৰ দৰে মুখেৰে একো ক'ব নোৱাৰা হৈ যোৱা মাকক চাদৰখনত আঁজুৰি আইতাকে সন্মুখা সন্মুখিকৈ থিয় হৈছিল জীয়েকৰ—

ভিক্ষাৰী গাঁৱলীয়াবোৰৰ লগত ঘূৰি ফুৰা, তোৰ মানুহটো ক'ত? ভয়ত লুকাই আছে নেকি মোক দেখি? ক'ত সি? শুন, তাক কৈ দিবি, এইখন টাউন। তাৰ গকুলপুৰ নহয়। কেৱল ঘৰটো পাবি থাকিবলৈ, নহ'লে পইছা সৰহ আছে যদি যাগে ক'ৰবালৈ।

ঃ বেয়া নালাগিল তোৰ জোঁৱাইক তেনেকৈ ক'বলৈ! অজলা মানুহটোৰ অনিচ্ছা সত্বেও মই লৈ আহিছিলো। কুট্টি, কুট্টিয়ে কৰা এই ষড়যন্ত্ৰ মই বুজিছো, সি চৰিত্ৰহীন।—

ঃ খবৰদাৰ, মোৰ ল'ৰা নহয়, তোৰ গিৰিয়েৰেহে, চকিদাৰৰ ঘৈণীয়েকক পুহি ৰাখিছিল নিজৰ স্বাৰ্থত। তাৰ স্বাৰ্থতে মাটি সোপা হস্তগত কৰিব খুজিছিল। ভাগ্যে পহিলা বেলাতে গম পালো। — আইতাকে হুংকাৰি উঠিছিল।

হেইল হিটলাৰ।

হেইল হিটলাৰ।

কাৰো কথা শুনাৰ অভ্যাস তেওঁৰ নাছিলেই, হাতত দা এখন লৈ থিয় হৈছিল পিলিকা মামা। শোভনাৰ দেৱৰাজন।

তাকো অসুৰ এটা যেনেই লাগিছিল। ঠিক হিৰণ্যকশিপুৰ দৰে। মাকৰ নিচেই কাষতে বৈ সি চোঁচৰাই নিছিল মাকক— আধা খন্দা পুখুৰীটোৰ কাষৰপৰা বাঁহৰ জেওৰাবোৰ আঁতৰাই, ঘৰটোৰ কেউকাষে গাৰ জোৰেৰে পুতি দেৱৰাজনে সকলোৰে শুনাকৈ কৈছিল—

ঐ, ৱাৰ্ণিং! শুন! এই জেওৰাৰ ইপাৰৰ বেজিৰ আগৰ মাটিৰ টুকুৰা এটাও তহঁতৰ নহয়—

এই ঘৰটোৰ বাহিৰে ক'তো হাত নলগাবি।

চকুলোৰে বাট নেদেখা হৈছিল মাকে। থক্ থক্‌কৈ কপিছিল শোভনা, ৰুণ। সাৰ পাই গৈছিল ৰাজ। বীণাই শোভনাৰ হাত এখনত খামোচ মাৰি ধৰিছিল।

দুৰৈৰ মানুহবোৰে বাটত থমকি ৰৈ ঘৰৰ ওচৰলৈ আহি জানিবলৈ বিচাৰিছিল— কি হৈছে?

লাহে লাহে গালি গালাজবোৰ কমি আহিছিল। আইতাক, দেবৰাজন, কুট্টিৰাজন আটাইবোৰ ওলাই গৈছিল পৰুৱাৰ দৰে শাৰী পাতি। জিৰণি ল'বলৈ কুট্টিৰাজনৰ ঘৰটোত।

হাতত ঘূৰাই থকা ৰূপৰ বিচনীখনেৰে জীয়েকৰ পিঠিত খোচ এটা মাৰি শোভনাৰ আইতাকে হুংকাৰি উঠিছিল।

ঐ বেটি। মই যোৱা নাই। তোৰ গিৰিয়েৰ আহিলে আকৌ আহিম। তাক মই চাই লম। — মাকে করুণ চকুৰে চাই আছিল আইতাকলৈ।

শোভনাৰ আইতাক— মাকৰ মাক—

উহ মাক নে শাখিনী। —

চুপ। — পূৰ্ণহতিয়া চৰ এটা সোধাই দিছিল আইতাকে শোভনাৰ মাকক।

ৰাজক কোলাত লৈ বীণা, শোভনা, ৰুণে পৰ্দাৰ ফাঁকেৰে লক্ষ্য কৰি আছিল মানুহবোৰ ওলাই যোৱা

মানুহনে কচাই?

নে ৰামায়ণৰ কৈকেয়ী?

নে মহাভাৰতৰ কৌৰৱ?

শোভনাৰ হাতৰ মুঠিটো টান হৈ গৈছিল। নিজৰ মাকক কোনোবাই অপমান কৰিব? তাকো নিজৰ আইতাকে? সপোনতো ভৱা নাছিল তাই।

কি হৈছে, ইমান চিএৰ-বাখৰ কিয়? হাতত বজাৰৰ মোনা এটা লৈ থতমত খাইছিল শোভনাৰ দেউতাক।

ড্ৰইংৰুম পাৰ হৈ বাৰান্দা আৰু ওখোৰা মোখোৰা চোতাল (নতুনকৈ বন্ধা পুখুৰীৰপৰা খন্দা আলতীয়া মাটিৰ চপৰাবোৰ সমান হোৱাই নাছিল, ধুমুচ দি খুন্দি থকাৰ পাছতো।)

শৰতৰ পূৰ্ণিমাৰ পোহৰত স্পষ্টকৈ দেখিছিল মানুহজনে।

মাছৰ ফিচাৰিৰ বাবে খান্দি থকা পুখুৰীটোৰ কাষৰ জেওৰাবোৰ ক'ত গ'ল?

এয়া দেখোন কাৰাগাৰৰ দৰে ঘৰটো? কেৱল ওখ ঘৰটো সামৰি এইবোৰ জেওৰা কেউকাষে,—ভিতৰলৈ সোমাই গৈছিল তেওঁ, মানুহজনীৰ সেন্দুৰৰ ফোটটো দেখোন আধা মোচা আৰু ইহঁত ক'ত, ৰুণ, ৰাজ, শোভনা ? আকৌ বাহিৰলৈ ওলাই আহিছিল মানুহজন।

কিয় হঠাৎ জেওৰাবোৰ ঘৰৰ কাষলৈ আহিছিল? কিয় নতুনকৈ বান্ধি থকা পুখুৰীটোৰ কাষৰ খন্দা মাটিবোৰেৰে পুখুৰীটো আধা পুতি পেলোৱা হৈছে।

এটা দিনতে ইমান পৰিবৰ্তন?

কিয় ? কিয়?

উহ ! মুৰটো দেখোন ঘূৰাইছে, উশাহ ল'ব পৰা নাই দেখোন, বুকুখন— উ—হ—হ—

বাগৰি পৰিছিল এটা সেউজীয়া পাহাৰ, ওখোৰা মোখোৰা মাটিখিনিত!

বাগৰি পৰিছিল যেন ধুমুহাত কেতিয়াও নপৰা! মজবুত এজোপা গছ!!

হাউলী গৈছিল আহঁত গছ।

ছয় ফুট ওখ মানুহজন সৰু ৰাজটোৰ দৰে বাগৰি গৈছিল ওখোৰা মোখোৰা মাটিৰ দলিচপৰাবোৰত--

ঢ—ম—হ— !!

মানুহ এজন পৰিছিল নে এটা সপোন খহিছিল? মানুহ এজন পৰাৰ শব্দ নে বন্দুকৰ গুলিৰ শব্দ আছিল?

হৃদয়হীন মানুহৰ স্বাৰ্থপৰতাৰ গুলি!

চাইলেন্সাৰ লগোৱা স্বাৰ্থপৰতাৰ গুলি।

........ দৌৰি আহিছিল শোভনাৰ মাক। আউলী বাউলী সাপৰ দৰে চুলিবোৰে, বেঁকাকৈ মোহাৰি যোৱা সেন্দুৰৰ ফোঁটটোৰে। বাহুৰপৰা পৰি যোৱা অবিন্যস্ত আঁচল, মানুহগৰাকীক কাৰ দৰে লাগিছিল? কিহৰ দৰে লাগিছিল? সেয়া সঠিককৈ হয়তো হ'ব পাৰিলেহেঁতেন-আঁউসীৰ আন্ধাৰে বা চন্দ্ৰক গ্ৰাস কৰি পেলোৱা পৃথিৱীয়ে। চন্দ্ৰগ্ৰহণৰ পৃথিৱীয়ে!

মানুহজন তেতিয়াও পৰি আছিল। দৌৰি আহিছিল ৰুণ, শোভনা। ৰাজক লৈ বীণা চুক এটাত থিয় হৈ আছিল। চোঁচৰাই চোঁচৰাই লৈ গৈছিল তেওঁক ভিতৰৰ বিছনালৈ। মানুহজনৰ সবল বাহুটোত ওখোৰা মোখোৰা মাটিবোৰৰ ঘঁহনি খাই শব্দ কৰিছিল- খ—ৰ—ৰ। মানুহজনৰ মাখি ছালবোৰ ছিগি বৈ অহা তেজৰ বিৰিঙণিবোৰ চাদৰেৰে মোহাৰি মোহাৰি মাকে চিঞৰি চিঞৰি অধৈৰ্য হৈ দেউতাকৰ মূৰটো লৰাই দি কৈ আছিল—

হেৰি, উঠক। উঠক, কি হ'ল আপোনাৰ ?

নাথাকো ইয়াত আমি, গুচি যাম। ভাড়াঘৰত থাকিম, গাঁৱলৈ যামগৈ— মাত্ৰ উঠক আপুনি, আপুনি নাথাকিলে ল'ৰা-ছোৱালী কেইটাৰে মই কেনেকৈ জীয়াই থাকিম?

কেনেকৈ?

স্তব্ধ হৈ গৈছিল সময়, দক্ষ যজ্ঞতো এনেকুৱাই হৈছিল বাৰু পাৰ্বতীৰ—!

এনেকুৱাই হৈছিল নেকি পঞ্চপাণ্ডৱৰ?

এনেকুৱাই হৈছিল নেকি দ্ৰৌপদীৰ?

দ্ৰৌপদীৰ বস্ত্ৰ হৰণৰ দিনাও চাগে, এনেকৈয়ে বিলাপ কৰিছিল দ্ৰৌপদীয়ে—

'কৃষ্ণ! কৃষ্ণ! কৃষ্ণই যোগান ধৰিছিল আৱৰণৰ, দ্ৰৌপদীক।'

কৃষ্ণ কৃষ্ণ কৃষ্ণ—

মুক্তিত নিস্পৃহ যিটো

সেহি ভকতক নমো

ৰসময়—ৰসময়

মাগোহো ভকতি

ভগৱানৰ ওপৰত আৰি থোৱা ফটোখন ঢুকি পাবলৈকে শোভনাক বীণাই ওখ টুল এখন আনি দিছিল, তাৰে ওপৰত কষ্টকৈ থিয় হৈছিল ৰুণ আৰু শোভনা দুয়োটা, ৰাজক কোলাৰ একাষে লৈ বীণাও কঁপি কঁপি আছিল–

সৰুৰেপৰা সলসলিয়াকৈ গাই থকা প্ৰাৰ্থনাটো সিহঁতে গাব পৰা নাছিল। গাৰ কঁপনি, চকুপানী, শৰতত গাৰ ঘাম মিলি পৃথিৱীৰ আটাইতকৈ দুৰ্ভগীয়া প্ৰাণী যেন দেখা গৈছিল আটাইকেইটাকে। সিহঁতক মৰুভূমিত পানী বিচাৰি ঘূৰি ফুৰা উট পক্ষী যেন লাগিছিল। ভগৱানক মাতিবলৈ বিচাৰি সিঁহতে ভাষা বিচাৰি পোৱা নাছিল–

মুক্তিত- নিস্পৃহ– যিটো

ৰসময়- মাগোহো ভকতি–

'ভগৱান— আমাৰ পাপাক টোপনিৰ পৰা উঠাই দিয়া ভগৱান। আমাৰ পাপাক ভাল কৰি দিয়া।

ভগৱান?

ভগৱান! কৃষ্ণ!

শুনিছিলনে ভগৱানে?

কিন্তু অইন এগৰাকীয়ে শুনিছিল!

হিটলাৰ আছিল তেওঁ— নাইবা, যন্ত্ৰনাই অন্ধ কৰা অগভীৰ এগৰাকী হৃদয়হীনা নাৰী,

শোভনা আৰু ৰুণক সোঁহাতেৰে খাপ মাৰি নমাই আনিছিল টুলৰ পৰা কুটিৰাজনে—

নামি আহ; ভগৱানক সেৱা কৰি দেখুৱাব নালাগে, নামি আহ।

বাপেৰৰ চব ফন্দী।

ভাও ধৰিছে! ভাও ধৰিছে!

ৰুণমানি ৰুণে হাতৰ মুঠিতো টান কৰি আছিল আইতাকলৈ। মগজুৰ ৰন্ধ্ৰে ৰন্ধ্ৰে তাৰ এটা শব্দ শিপাই গৈছিল, সেই সময়ত- য়া– কি–য়া–

ব্ৰুচলিৰ কিক্‌টো এতিয়া কাক দিব পাৰিব সি? খন্তেক তাৰ চকুকেইটাও ৰঙা পৰিবলৈ ধৰিছিল—

শোভনা কঁপি আছিল।

যেন বতাহত কপি কপি আছে কুমলীয়া এখন কলৰ পাত। যেন ধুমুহাত হাউলী আছে বিৰিণাৰ গছবোৰ। যেন স্বচ্ছ পানীত কঁপি আছে তাইৰ প্ৰতিবিম্ব। টোপা টোপে চকুপানী পৰি থাকিল তাইৰ চকুৰপৰা। তাইৰ মগজুৰ ৰন্ধ্ৰে ৰন্ধ্ৰে পাকঘূৰণী খাই থাকিল শব্দকেইটা-

— বাপেৰৰ চব ফন্দী।

— সি আত্মসাৎ কৰিব খুজিছিল আমাৰ মাটি।

দেউতাকৰ ওচৰলৈ যাবলৈ তাই ভয় খালে; কিজানিবা চকু নেমেলে কেতিয়াও!

তেতিয়া কি হ'ব?

আৰু মা? মা ক'ত গ'ল?–

দৌৰি দৌৰি তাই ভিতৰৰপৰা বাৰান্দা, তাৰপাছত চোতাললৈ ওলাই গ'ল, পিৰালিৰ এটা

এটা চুকত মাকে কান্দি আছে। মাকৰ সাপৰ দৰে ক'লা চুলিখিনি তাইৰ সাপৰ ফণাৰ দৰে লাগিল, চুলেই যেন শব্দ কৰি ফোঁচ ফোঁচাই উঠিব...

কি সেইটো?— চোতালৰ ওখোৰা মোখোৰা আলতিয়া মাটিবোৰত, পূৰ্ণিমাৰ জোনৰ পোহৰত স্পষ্টকৈ তাই দেখিলে কিবা এটা পৰি আছে,

কি সেইটো? ক'লাকৈ?

ওচৰলৈ গৈ কঁপা কঁপা হাতেৰে তুলি ল'লে তাই ক'লা ৰঙৰ সেই বস্তুটো।

দেউতাকৰ মোটা ফ্ৰেমৰ সেই চশমাযোৰ।

আইনা দুয়োখন মাজতে ফাটি গৈছে।

যেনেকৈ ফাটি গৈছে তেওঁৰ বুকুৰ কোনোবা এটা টুকুৰা।

দেউতাৰ মোটা ফ্ৰেমৰ ভঙা চশমাযোৰ–

চশমাযোৰ হাতত লৈ, বুকুত সোমাই লৈ শোভনাই অস্ফুত স্বৰত কৈ উঠিল—

ছৰি পাপা! ছৰি পাপা!

মাক ক্ষমা কৰি দিয়ক!

আইতাকো!

টিপলু হঁতকো, কুটিৰাজন, আইতাকো ?

দৌৰি ভিতৰলৈ গৈ এইবাৰ শোভনাই বিছনাত শুই থকা দেউতাকৰ ভৰি দুটা চুমা খাই খাই কান্দি থাকিল।

মাক তেতিয়াও পিৰালিতে বহি আছিল।

পঢ়া টেবুলত বহি থকা ৰুণৰ গাত লাহেকৈ হাত দি শোভনাই ক'লে—

ৰুণ , প্ৰতিজ্ঞা কৰ, আজিৰ পৰা আমি আৰু ভালকৈ পঢ়িম, আমি ডাঙৰ মানুহ হ'ম। আজিৰ পৰা আমাৰ কোনো নিজৰ মানুহ নাই, পাপাক ইমান কষ্ট দিয়া, মাক ইমান কষ্ট দিয়া মানুহবোৰ আমাৰ আপোন হ'বই নোৱাৰে।

বুজি পাইছনে তই! আমাৰ আৰু কোনো নাই- কোনো নাই আমাৰ-।

বুকু ভঙা শব্দ যদি বাহিৰত শুনা পোৱা গ'লহেঁতেন, তেনেহ'লে শব্দবোৰ চাগে ভীষণ হ'লহেঁতেন! কাণ তাল মৰা শব্দ!

EtTu, Kutirajan! প্ৰথমবাৰৰ বাবে তাইৰ মুখৰপৰা ওলাই গ'ল।

The last Supper ত যীশুক এনেকৈয়ে আগবঢ়াই দিছিলনেকি বিশ্বস্ত বন্ধুৱে বিশ্বাসঘাতকতাৰ টোপোলা– ভৰিৰ তলৰপৰা, হাতৰ ফাকেদি, বুকুৰ গহ্বৰপৰা এটা শব্দ চিৰদিনৰ বাবে ওলাই গ'ল শোভনাৰ!

Faith

বিশ্বাস!

Don't trust Anybody ! নিজকো বিশ্বাস কৰিব নোৱাৰি!

যা ৰুণ, মাক ভিতৰলৈ লৈ আহগৈ, মায়ে তোৰ কথা শুনিব। — প্ৰথমবাৰৰ বাবে বাধ্য ৰুণে একে দৌৰে মাকৰ ওচৰত থিয় হ'ল মাকৰ হাতখন ধৰি সি মাকক ভিতৰলৈ লৈ আহিল।

শোভনাই মাকক এগিলাছ পানী খাবলৈ দিলে। এইবাৰ একাষে ৰুণ আৰু আনকাষে শোভনাক বুকুৰ মাজত সুমুৱাই কান্দি উঠিল, মাকে—। কান্দি কান্দি মাকে বিৰবিৰাই গ'ল—

আপোনাৰ কথা নুশুনি, ভাইৰ হাতত ধৰি আহিলো। এয়া হ'ল আজি। মাক নহয়, শাখিনী! ভাই নহয় শত্ৰু,

জনম, জনমৰ শত্ৰু আই ঐ!–

কান্দি কান্দি মাক বহি পৰিল—

খট-খট—খট– দুৱাৰত কোনোবাই টুকুৰিয়ালে– বীণাই গৈ দুৱাৰখন মেলি দিলে।

ডাক্তৰ?

কোনে মাতিলে? হাজৰিকা আংকল!

ক'তা? দেউতাৰ বোলে মূৰ্চা গৈছে!— চাওঁ।

হাজৰিকা ডাক্তৰে পৰীক্ষা কৰি গ'ল দেউতাকক,—

প্ৰেছাৰ হাই!

হাৰ্ট এটাক। ক'ৰবাত দুখ পাইছে!!!

শোভনাই কান্দি থকা মাকৰ চকুলৈ এবাৰ চালে।

নাই! নাই পোৱা। হঠাৎ বাহিৰৰ পৰা অহাৰ পাছতে পৰি গ'ল। — মিছাকৈ ক'লে তাই! কিয় ক'লে? কাৰণ তাই বুজি নাপালে। কেনেকৈ আৰম্ভ কৰিব তাই, অসুৰৰ দৰে মানুহ কিছুমান আহি অজলা দেউতাকক ধৰাশায়ী কৰি গুছি গ'ল। কেনেকৈ তাই বুজাই ক'ব— ক'ত, ক'ত সিহঁতে দুখ পাইছে। কেনেকৈ তাই ক'ব যে দৰাচলতে সিহঁতৰো একপ্ৰকাৰ হাৰ্ট এটাক হৈছে। কেনেকৈ বুজাই ক'ব তাই, কিমান হেপাঁহেৰে দেউতাকে মাছ পুহিবলৈ খন্দা পুখুৰীটো আজি মাটি হৈ গ'ল—

কেনেকৈ বুজাই ক'ব আজি যেন তাই ভালপোৱা মানুহৰ মৃতদেহহে দাহ কৰিবলৈ লৈছে—

গোটেইখন যেন শ্মশানৰ দৰে গোন্ধাইছে।

শ্মশানৰ মানুহ পোৱা গোন্ধ।

মাজনী, দেউতাৰৰ এয়া প্ৰথমটো হাৰ্ট এটাক হৈছে ভালকে চাবা, মনত বেছিকৈ দুখ পালে, বা কিবা চক্ খালে আকৌ হ'ব এয়া — হাজৰিকা ডাক্তৰ গ'লগৈ।

বীণাৰ কোলাত ৰাজ টোপনি গ'ল।

ৰুণ মাকৰ ওচৰত থিয় হৈ থাকিল — খুঁটা এটাৰ দৰে। এখন হাতেৰে সি মাকক ধৰি থাকিল।

চকু মেলিলে দেউতাকে। ইতিমধ্যেই মূৰ্ছা যোৱা দেউতাকৰ মুৰত পানী ঢালি ঢালিথকাৰ বাবে বিছনাখন প্ৰায় তিতিয়েই গৈছিল।

টাবেলেৰে মুখখন মোহাৰি দি শোভনাই পানী এচামুচ আগবঢ়াই দিলে দেউতাকৰ মুখলৈ।

পাপাটি! পাপাটি! একো চিন্তা নকৰিব! মই আছো নহয়!— ঘৰৰ গৃহস্থনীৰ দৰে শোভনাই কৈ উঠিল।

পাপাটি? ভাত অলপ বনাওনে?

ওহো —দেউতাকে মূৰ জোকাৰিলে—

কালিলৈ ছায়েন্স আছে, — হাফ-ইয়াৰলি পৰীক্ষাৰ কথা হঠাৎ মনত পৰিল শোভনাৰ—

মাকক ধৰি আনি বিছনাত শুৱাই দিলে ৰুণ আৰু শোভনাই।

ৰুণ, ভাত খাবি ? — তাই সুধিলে।

ওহো, মই শুই যাওঁ। — ভাগৰুৱা পথিকৰ দৰে মাকৰ ওচৰতে সি শুই পৰিল। শুই থকা ৰাজক সাৱটি মাকে এইবাৰ আকৌ উচুপি উঠিল-

বীণা, বাহিৰৰ দৰ্জাখন চাই আহ।— শোভনাই বীণাক আদেশৰ সুৰত ক'লে।

মুখখন ঠাণ্ডা পানীৰে ধুই তাই পঢ়া টেবুলত বহিল।

কি পঢ়িব তাই ?

কি লিখিব তাই চায়েন্সত।

বগা বহীৰ পাত এটুকুৰা ফালি তাই মানুহৰ পাকস্থলীৰ ছবি এটা আঁকিলে — ৰবৰেৰে মোহাৰি দিলে আকৌ ছবিটো- মোহাৰি দিলে তাই এটা অধ্যায় মনৰপৰা- অকণমানি শোভনা। জয়পুৰৰ অট্টালিকাৰ শোভনা। কুন্তিৰাজনৰ শোভনা। টিপুলু মাহীৰ শোভনা। পাৰ হৈ গ'ল তাইৰ স্মৃতিয়েদি-

কুন্তিৰাজনৰ বাটলুগুটিয়া আখৰবোৰ—

ৰাজকুমাৰী শোভনা।

মনত পৰি গ'ল তাইৰ—

বাৰটা নে তেৰটা বছৰৰ গধুৰ স্মৃতি।

তাইৰ সোণালী শৈশৱৰ স্মৃতি-

ফৰেইন মামাৰ টেপটোত যে তাইৰ কান্দোন ৰেকৰ্ড কৰি শুনিছিল সকলোৱে।

শুন, শোভনাই কান্দিছে।

শোভনাই হাঁহিলে, শোভনাই কান্দিলে যদি সোণ সৰিছিল- আজি কিয় এনে হ'ল ?

লাহে লাহে উঠি আহিল তাই চকীৰপৰা শব্দ নকৰাকৈ। বাকচটোৰপৰা তাই উলিয়াই আনিলে কুন্তিৰাজনে দিয়া কাপোৰবোৰ- আটাইবোৰ কাপোৰ।

নালাগে তাইক এনেকুৱা মৰম। যিবোৰ মৰম মুহূৰ্ততে কৰ্পূৰৰ দৰে উৰি গ'ল। যিবোৰ মৰমে মাক-দেউতাকক কষ্ট দিয়ে। নালাগে সেইবোৰ স্নেহ, বুকুখন আকৌ এবাৰ বিষাই গ'ল তাইৰ।

ৰুণে হয়তো পাহৰি যাব মনত ৰখা বয়স তাৰ হোৱা নাই। শোভনাই নাপাহৰে। মনত থকাৰেই বয়স সেইটো। কবিতা, প্ৰেম আৰু হাঁহিৰে আৰম্ভ কৰিব খোজা সপোনটোৰ মৃত্যু দেখি শোভনা যেন মূৰ্চ্ছা যাব। নিজকে সুধিলে তাই, পাৰিবনে ?

পাৰিবনে তাই আলাসৰ লাডু শোভনাক হত্যা কৰি পেলাব ? পাৰিবই লাগিব। মনে নিবিচৰা বহুত কাম জীৱনত কৰিব লগা হয়। কেৱল হৃদয়ৰ তাড়নাত। আত্মসন্মানৰ তাড়নাত, আৰু আত্মগৌৰৱৰ তাড়নাত—

পাৰ হৈ গ'ল আহত সময়বোৰ।

আচৰিত ! শৈশৱৰ যিবোৰ সোণালী দিনৰ বাবে নিজকে পৃথিৱীৰ আটাইতকৈ শক্তিশালী

আৰু সৌভাগ্যৱতী যেন লাগিছিল, সেইবোৰ দিনৰ বাবে শোভনাৰ পৃথিৱীৰ আটাইতকৈ দুৰ্ভগীয়া প্ৰাণী যেনেই লাগিল।

জীৱনত যিকোনো ঘটনাই ঘটি যাব পাৰে-বহীৰ মাজৰপৰা উলিয়াই আনিলে তাই হালধীয়া বৰণৰ ডায়েৰীখন। লিখি গ'ল তাই,

জীৱনৰ ২য় অধ্যায়ত শোভনাৰ অনুভৱ........

(১) মানুহ কাকো বিশ্বাস কৰিব নোৱাৰি।

(২) মানুহ, একেবাৰে নিজৰ মানুহো স্বাৰ্থপৰ হ'ব পাৰে।

(৩) ভৱিষ্যতে নিজৰ বাবে, নিজৰকৈ কৰিব লাগিব- যি কৰো।

(৪) সম্পত্তি নিজৰ ন'হলে একেবাৰে মিছা।

(৫) মানুহক ভাল কৰিলেই যে মানুহে বুজিব, সেয়াও মিছা।

(৬) ভগৱানে ভাল মানুহৰ কথা নুশুনিবও পাৰে।

(৭) আমাৰ আৰু কোনো নাই।

(৮) মা-দেউতাৰ সুখৰ বাবে মই আজিৰপৰা চৰম ত্যাগ কৰিবলৈও প্ৰস্তুত।

(৯) মই পঢ়িব লাগিব, বেছি ভালকৈ , মা-দেউতাৰ সপোনবোৰ দিঠক কৰিবলৈ আৰু যিকোনো ঘটনাৰ বাবে নিজকে প্ৰস্তুত ৰাখি লাগিব।

(১০) "Good bye my childhood" "My Golden Childhood" Bye—ৰঙা চিয়াহীৰে তাই লিখি দিছিল ডাঙৰকৈ— Bye Bye Bye Bye—

টিং টং— টিং টঙ— টিং টঙ

শোভনাৰ অনুভূতিৰ ঘন্টাৰ শব্দ সেয়া!

সৰুতে ট্ৰেইনৰ খিৰিকিয়েদি মুখ উলিয়াই আইতাকৰ ঘৰলৈ যাওতে মাকে হাতত ধৰি কৈছিল- টা টা দিয়া মা পাপাটিক-

সৌহাতখন ঘূৰাই ঘূৰাই তাই কৈছিল— টা টা পাপাটি। এইবাৰ তাই টা টা কৰিছে- তাইৰ জীৱন ভৰাই ৰখা সোণালী শৈশৱৰ তাইৰ গাৰ মঙহৰ টুকুৰাবোৰক ।

জীৱনৰ সকলোবিলাক পাঠ কিতাপত নাথাকে। কিছুমান পাঠ, জীৱনৰ কঠিন সত্যবোৰত লুকাভাকু কৰি থাকে। সেই মুহূৰ্তৰ সত্যবোৰত। সেই সত্যবোৰ ভাল লগা নহ'বও পাৰে। হৃদয় চিৰাচিৰ কৰি দিব পৰা খবৰো হ'ব পাৰে, ঘটনা হ'ব পাৰে সেইবোৰ। সেই সত্যবোৰেই বাঢ়িবলৈ শিকায় মানুহক, যুঁজ দিবলৈ শিকায়।

এইখন যুঁজ দুজন মানুহৰ যুঁজ নহয়। এইখন যুঁজ নিৰ্দোষিতা বনাম স্বাৰ্থপৰতাৰ যুঁজ।

ক'ত বহি আছো মই ? যিখন চালিৰ তলত বহি আছো সেইখন চালি মোৰ নহয়। মোৰ মাৰ নহয়— পাপাৰ নহয়। কাৰো অনুগ্ৰহৰ সম্পত্তি মোক নালাগে।

পলাই যাবলৈ মন গ'ল শোভনাৰ ঘৰৰপৰা ।

আলাউদ্দিনৰ চাকিৰপৰা খুজি ল'বলৈ মন গ'ল তাইৰ মুঠিয়ে মুঠিয়ে পইছা—

আকা,

মোক বহুত ব-হু-ত পইছা দিয়া।

চহৰৰ ভাল ঠাই এডোখৰত ঘৰ মাটি কিনি মই পৰিয়ালটোক ৰাজ সুখত ৰাখিম,

দিয়া আক্কা, মোক পইছা—

বহুত পইছা—–

পঢ়া টেবুলতে শোভনা টোপনি গ'ল। শোভনাৰ গালখনত চকুপানীৰ দাগবোৰ শুকাই গ'ল।-

তাচ পাতৰ সৌধৰ দৰে ভাগি গ'ল তাইৰ বিশ্বাসৰ সৌধটো।

বয়সেই আছিল সেইটো। ঠুনুকা হিয়াৰ ঠুনুকা বয়স।

শোভনাৰ অভিধানত বিশ্বাস-মৰম এইবোৰৰ অৰ্থবোৰ বেলেগ হ'ল।

পিছদিনাৰ ৰাতিপুৱাটো আছিল এটা উৰুকা ৰাতিপুৱা।

সূৰ্যটো তাইৰ বাবে নিস্তাপ আছিল।

ৰাতিপুৱা উঠিয়েই তাই দেখিছিল ৰাতিটোৰ ভিতৰতে তাইৰ ঘৰৰ সন্মুখত এখন বাঁহৰ ডাঙৰ চকোৰা। কৃত্ৰিমভাৱে ৰাতিটোৰ ভিতৰতে দিয়া সম্পৰ্কৰ বেৰ আছিল সেইখন। ডাঙৰ উকা দেৱাল আছিল সেইখন।



# সেই প্ৰেম

শোভনা উচুপি উঠিল। ইতিমধ্যে আকাশে সাৰ পাইছিল। অভিলাষে আকোৱালি ধৰিলে শোভনাক।–

তাৰ পাছত ?

শোভনাই যন্ত্ৰবৎ চকুপানীখিনি মোহাৰি ক'লে।

তাৰ পাছত বহুত কিবা কিবি ঘটনাৰ আৰম্ভণি। একো ভাল নোহোৱা ঘটনাৰ আৰম্ভণি– আমাৰ ঘৰ আৰু আইতাইতৰ ঘৰলৈ বন্ধা সুঁতিটো মৰা সুঁতি হ'ল।– মিউনিচিপেলিটিয়ে গণ্ডাই গণ্ডাই ঘৰ ভঙা নটিচ পঠালে 'This is not your house, Vacant the house' নটিচবোৰ দেখি কান্দোনত, ভয়ত,খঙত হিতাহিত জ্ঞান হেৰোৱা মাক দেউতাই সান্ত্বনা দি থাকিল।

বহুত কিবাকিবিবোৰ হ'বলৈ আৰম্ভ কৰিলে। হিচাপ নিকাচ আৰম্ভ হ'ল মা আৰু দেউতাৰ জীৱনৰ। পোৱাৰ। নোপোৱাৰ।।

ৰাতিপুৱা শুই উঠি মোক কোলাত লোৱা বুলি ক'লে মায়ে ভেকাহি মৰা হ'ল—

এতিয়া কেচুৱা নহয় তই।

ৰুণ, মই আৰু ৰাজ—।

ৰাজে বুজিয়েই নাপালে পৰিয়ালৰ বংশ, মৰম কি– ৰুণৰ শৈশৱৰ স্মৃতিত সাঙোৰ খাই নাছিল, এৰাসুঁতিৰ মৰম। কিন্তু মই ? শোভনাজনী।

ভিতৰি ভিতৰি ফোপোলা হৈ গ'ল মোৰ বাঢ়ৈটোকা ঘৰ।

মৰীচিকা হৈ গ'ল ৰাজকুমাৰীৰ শৈশৱ।

মই ডাঙৰ হ'লো, গাভৰু হ'লো। আইনাত নিজকে আৱিষ্কাৰ কৰি শিয়ৰি উঠিলো। মোৰ বুকুৰ বিশেষ অংশ দুটা ফুলি উঠিছে— বুকুত দুপাহ পদুম ফুল ফুলিছে।

সূৰ্যৰ ভিন্নৰঙৰ কিৰণবোৰৰ দৰে নিজৰ নিজৰ দিশ বিচাৰি ঢাপলি মেলিলে, -

ভগৱানক বিচাৰি ঢাপলি মেলিলে মোৰ মা, শ্ৰান্ত দুখীয়া মানুহবোৰক সুখ বিলাবলৈ ঢাপলি মেলিলে পাপাটি, কিশোৰ ৰুণে ঢাপলি মেলিলে জীৱনৰ বিস্ময়বোৰ বিচাৰি। অকণমানি ৰাজটো বন্দী হৈ ৰ'ল মোৰ মাজত সিও লাহে লাহে ডাঙৰ হ'ল। তিনিচকীয়া চাইকেল চলাব পৰা হ'ল। তাৰ শৈশৱ কিন্তু মোৰদৰে সোণালী নাছিল, তথাপি নতুনকৈ গাভৰু হোৱা বীণা আৰু মই, দুয়োজনীয়ে এতিয়া বহি বহি কথা পাতিব পৰা হ'লো অনৰ্গল– 'কেনেকুৱা হ'ব বাৰু আমাৰ দৰা ? বিয়াৰ ধাৰণাটোও স্পষ্ট হ'ল এইবাৰ।

ষ্টুডেণ্ট লিডাৰ মই।

মেধাবী ছাত্ৰী মই।

চৰতে ভাল মই।

অভিভাৱকে বেৰি ঘেৰি মাক সোধা হ'ল- কেনেকৈ সন্তান ইমান বাধ্য হয়, ইমান মেধাবী হয়। মায়েও গৰ্বত ক'ব পৰা হ'ল—

সকলৰে পৰা তাই এনেকুৱা, বাধ্য কিতাপৰ বন্ধু। কিন্তু ওঁহো— মায়ে উমান নাপালে—

অবাধ্য মন এটা আৰু খণ্ডে আবৰি ধৰিছিল ভিতৰি মোক। একধৰণৰ ইনছিকিউৰিটিয়ে জুৰুলা কৰিলে মোক। মা-দেউতাৰ তুংগত থকা খণ্ডবোৰে, হাঁহাঁকাৰ কৰিলে হৃদয়।

জীৱনৰ যুদ্ধবোৰত জয়ী হোৱাৰ জেদটো বাঢ়ি যোৱাৰ দৰে নিজৰ কথা কাৰোবাক উজাৰি কোৱাৰ বাসনা এটাই হৃদয় দখল কৰি থাকিল।

এটা নতুন ভোক আৰম্ভ হ'ল

সঁচা বন্ধুৰ লগত মনৰ কথা কোৱাৰ ভোক!

এটা সপোন আৰম্ভ হ'ল—

নিজাববীয়া সপোন—

পাপাটিৰ প্ৰতিটো সন্ধিয়াৰ শুকান কক্ষ মুখখনি দেখি মোৰ প্ৰশ্নৰ বোজাবোৰ দিবলৈ মন নগ'ল, জাপ মাৰি পাপাটিৰ কোলাত উঠিবলৈ মনো নোযোৱা হ'ল।

মাৰ সাংঘাতিক ৰূঢ় ব্যৱহাৰত নতুনকৈ অধিক ঘৃণাৰ সৃষ্টি হ'ল। নিজৰ প্ৰশ্নবোৰ বাঢ়ি গ'ল- উত্তৰ বিচাৰি মই এইবাৰ গীতাখন তুলি ল'লো-

"সমোহহং সৰ্বভূতেসু ন মে দ্বেষ্যোহস্তি নপ্ৰিয়,

য়ে ভগন্তি তু মাং ভক্ত্যা ময়িতে তেষু চাপ্যহম"......

"হেঁপাহ, কঠোৰ সংকল্প, একপ্ৰকাৰ কোনেও ধ্বংস কৰিব নোৱাৰে, ইয়াক যোগৰ দ্বাৰা স্থায়ী কৰিব পাৰি, যিয়ে মনক, জীৱনক, ইন্দ্ৰিয়ক সুখ দিয়ে—"

ঘণ্টা ঘণ্টা ধৰি যোগীৰ দৰে ধ্যান কৰিবলৈ ধৰিলো। ধ্যান কি নজনাকৈ। প্ৰশ্নবোৰৰ আকাৰ বাঢ়িবলৈ ধৰিলে— বহুবোৰ প্ৰশ্ন।—

ভগৱানক প্ৰাৰ্থনা কৰোতে অকণমান ঘৰৰা শান্তিৰবাবে আঠুকাঢ়িব লগা হ'ল—

ভগৱান, নিজৰ এটা ঘৰ দিয়া-।

ভগৱান মা-পাপাক শান্তি দিয়া-।

কণক জ্ঞান দিয়া-।

আৰু ৰাজক ডাঙৰ কৰি দিয়া-।

ভিতৰৰ অহংকাৰবোৰ নিজৰ ভিতৰতেই বুৰবুৰণিৰ দৰে মাৰ গ'ল—

যি বিচাৰো তাকেই পাওঁ ধৰণৰ অহংকাৰবোৰ ধূলিৰ লগত মিহলি হোৱা মোৰ শৈশৱবোৰ,—

মামাইঁতৰ, মামীইঁতৰ মৰমবোৰ আঁতৰাই থওতে কষ্ট বেছি হ'ল—। দিনে ৰাতিয়ে কিতাপ, কিতাপ আৰু কিতাপ। চিন্তাই বুৰাই ৰখা হ'ল জীৱন— পঢ়ি পেলালো ডেল কাৰ্ণেগীৰ 'হাও টু ষ্টপ বৰি এণ্ড বি হেপী' আইনাত নিজকে চাই চাই, মইজনীক ভাল পাই পেলালো। বুকুৰ পদুমে কেইপাহ ফুলাৰ দৰে বুকুৰ ভিতৰত এটা বাসনাও ফুলিবলৈ ল'লে। পৃথিৱীৰ সমস্ত গাভৰু

ছোৱালীৰ বাসনাবোৰৰ লগত একাকাৰ কৰি জন্ম লোৱা বাসনা।

মোৰ সপোনৰ ৰাজকুমাৰ।

মোৰ সপোনৰ ৰাজকুমাৰ বন্ধু।

মোৰ ঢোকা দি যোৱা উৰলি যোৱা ঘৰটোৰ খালি হৈ থকা কোনোবা এটা কোঠালৈ মোৰ জীৱনৰ প্ৰেম আহিল, প্ৰথম প্ৰেম আছিল সেয়া।

সৰ্বনাশী প্ৰেম।

দুৰ্বল মানুহ কিছুমানৰ আয়ুস টিলিকিতে উৰাই লৈ যাবপৰা ধৰণৰ ভয়ংকৰ প্ৰেমিকৰ ভয়ংকৰ প্ৰেম—

জয়প্ৰকাশ, অমৃতা আৰু ফেণ্টম আহিছিল কিতাপৰ পৰা মোলৈ। সপোনত—

সেই প্ৰেমৰ দস্তাবেজ ভবিষ্যতৰ বাবে সাঁচি থ'বলৈ।

❑❑ "সপোনত কঢ়িয়াও সপোনৰ সংজ্ঞা,
বালিচাহিত নিজৰ মুখ,
মানুহে কঢ়িয়াই সপোন,
নে সপোনে কঢ়িয়াই মানুহৰ বোজ।"
কদমত্ কদমত্ কদমত্—

সকৰেপৰা কেতিয়াবা কেতিয়াবা ৰাতি দেখাৰ দৰে, সেই সপোনটোৱে শোভনাক হেচুকি জগাই দিলে— সেই পুৰণি সপোনটো।

এখন বহল পথাৰত এটা ঘোঁৰাৰ পিঠিত শোভনা,

মেলা চুলিৰে শোভনাই ঘোঁৰা দৌৰাই আছে—

কদমত্ কদমত্ কদমত্—পূৰ্বজন্ম বুলি কিবা থাকে নেকি? জন্মৰ আগৰ জীৱন আৰু লাইফ আফটাৰ ডেথ— মৃত্যুৰ পাছত জীৱন? এই সদায় দেখা সপোনটোৱে শোভনাক সদায়েই ভবাই তোলে। কিয় দেখা পায় নিজকে ঘোঁৰাৰ পিঠিত?

স্বপ্নফল— মাকৰ ছিক্ৰেট ডেৰাজৰপৰা উদ্ধাৰ কৰা কিতাপখন তাই পঢ়ি পেলালে-

'মঙ্গল অমঙ্গল' —

সপোনত দেখা সপোনত দেখা সপোনবোৰ বাৰু সপোনেই, কিন্তু দিনত শুই শুই টোপনি নোযোৱাকৈ দেখা সপোনবোৰ ? যিবোৰ সপোনে মৰুভূমিৰ মাজৰ মৰীচিকাৰ দৰে নিজকে জীয়াই তোলে, যিবোৰ সপোনে খেৰ কুটা এডাল নথকা জীৱনটোলৈ শান্তিত ৰ'দ কাঁচলি ওপচাই দিয়ে- সেই সপোনবোৰ।

কাণ উনাই, ৰাতি এঘাৰটা বজাত ৰেডিঅ' পকাই পকাই নেপাল চেণ্টাৰত শুনা বিজ্ঞাপনবোৰৰ দৰে যেন তায়ো পৃথিৱীৰ দুখত জৰ্জৰিত মানুহবোৰৰ বাবে এটা বিজ্ঞাপন দি দিব,

আপুনি দুখত পৰিছে নেকি?

আপোনাৰ চিন্তা বেছি হৈছে নেকি?

আপোনাৰ ভৰিৰ তলৰ পৰা , পৃথিৱীখন হেৰাই গৈছে যেন লাগিছে নেকি ?

উপায় আছে; চিন্তাৰ পৰা নিবৃত্তিৰ;

সপোন দেখক।

সপোন দেখক— ৰঙা, নীলা, হালধীয়া, সুমথিৰা, সপোনবোৰে আপোনাক লৈ যাব সুখৰ পৃথিৱীলৈ, আৰু সপোনৰ পিছে পিছে দৌৰি থাকক, পূজাৰ মেলাত পেঁপা বজাই থকা ফেৰিবালাৰ পিছে পিছে মন্ত্ৰমুগ্ধৰ দৰে দৌৰা সৰু ল'ৰা-ছোৱালীৰ দৰে নাইবা বাজীকৰৰ পাছে পাছে পেপাঁৰ শব্দত ফণা ল'ৰাই নৃত্য কৰি থকা বিষাক্ত সাপবোৰৰ দৰে—

নাচি থাকক সপোনৰ পিছে পিছে—

মাক দেউতাকৰ শোভনাক ডাঙৰ মানুহ হোৱাৰ দেখা সপোনটোৰ আটাইখিনি শোভনাৰ দেহৰ কোনোবাখিনিত 'টাটু' কৰাৰ দৰেই, তেজৰ লগত মিলি থকাকে মোহাৰি পেলাব নোৱাৰা সপোন। সেয়াটো হয়েই,— কিন্তু লাইপুলি বঢ়াৰ দৰে— শোভনাৰ নিজৰ হৃদয়ৰ সপোনটোওটো শিপাই গৈছে, সেয়াও হয়।

নিজকে সুধিলে শোভনাই।

কি লাগিব তোক জীৱনত ?

Success ! অলবৎ— পঢ়াও,

আৰু সন্মান ! অলবৎ —।

আৰু কোনেও নুশুনাকৈ লাহে লাহে অনুচ্চ সুৰত তাই ক'লে—

প্ৰেম। খাটি নিৰ্ভেজাল প্ৰেম।

হেমবৰুৱাৰ 'কিউপিড চাইকি'ৰ প্ৰেম।

আন্ধাৰ ৰাতি, চুমাৰে উপচাই পেলোৱা প্ৰেম,— এই ধুনীয়া সাৰুৱা পদুম ফুল দুপাহ নিয়ৰৰ দৰে সিক্ত কৰা প্ৰেম। খাটি সোণৰ প্ৰেম। মৰম আভজা !

আভজা প্ৰেম।

এই ফেন্টমৰ মৰম পোৱাৰ সপোনটো যে পোৱাৰ চাবি কাঠি কেৱল ভগৱানৰ হাতত।

কৃতকাৰ্যতাৰ সপোনটোৰ পাছে পাছে তাই কঠোৰ পৰিশ্ৰম কৰি আছে; কৰি থাকিব। কিন্তু এই আভগা মৰমৰ সপোনটোৰ পাছে পাছে কিমান দূৰৈলৈকে দৌৰি থাকিব লাগিব তাই নাজানে। একেবাৰেই নাজানে। এই দুয়োটা সপোনৰ জোখটোও সৰুকালৰ খেলবোৰৰ দৰে

ই—মা—ন—

ইমান ইমান পানী।

গংগা ৰাণী

ইমান ইমান বোকা

চাহাব দাদা—

বেঙি সীও সীও, নিসিবা, নিসিবা

তাঁত বাওঁ বাওঁ, নাবাবা, নাবাবা।—

কোন সোমাব ইমান ভিতৰলৈকে। যেনিবা মনটো এটা মন্দিৰ। তাতে ভগবানৰ থাপনাৰ দৰে মনটোত সপোনৰ থাপনা"

ভগবানক কোনেওতো দেখা নাই। অথচ বিশ্বাস কৰে। সপোনটো পূৰ হ'বনে নাজানো, কিন্তু বিশ্বাস কৰো- সদায় কৰাৰ দৰে—

ৰাতি দেখা সপোনৰ 'ঘোঁৰা চেকুৰাই থকা ৰাজকুমাৰীজনী'ৰ বাবে তাইৰ অহংকাৰ, গৰ্ব, অভিমানবোৰ মৰিমূৰ কৰি দিবলৈ,তাইৰ চকুপানীবোৰ মোহাৰি দিবলৈ, তাইৰ দুখবোৰ বুজি পাবলৈ, তাইৰ ডাঙৰ মানুহহোৱাৰ সপোনটো আৰু আগুৱাই দিবলৈ, তাইৰ কলডিলিয়া শৰীৰটো মৰমেৰে ওপচাই দিবলৈ- কোনোবা আহিব।

ৰাজকুমাৰ হ'ব তেওঁ। ঘোঁৰা চেকুৰাই আহিব ৰাজকুমাৰ— কবিতাৰ শব্দৰে কপাহৰা বুকুখনিত গুৱাই দি ৰাজকুমাৰে অভিমানী, খঙাল, মৰম আকলুৱা ৰাজকুমাৰীক ক'ব—

ৰাজকুমাৰী, শোভনা মোৰ। উঠা বেলি হ'ল,

উঠা বেলি হ'ল।।



# অশোকৰ পৃথিৱীৰ প্ৰাণী

ছক্ৰেটিছে প্লেটোক মাৰিবৰ আগতে মাতি আনি ক'লে-

ক্ৰিটোক এটা কুকুৰা ধাৰ দিবলৈ থাকি গ'ল

মই হেমলক পান কৰাৰ আগতে ক'লো, দি দিবা।

হেমলক বাতি খাই ছক্ৰেটিছ শুই গ'ল। মানে মৰি গ'ল। ছক্ৰেটিছৰ দন্দুৰী স্ত্ৰীগৰাকীয়ে হিয়া ধাকুৰি কান্দি থাকিল বাহিৰত। সকলোৱে শুনাকৈ।

মানুহটোৱে, এই জথলাটোৱে, গাহৰিৰ দৰে এপাল ল'ৰা-ছোৱালী দি গ'ল। ইহঁতক কি খুৱাম মই ? বজাৰে বজাৰে হলৌ মোনা লৈ নকবলগীয়া কথা কোৱাৰ বাবে মানুহটোক হেমলক খুৱাই মাৰি পেলালে। সিহঁতে. চোৱা বাটৰুৱা, মোৰ কি হ'ব এতিয়া, তোমালোকৰ বাবে মোক পাহৰি যোৱা মানুহটো এতিয়া মৰি গ'ল। বুজি বুজিও নুবুজি থাকিলো মানুহজনৰ সৰল হৃদয়। মানুহৰ বাবেই তেওঁ সন্ন্যাসী হৈছিল।—

কোন ভুল আছিল?

কোন শুদ্ধ আছিল?

কোনেও নাজানে!

০০০ সমাজৰ বাবে বেছিকৈ ভবা মানুহবোৰ হয়েই নেকি এনেকুৱা? সন্ন্যাসী, বেপৰোৱা, কেতিয়াবা ৰুঢ়, কেতিয়াবা শিশুৰ দৰে কোমল।

আৰু স্ত্ৰীবোৰ?

জেন্টিপৰ দৰে হয় তেতিয়া? ৰুক্ষ ! অশান্তিময়।

সমাজে, মানুহে তেওঁলোকক চিহ্নিত কৰে দন্দুৰী তিৰোতা বুলি। দৰাচলতে কিন্তু পৰিস্থিতিয়ে জুৰুলা কৰা তেনেধৰণৰ জেন্টিপবোৰ, সৰলচিতীয়া মহিলাই হয়।

আৰ্কিমিডিছৰ বিজ্ঞানৰ 'ইউৰেকা, ইউৰেকা' বুলি উল্লাৰ কৰা থিয়ৰিবোৰৰ দৰে, সুখৰ ,জীৱনত কেৱল সুখৰ প্ৰতিবিম্ব বিচাৰি পোৱাৰ থিয়ৰিবো দৰকাৰ হয়।

জীৱনত হাঁহিৰ পাছে পাছে দৌৰি থকাৰ থিয়ৰিবোৰ শান্তিৰ থিয়ৰিবোৰ বিচাৰিয়েইতো বুদ্ধই যশোধৰা আৰু ৰাহুলক এৰি গুছি গৈছিল ধ্যান কৰিবলৈ। যশোধৰাইতো বিলাপ কৰা নাছিল, কিয় এৰি গুচি গ'লা বুলি।

মানুহৰ সেৱাৰ বাবে নিৰন্তৰ সাধনাত ব্ৰতী দেশপ্ৰেমীবোৰৰ বাবে যশোধৰাৰ প্ৰয়োজন। জেন্টিপৰ নহয়। লাভ -লোকচান বিচাৰি নোচোৱা যশোধৰাৰ। আৰু 'সঁচাকৈয়ে ভাল পোৱাটোও ইমান সহজসাধ্য নহয়— । শোভনাৰ দেউতাকৰ ত্যাগবোৰত, হাঁহিবোৰত হাজাৰ হাজাৰ নিজৰ দেশৰ মানুহৰ সপোনবোৰ সোমাই আছে।

ইমান সহজ নহয় এইখন যুদ্ধ— এটা ছিষ্টেমৰ, কেৰোণ লগা ছিষ্টেমৰ। এটা ছিষ্টেমৰ বিপক্ষে বাৰে বাৰে অকলে থিয় হোৱা।

ইমান সহজে নহয়, জোৰকৈ হাঁহিবলৈ শিকাটো।

০০০ ধুমুহাৰ পিছৰ এটা ঠাণ্ডাকালিৰ ৰাতিপুৱা– শোভনাৰ দেউতাক বহি আছিল। গাত এখন এড়ি চাদৰ লৈ। চকুত গোটেই ৰাতি টোপনি খতি কৰাৰ চিন স্পষ্ট, মুখত এটা শিশুসুলভ হাঁহিটি যেন “ভাৰত জিকিছে ক্রিকেট খেলত”।

আউট–

ৰাণ আউট ইংলেণ্ড।-

ৰেডিঅ'ত ভাহি আহিছে, বাতৰি পঢ়োতাৰ স্পষ্ট কণ্ঠস্বৰ,—

এয়া বাতৰি কৈছে লিলি দাস মালিকে,

ৰায়বেৰেলীত ৰাজনাৰায়ণ বিপুল সংখ্যক ভোটত জয়ী হ'ল - পৰাজিত ইন্দিৰা গান্ধী আৰু—

হওঁক । একনায়কত্ববাদৰ ওৰ পৰিব,—

মুখখন আকৌ হাঁহিৰে ভৰি পৰিল শোভনাৰ দেউতাকৰ–

দেশক ভালপোবাৰ তালিমটো, ব্রিটিছৰ বিৰুদ্ধে যুঁজা যুঁজখনত শিকি ল'লে এই মানুহবোৰে–

হেম বৰুৱাই, গোলাপ বৰবৰাই আৰু খগেন বৰবৰাৰ দৰে নেতাবোৰে—

এই মানুহবিলাকৰ সপোনত, শোভনাৰ দেউতাকৰ সপোনবোৰৰ দৰে নিচাগ্রস্ত মানুহৰ দৰে এটা হৈ লাগি থাকে। এটাই সপোন, মানুহৰ কল্যাণৰ সপোন। চিন্তা নাই, ঘৰ উবলি গৈছে,. চিন্তা নাই। সমাজত ঘৰ-গাড়ীৰ প্রতিযোগিতা হৈছে। মানুহবোৰে— ধন পাইছে।

ৰাতিপুৱা ৰাতিপুৱা নিজ হাতেৰে সাৰ পানী দি ডাঙৰ কৰা গছপুলিবোৰত, জীৱজন্তুক দিয়া মৰমবোৰত, এই মানুহজনে কঢ়িয়াই ফুৰিছে প্রেমৰ সংজ্ঞা–

নিৰ্ভেজাল মানুহৰ নিৰ্ভেজাল মৰম। যি মৰমৰ চোক যদি কোনোবাই পাইছে পাহৰিব নোৱাৰে।

নিৰ্ভেজাল বস্তু পাইছেই বা কিমান মানুহবোৰে?

নিজৰ পেটতোৰ বাবে চিন্তা নকৰে মানুহজনে, কেৱল লোকৰ পেটবোৰৰ চিন্তা।

ঘৰৰ হাঁহবোৰৰ চিন্তা, ধান লাগে সিহঁতক, পতান নাখায়, গাঁৱৰপৰা সিহঁতৰ বাবে ধান অনা হয়, বেলেগকৈ—

ঘৰৰ গৰুবোৰৰ চিন্তা। সিহঁতক সিজাই দিব লাগে তুহঁ, শাক-পাচলি, ঠাণ্ডাকালিৰ বাবে চোলা সী দিব লাগে,– পৰিষ্কাৰ কৰি থব লাগে গোহালি–।

ঘৰৰ মেকুৰীবোৰৰ বাবে চিন্তা, কুকুৰবোৰৰ বাবে চিন্তা!

ঘৰলৈ অহা লক্ষ্মণ নামৰ ৰিক্সাবালাটোৰ চিন্তা— তাৰ পৰিয়ালটো, পৃথিৱীৰ সমস্ত মানুহৰ দুখবোৰ পাৰিলে যেন দুহাতেৰে সাৱটি থব,—

ইমান বহল হৃদয়ৰ ছাঁত থাকি কোনো মানুহেই নির্দয় হ'বলৈ শিকিব নোৱাৰে– স্বাৰ্থপৰ হ'বলৈ শিকিব নোৱাৰে- ভেজাল হ'বলৈ শিকিব নোৱাৰে।—

শোভনাই নোৱাৰে, শোভনাৰ মাকে নোৱাৰে, ৰুণে নোৱাৰে, ৰাজেও নোৱাৰে।

০০০ হওক তেওঁ, একনায়কত্ববাদৰ ওৰ পৰিব— ঘৰলৈ গুৰি পৰুৱাৰ দৰে আহি থকা ৰাজনৈতিক নেতাবোৰৰ বাবে খনে পতি চাহ আৰু খোৱাবস্তুৰ যোগান ধৰিছিল মাকে।

এতিয়া পিছে বিধানসভাৰ বাবে এই সমষ্টিৰপৰা তই উঠিবি নেকি?— সোলামুখৰ বয়সে গৰকি যোৱা কৃষ্ণকান্ত নামৰ মানুহজনে সুধিছিল।

নাজানো, নিজৰ কথা ভবা নাই। তথাপি এইবাৰ যদি ৰাইজে নিৰ্বিচাৰে আৰু ৰাজনীতিত নোসোমাওঁ, কলমৰ লগতেই সন্ধি কৰিম— আৰু এই যে আহোম বেল্ট, কলিতা বেল্ট, এইবোৰ কৰিছে— এইবোৰ ভুল হৈছে— ৰাইজৰ প্ৰতিনিধি হ'বলৈ যাওঁতে কোনো ধৰ্ম বা কাষ্টৰ প্ৰতিনিধিত্ব কৰা ধৰণৰ কথাই উঠিব নোৱাৰে। কিন্তু কথা হৈছে সঁচা কথাবোৰ মানুহে নকয়।

ভয়ত মানুহে সঁচা কথাবোৰ নকয়। নিজৰ স্বাৰ্থপৰ সপোনবোৰ ভঙাৰ ভয়ত মানুহে চেপিচেপি নিজক কাপুৰুষলৈ পৰিণত কৰে।

এই ভয়বোৰৰপৰা মই মুক্ত। মই যীশু নহয়, মই বুদ্ধও নহয়, মই মহাত্মাৰ দেশৰ এজন সৰু সমাজবাদী শিষ্য— মানুহে বেয়া পালেই বুলি সঁচা কথাবোৰ নোকোৱাকৈ মই নাথাকো।

— আৰু চাব আকৌ আহিব সুৰুঙাইদি কংগ্ৰেছ। এইবাৰ গোজ পুতি বহিব।

নিজৰ ভুলবোৰ নুশুধৰালে গোজ পুতি বহিব কংগ্ৰেছ! আদৰ্শ ধৰি থকাতো টান কাম বক্তৃতা দিয়াটো সহজ কাম। দৃষ্টান্ত হোৱাটো টান কাম। সোঁতে খৰলুটি মৰা সহজ কাম। সোঁতৰ বিপৰীতে সঁচাকৈ কোৱা টানকাম—

কথাবোৰ কৈ কৈ, শোভনাৰ দেউতাকে বিদায় দিছিল এজন এজনকৈ মানুহবোৰক—।

মানুহবোৰ যোৱাৰ পিছত বাৰান্দাত থকা কাঠৰ চকীখনত বহি দেউতাকে লিখিছিল মফচলিয়া সংবাদবোৰ।

০০০ শোভনাই মনে মনে গণ্ডি কৰি আছিল পঢ়া টেবুলৰ পৰা। কিয় আজি এণ্ট্ৰি দেৰী হৈছে জেণ্টিপৰ? (জেণ্টিপ তাই মাকক দিয়া নাম)

Entry Delayed জেণ্টিপে চৰিয়াৰ সমস্ত পানী ছক্ৰেটিছৰ মূৰৰ ওপৰত ঢালি দি কৈছিল 'সন্যাসী'

ছক্ৰেটিছে কৈছিল— ধুমুহা গাজনিৰ পাছত বৰষুণ আহেই।

ক'তা? Monsoon Delayed

"Fasten your seat Belt" জীৱনত প্ৰথম বাৰৰ বাবে এৰোপ্লেনত উঠা কাহিনীটো শোভনাৰ মনত পৰি গ'ল। ৰাজ তেতিয়া মাকৰ পেটত।

০০০ এই মূৰ খোৱাটো...

"Yes! Entry of the Gentip" শোভনাই পঢ়া টেবুলত গণ্ডি কৰিলে Entry of Gentip– Yes, Yes.

মাকে বকি গ'ল দেউতাকক উদ্দেশ্যি।

হোঃ কলম চলাই থাকিব। কলম! মানুহ! কি কৰিলে ৰাইজে তোমাক, মূৰত থলে নে নেতা বনালে। মোৰ মাষ্টৰণীৰ পইছাকেইটা নোহোৱা হ'লে, পানীত হাঁহ নচৰা হ'লহেতেন মোৰ ল'ৰা ছোৱালী কেইটাৰ। সংসাৰ ধৰ্ম কেৱল ময়েই পালন কৰিব লাগে? নিজৰ মন-কাণ নাই, চকু-কাণ নাই? ঘৰটো বনাব নালাগে? ভোলানাথ! ভোলানাথ! ভাবিছিলো, এম এ (M.A.) টো কে কৰিম! ক'তা সেয়াও নাই, দিনতো গেবাৰী খটাকৈ স্কুল - কেৱল স্কুল।

কলমটো সামৰি এইবাৰ দেউতাকে চিঞৰি উঠিল।

এই চুপথাক, খালি কেপকেপাই থাক কিয়?

কি কৰিব? কি কৰিব?

চুপ থাক। এইবাৰে কলম সামৰি দেউতাকে মাকৰ ফালে চোঁচা ল'লে।

মাকে এধাপ আগুৱাই চিঞৰি উঠিল।

মোৰ গাত হাত দিব? দিয়ক। সেইটোৱেইতো বাকী আছে, দিয়ক হাত।— খঙতে মাকে দেউতাকৰ পিন্ধি থকা গেঞ্জীটো চিৰিচিৰকৈ ফালি পেলালে। দেউতাকে জোট পোট খাই সোঁহাতখনেৰে মাৰি দিলে এটা প্ৰকাণ্ড চৰ। শোভনাই গণ্ডগোল শুনি উঠি আহিল পঢ়াৰ পৰা। মাক দেউতাকৰ মাজত থিয় হৈ তাই ক'লে।

পাপা, কি কৰিছে? মাক হাত নিদিব। যাওঁক ইয়াৰ পৰা আৰু তই? -মাকলৈ স্পষ্টকৈ চাই তাই ক'লে।

তই, তই অশান্তিৰ মূল! অশান্তিয়ে আমুৱা নাই তোক, গালি নাপাৰিলে নহয় তোৰ? দেখা নাই পাপাই লিখি আছে আৰু মই, ঋণে পঢ়ি আছো।

আৰু মই? লিখা পঢ়াবোৰ সামৰি তহঁতৰ আলপৈচান ধৰা বান্দী? ঘৰ সাৰিম, ঘৰ মচিম, ভাত বনাম, স্কুলত পঢ়াম, বান্দী মই, বান্দী মই? হোঃ ছোৱালী তুলিছে। লাট চাহাবৰ জী তাই। একো কাম নকৰে ঘৰৰ, খালি কিতাপ সোপাতে বাপেকৰ দৰে সোমাই থাকে। চাম নহয় কি ফলাব তাই? চাম নহয় কি তৰাব তাই!

এইবাৰ ঋণ উঠি আহিল পঢ়া টেবুলৰ পৰা, কিতাপবোৰ জাপি জাপি ভোৰভোৰাই গ'ল সি—

মা ঠিক! মায়ে ঠিকেই কৈছে, কলমডালেৰে একো নহ'ব। পইছা লাগে, পইছা লাগে জীয়াই থাকিবলৈ— পাপাৰ গাঁবৰ পৰি থকা মাটিবোৰত যদি ভাল বিজনেছ কৰিলেহেঁতেন। জমি গ'লহেঁতেন দুনীয়া। আৰে! ধানৰ বিজনেছ কৰি আমি দহখন গাড়ী দৌৰাব পাৰিলেহেঁতেন। পঢ়িলে কি হ'ব? পঢ়া চঢ়াত মই বেছি নাই। কিতাপবোৰ সামৰি ঋণে বকি থকা মাকক দুহাতেৰে তুলি ল'লে।

মা ডাৰ্লিং খঙ নকৰিবা। লাভ নাই। দিয়াচোন এটা টকা।

কৃত্ৰিম অভিমানেৰে মাকে সুধিলে— কিয়?

কিয় আৰু? কিবা এটা খাম। পকেট মানি। ঋণে ক'লে।

যা বেগৰ পৰা লৈ লগৈ।

দেউতা— শোভনা

মা— ঋণ

দুটা— পাৰ্টি

কংগ্ৰেছ—

ছচিয়েলিষ্ট—।

স্কুললৈ যাবৰ বাবে বেগটো সামৰি শোভনা ওলাই গ'ল স্কুললৈ বুলি। ঘৰত কাজিয়া লগা দেখিলে দিনটোলৈ মনতো বেয়া লাগি থাকে তাইৰ! বেগটো খুচৰি তাই চাই ল'লে ভালকৈ 'ব্লেক ডেজ অৱ ইমাজেন্সি' খন আছেনে বাৰু?

'অসীমত যাৰ হেৰাল সীমা' খন? আছে!

স্কুলৰ ফাকে ফাকে এই কেইখনো পঢ়ি শেষ কৰিব লাগিব আৰু অমৃতা প্ৰীতম! দেউতাকৰ পুৰণি 'ইলাষ্ট্ৰেটড উইকলি' ৰ পৰা ফালি লোৱা পাতকেইটা তাই সুমুৱাই ল'লে। টিফিন টাইমত পঢ়িব লাগিব।

অমৃতা প্ৰীতম, দিল্লীত প্ৰথম ভয় নকৰাকৈ ওঁঠত চিগাৰেট লৈ ফুৰা মহিলা।

অমৃতা প্ৰীতম, একাদেমী আৰু জ্ঞানপীঠ পোৱা মহিলা। অমৃতা প্ৰীতম। 'ইমৰজত'ক বয়সত ডাঙৰ অমৃতা। বিশ বছৰীয়া সৰু ইমৰজক, পঞ্চাশৰ দেওনা মানুহগৰাকীয়ে ওভতাই পঠাই দিছিল, যোৱাগৈ এই বয়সত মোৰ দিবলগা একোৱেই নাই, যোৱাগৈ।

ইমৰজ উভতি আহিছিল, এবছৰৰ পাছত ক'বলৈ—

অমৃতা মোক তোমাক লাগে, তোমাৰ বয়সে চুই যোৱা শৰীৰটোক নহয়। তোমাৰ ভিতৰৰ মানুহজনীক নাপালে মই অসম্পূৰ্ণ। মোক আকোঁৱালি লোৱা।

অমৃতাই সাৱটি ধৰিছিল ইমৰজক।

কি এই ধৰণৰ প্ৰেম? যিয়েই চিধাচিধি আত্মাকে স্পৰ্শ কৰে? কি এই প্ৰেম। য'ত হেৰোৱাৰ ভয় নাথাকে। প্ৰবঞ্চনাৰ ভয় নাথাকে। বয়সৰ বাসনাৰ ৰঙ গৌণ হৈ থাকে।

স্বামীৰ দ্বিতীয় বিবাহক অস্বীকাৰ কৰি ল'ৰা-ছোৱালী এহাল লৈ সংগ্ৰাম কৰা অমৃতা। ধুনীয়া অমৃতাক মানুহে চৰিত্ৰহীনা বুলি কৈছিল।

স্বামী নথকা ধুনীয়া নাৰীবোৰক চবেই চৰিত্ৰহীনা বুলিয়েই ভাবে।

সাহসী অমৃতা,

দৰদী অমৃতা,

বিপ্লবী অমৃতা।

বিপ্লবী হ'বলৈ, হৃদয়হীন নহ'লেও হৈ যায়, সংঘাত আকোঁৱালি লওতে পাষাণ নহ'লেও হয়।

অমৃতা, অমৃতা— অমৃতা 'শ্বেৰ গিল' নামৰ চিত্ৰকৰ গৰাকীৰ দৰে বৰ্ণাঢ্যময় অমৃতা প্ৰীতম।

ছবিখন চাই শোভনাই মনে মনে সেৱা এটা কৰি দিলে।

"অমৃতা, নাজানো মই কি হ'ব বিচাৰো, কিন্তু 'য়েছ' সংকীৰ্ণতাই স্পৰ্শ নকৰা,

মই তোমাৰ দৰে হ'ব বিচাৰো। কিয় থাকিব পুৰুষৰ বাবে আৰু নাৰীৰ বাবে বেলেগ পৃথিৱী? মায়ে কোৱা কোনোবোৰ কথায়েই মোৰ ভাল নালাগে।"

মৰমৰ ভাষাবোৰৰ পৰিবৰ্তনবোৰ বয়সৰ লগে লগেই হৈ থাকে। কিয় জানো অমৃতা প্ৰীতমৰ কথাবোৰ পঢ়ি পঢ়ি শোভনা আপোনপাহৰা হৈ গ'ল— আণ্ডাৰলাইন কৰি থ'লে তাই অমৃতা প্ৰীতমৰ কবিতাবোৰৰ অনুবাদ—

......... জীৱনৰ সকলো ৰহস্যই খুলি দিয়া নহয়— স্কুলৰ কিতাপবোৰ মাজত যে বহুদিন ধৰি শোভনাই চিঠি এখন লৈ ফুৰিছে তাৰ ৰহস্যও তাইৰ নিজৰ বাহিৰে কোনেও নাজানে।

বন্ধু বিচৰাৰ ৰহস্য।

মৰমৰ শ্যামলীমা

মোৰ বন্ধু হ'বানে? মোৰ বহুত কথা ক'বলৈ মন যায়— ইণ্ডিয়াৰ পৰা ছোভিয়েতলৈকে, বাৎসায়নৰ পৰা কৌটিল্যলৈকে — মিঠা মিঠা মোৰ সপোনবোৰৰ কথা। মোৰ ঘৰৰ মানুহবোৰ বৰ ব্যস্ত। মা দেউতা ব্যস্ত। অৱশ্যে দেউতা মোৰ বৰ মৰমৰ। কিন্তু খঙালো। হৈ যোৱানা মোৰ বন্ধু। মই বিশ্বাসী বন্ধু হ'ম। জানা মোৰ বহুত দুখ আছে। মোৰ ভিতৰৰ মইজনী বাহিৰৰজনী নহয়।

শোভনা........

কি হ'ব যদি শ্যামলীমাই কৈ দিয়ে, নহ'ব। শোভনা......। পৰাজয় হ'ব মোৰ সৎ প্ৰস্তাৱ এটাৰ। ফালি পেলাইছিল তাই চিঠিখন। মনত থাকি গৈছিল তাৰ শব্দবোৰ। সচাঁ বান্ধৱী বিচৰাৰ অভিযান।

আৰু সময়বোৰ ভাগ হৈ গৈছিল তাইৰ........ সপোনবোৰত

০০০ অকলশৰীয়া হোবাতো একপ্ৰকাৰৰ জীৱনৰ অন্যতম বিস্ময়। নিজকে আৱিষ্কাৰ কৰাৰ বিস্ময়। প্ৰতিজন মানুহৰে মাজত থকা একাকীত্ববোৰত লুকাই থাকে সম্ভাৱনা। প্ৰচুৰ সম্ভাৱনা। মাক স্কুললৈ যোৱা সময়বোৰত, দেউতাক দিনটোৰ বাবে ওলাই যোৱা সময়বোৰত আৰু বীণাক গাঁৱলৈ পঠাই দিয়াৰ পাছৰ সময়বোৰ, দুপৰীয়াবোৰ, কেৱল শোভনাৰ দুপৰীয়া আছিল। কেৱল নিজৰ কথা পতা দুপৰীয়া। নিজৰ সৈতে পতা কথাবোৰত কিমানযে প্ৰশ্ন সাঙোৰ খাই আছিল। সেয়া তাই নিজেও নাজানিছিল। জীৱনৰ প্ৰশ্ন। হাঁহিৰ প্ৰশ্ন। ভৱিষ্যতৰ প্ৰশ্ন। শান্তিৰ প্ৰশ্ন।

জীৱনত যে কিমান বিস্ময় থাকে। দেউতাকৰ পুৰণা ফাইলৰে এটা ফাইলত তাই সৰুতে অপৈণত হাতেৰে আঁকি থোৱা আঁচবোৰেৰে ভৰ্তি হৈ আছিল। সযতনে থৈ দিছিল সেয়া দেউতাকে। অপৈনত হাতৰ আঁকবোৰে তাইক শৈশৱলৈ লৈ গৈছিল আকৌ।

মোহাৰো বুলিলেই জানো মোহাৰি পেলাব পাৰি অতীত? মুহূৰ্তৰ সুখবোৰেই কেতিয়াবা সুখৰ একমাত্ৰ অৰ্থবহ মুহূৰ্ত হয়। দিশহাৰা পথিকক দিয়া কেইটামান খুচুৰা পইছাৰ দৰে আপুৰুগীয়া হয় মুহূৰ্ত। শোভনায়ো ঠিক তেনেকৈয়ে ভাবি থাকিলে। শোভনাৰ মনত পৰিল বিয়াঘৰৰ কথা।

০০০ বেচ ভিৰ হৈছিল বিয়াঘৰত। অশোক নামৰ সম্পৰ্কীয় ককায়েক এজনৰ বিয়া।
নাম নজনা মানুহবোৰৰ ভিৰ। চিনাকী চিনাকী লগা, আইতাকহঁতৰ পৰিয়ালটো কণ আৰু শোভনাৰ বাবে অচিনাকী যেনেই আছিল। দৰা মামাজনে শোভনাক আপোন সুৰেৰে এবাৰ ভিৰৰ মাজত কৈছিল। "দিগদাৰ পালে মোৰ লগতেই শুই থাকিবি আৰু কিবা অসুবিধা পালে কবি।"

বিশালকায় মানুহজনৰ নামো— বিশালৰঞ্জন চৌধুৰী।

শুব লগা হৈছিল। কিন্তু ঢালাই কৰি— টিপলু নামৰ মামাকটোৱে তাইৰ বুকুখন ইচ্ছা কৰিয়েই ৰাতিৰ আন্ধাৰত হেচি দি তাইক ওচৰ চপাই লৈছিল।

নিজৰ তেজ মঙহবোৰ ৰাতি হ'লে হিংস্ৰ জন্তুৰ দৰে কিয় হৈ পৰে? মাকক কম বুলিও এইবোৰ কথা কেতিয়াও কব নোৱাৰিব শোভনাই। তথাপিও খং উঠিছিল তাইৰ—

গোটেই ৰাতিটো মাকলৈকে তাইৰ খং উঠি আছিল। কিয় ইমান বিশ্বাস কৰিব লাগে মানুহবোৰক। আৰু প্ৰমাণ? প্ৰমাণবোৰতো হাতত লৈ ফুৰিব নোৱাৰি, দেখুৱাইতো দিব নোৱাৰে তাই, পিন্ধি থকা কাপোৰবোৰ গুচাই –

ইয়াতে ধৰিছিল মোক সি বাঘে ধৰাৰ দৰে—

বিশালৰঞ্জন চৌধুৰীয়ে তইক বাঁওহাতেৰে আঁকোৱালী ধৰিছিল, একেবাৰে কম কথা কোৱা বিশালৰঞ্জনক এক মুহূৰ্তৰ বাবে তাইৰ কুট্টিবাজনৰ দৰে লাগিছিল।

ফুলশয্যাৰ নিশা কইনা চাবলৈ ন কইনাৰ কমলৈ যাওতে তাইৰ অকণমানি কঁকালটোত ধৰি বিশালৰঞ্জনে কইনাৰ ফালে চাই কৈ উঠিছিল—

এই মৰম লগা ছোৱালীজনী হ'লে বৰ চোকা। পঢ়াত খুউব ভাল।

শুবি নেকি তই ইয়াতে?

ওহো।

কিয়?

নাপায়। দেখাত সৰু হ'লেও কিবা লাজ এটাই নাকত ধৰিছিল তাইৰ। ফৰেইন মামাৰ ফুলশয্যাৰ নিশাৰ দৰে তাইতো আৰু ফুলবোৰৰ মাজত শুই থাকিব নোৱাৰে। এতিয়া তাই ডাঙৰ হৈছে। মনটো মৰম আকলুৱা হৈ থাকিলেও, দেহটো ডাঙৰ হৈছে যেতিয়া।

গুড নাইট। মৰমলগা ন-কইনাক চুমা এটা খাই তাই কমটোৰ পৰা ওলাই গৈছিল।

আৰু এই কোঠাটোতে বিয়াৰ এমাহৰ পাছত অহা শোভনাক বিশালৰঞ্জনে কেৱল কঁকালত ধৰাই নহয়, বুকুতো হাত দিছিল।

বাঘ নেকি মই, তোক খাই পেলাম?

তাই মুখেৰে একো মতা নাছিল। নিজকে প্ৰস্তুত কৰিছিল বিশালৰঞ্জন নামৰ বিয়াৰ এমাহ নৌ-হওঁতেই, কইনাৰ মাহ-হালধিৰ গোন্ধ নাযাওঁতেই নিজৰ ছোৱালীৰ সমান শোভনাক কৰা অসৎ ব্যৱহাৰবোৰৰ বাবে। এই সুবিধাটোৱেই তাই বিচাৰি আছিল। নহ'লে তাইৰ বাবে বিশালৰঞ্জনৰ ঘৈণীয়েকে কাপোৰ কিনাৰ কথা কোৱাৰ সময়তেই তাই না বুলি ক'ব পাৰিলেহেঁতেন।

এদিন সুবিধা বুজি বিশালৰঞ্জনক স্পষ্টকৈ কৈছিল–

- নিজৰ বুলি ভবা মানুহে এনে আচৰণ কৰেনে? মই আপোনাতকৈ কিমান সৰু। আপোন সম্পৰ্কৰ মানুহক এনে কৰিব পায়নে? মই যদি ন-কইনাক কৈ দিওঁ? যদি মাক কৈ দিওঁ?" দিনটোত এটাতকৈ বেছি কথা নোকোৱা মানুহটোৱে দুয়োখন হাত যোৰ কৰি তাইক কৈছিল–

মোক ক্ষমা কৰি দে, নিচিঞৰিবি মোৰ সন্মান আছে ইয়াত।

প্ৰকাণ্ড চৰ এটা সোধাই দিবৰ মন গৈছিল শোভনাৰ। বিশালৰঞ্জনে তেতিয়াও নমস্কাৰৰ ভংগীত থিয় হৈ আছিল।

ভিক্ষাৰীৰ দৰে আত্মসন্মান নথকা প্ৰাণী এটালৈ ৰূপান্তৰিত হৈছিল মানুহটো। ভিতৰি বিশালৰঞ্জনক শিক্ষা এটা দিবলৈ পাই ভাল লাগি গৈছিল তাইৰ। তদুপৰি নিজকে বচাব পৰাৰ আনন্দত।

এই কলডিলিয়া দেহাটো তাই সপোনৰ কোঁৱৰৰ বাবে ৰাখিছে, পৰাহ'লে এতিয়াই তাই ফলক এখন মাৰি ল'লে হয় পিঠিত।

Donot Touch me

Touch me not !

মোক নুচুব। নুচুব মোক। প্ৰেম নথকাকৈ এই মানুহবোৰ জন্তুৰ দৰে কেৱল দেহৰ আৰু পেটৰ ভোকৰ বাবেই কেনেকৈ জীয়াই থাকিব পাৰে। কিনো পায় এইধৰণৰ মানুহবোৰে কেৱল স্পৰ্শ কৰি? গাভৰু ছোৱালীৰ দেহৰ খলাবমাবোৰ। প্ৰেম নথকা শৰীৰবোৰ?

❑❑ ড্ৰইং ৰুমৰ চকীখনত আমনজিমনকৈ বহি তাই বাবে গীত এটা লিখি আছিল। কইনা দৰাৰ গীত। হঠাতে হাতৰ কলম সামৰি তাই চিন্তা কৰাত লাগিছিল, সময়বোৰ কেনেকে মিলাব।

ক্লাছ নাইন-টেনত মইনা-মেল বাদ দি পঢ়াত বেছিকৈ ধৰিব লাগিব। ঘৰৰ বাহিৰ ওলোৱাৰ প্ৰশ্নই নুঠে। কিন্তু পঢ়াতো কৰি থাকিবই লাগিব।

কম বাহিৰা কিতাপ পঢ়া

কম চিন্তা কৰা।

কম বাহিৰলৈ ওলোৱা

কম তৰ্ক, আবৃত্তি কৰা—

ভাল ৰিজাল্টৰ বাবে ত্যাগতো কৰিবই লাগিব, মনৰ ভিতৰত এখন ৰুটিন তৈয়াৰ কৰি ল'লে তাই -

৫ বজাত শুই উঠা

৫-৩০ ৰ পৰা ৯ টালৈ পঢ়া

৯ টাৰ পৰা ৩ টালৈ স্কুল।

স্কুলৰ পৰা ঘৰ, ঘৰৰ পৰা টিউচন, টিউচনৰ পৰা পঢ়া বচ।

খুলি থোৱা দুৱাৰখনেদি কোনোবা এজন সোমোই আহিল। পিঠিত এটা বেগ,—

পিঠিৰ বেগটো চকীত থৈ, শোভনাৰ ফালে চাই মানুহজনে সুধিলে।

বাইদেউ নাই নেকি?

কোন আছিল মানুহজন, মানে ল'ৰাতো ?

কিয় চিনি পোৱা নাই? শোভনাৰ অপ্ৰস্তুত মুখখন দেখি ল'ৰাজনে সুধিলে।

অলপ অলপ পাইছো। বিয়াত দেখা? কেৰম বৰ্ড? এক্সাৰচাইজ? বাদাম, বুট, নহয় জানো....।

অশোক, অশোক মামা!! এইবাৰহে যেন শোভনাই চিনি পালে অচিনাকী মানুহজনক। আচৰিত! বিয়াখনৰ স্মৃতিবোৰ পাহৰি যাব লগা পুৰণা হোৱা নাই, অথচ মানুহবোৰৰ মুখবোৰ অস্পষ্ট হৈ গৈছিল তাইৰ।

আহক, বহকহি। এইবাৰহে শোভনাৰ দুচকুৱে অশোকৰ সুঠাম শৰীৰ চুই গ'ল।

প্ৰথমতেই চকু গ'ল ডাঠ কেঁকোৰা বৰণৰ চুলিখিনিলৈ, তাৰপাছত ডাড়িখিনিলৈ, পাতল গালৰ হনুৰ দুকাষে বাৰিষাৰ পাছত আলতিয়া পথৰুৱা মাটিত গজা বনৰ দৰে সেৰেঙা পাতল চকুকেইটা সাংঘাতিক ধুনীয়া। আকাশৰ পৰা জোনটো আহি চকুদুটাতে বহি থকাৰ দৰে লাগে। মুখখন অলপ মঙহাল হ'লেহে ভাল আছিল। নহ'লে কৰু কৰু ধৰণৰ ভাব এটাই অশোক নামৰ ল'ৰাটোক দুৰ্ধৰ্ষ অপৰাধী ধৰণৰ অবয়ব এটাহে ভাঙি ধৰিছে ।

ল'ৰাটোৱে দেহৰ ভীষণ যত্ন লয়। কষ্ট কৰিছে ল'ৰাটোৱে নিজৰ দেহাটোৰ বাবে। কিয় আহিছে অশোক? বিশালৰঞ্জনৰ দৰে ই বদমাচ নহয়তো? কি ঠিক, একে পৰিয়ালৰে যেতিয়া।

কপলিং চিগা ৰেলৰ দৰে অ'ত ত'ত খুন্দা খোৱা প্ৰশ্নবোৰত বাধা দি অশোকে কৈ উঠিল।

শোভা, বাইদেউ আছেনে?

অ' অ' আছে, বহক মই মাতি দিও। হয়তো গোঁসাই ঘৰত আছে।

বিনয়েৰে কথাখিনিকে তাই ভিতৰলৈ সোমাই গ'ল। বুকুত মৰা মেথনিৰ দৰে মেখেলাখন আৰু তাৰ ওপৰত গাটো ঢাকি লোৱাকৈ চাদৰখনেৰেই শোভনাৰ মাক ড্ৰইং ৰুমলৈ ওলাই আহিল। চকুত একধৰণৰ আনন্দ।

আৰে অশোক। কেনেকৈ ইয়াত? মাৰৰ ভালেনে? আৰু দেউতাৰৰ?

চবৰে ভাল। চুটিকৈ অশোকে ক'লে।

চাৰিওফালে ঘৰটোৰ চকু ফুৰাই অশোকে নিজেই এটা ধাৰণা কৰি ল'লে। প্ৰাচুৰ্য্য ক'তো নাই ঘৰখনত। সাধাৰণ পৰিয়াল। অসাধাৰণ এটাই জীৱ। এই শোভনা নামৰ ধুনীয়া লগতে মৰম লগা। হাঁহিলে চকুকেইটা তৰাই খেলি যোৱাৰ দৰে এটা জিলিঙনি।

আহ মুখ হাত ধুই লহি। ভিনদেউৰো আহিবৰ হৈছেই।

ভিনদেউৱে এতিয়া কি কৰে।

এতিয়া মানে, সদায় কৰাৰ দৰে সমাজ সেৱা। এতিয়া আন্দোলনত পুলিচৰ- চি আৰ পিৰ মাৰটো মানুহৰ হৈ ভেৰেই খাবলৈ ৰাজী।

ৰেমাৰৰ দৰে এই দেশসেৱা স্বভাৱটো বাইদেউ, মই এতিয়াহে গম পাইছো —

অশোকে কিবা এটাৰ পাতনি মেলিব খুজিছিলহে মাত্ৰ। সচৰাচৰ প্ৰতিটো সন্ধ্যাৰ দৰে এক বেগ শাক-পাচলি, মাছেৰে ভৰ্তি মোনা এটা লৈ সোমাই আহিল শোভনাৰ দেউতাক, হঠাৎ অশোকক দেখি আচৰিত হ'ল । অশোকক কেতিয়াও দেখা নাছিল দেউতাকে।

কোন, এ-ওঁ-এ-ওঁ–

দেউতাকৰ হাতৰ বেগটো নিজেই লৈ মাকে উৎসাহতে ক'লে—

ই অশোক, সেইযে বিয়াত গৈছিলো, মোৰ সম্বন্ধীয় ভাইটি। ইহে ঘৰৰপৰা কতো নোলায়। ই বিশালৰঞ্জনৰ ভায়েক, টিপলুৰ সৈতে সমান বয়সৰ ই।

ইমান বেছি আগ্ৰহ? শোভনাৰ দেউতাকৰ চেৰেংকৈ মনত পৰি গ'ল কুট্টিৰাজন অহা দিনটোলৈ, সেইদিনাও মানুহজনীয়ে এনেকৈয়ে ফূৰ্ত্তিত কথা কৈছিল।

পিঠিত থকা বেগটো অশোকে এইবাৰ টেবুলত সাবধানে থৈ দুৱাৰখনৰ চিটিকনি ডাল কাকো নোসোধাকৈ লগাই দিলে।

ঃ বতাহ আহিছে, দুৱাৰখন বন্ধ কৰি দিলো ভিনদেউ। ভিতৰলৈ যাব খুজিও দেউতাক চকী এখনতে বহি পৰিল, বৃটিছৰ বিৰুদ্ধে আন্দোলন, ভাষা আন্দোলন, বিদেশী বহিস্কাৰৰ আন্দোলন, প্ৰতিটো দিনতেই আন্দোলন। আন্দোলনকাৰী আৰু বিপ্লবীৰ চকুৰ ভাষা, দেহৰ চাল-চলন স্পষ্টকৈ বুজি পোৱা মানুহজনে কোনো প্ৰশ্নৰ অৱতাৰণা নকৰাকৈ পোনবাটেই সুধিলে–

তোমালোকৰ চহৰৰ সেই বম্বিং কেছটোত তুমি.......?

সৰ্বশৰীৰ ঘামিবলৈ ধৰিলে অশোকৰ। কি সাংঘাতিক মানুহ এইজন!

আপোনাৰ পৰা আৰু কি লুকাম। পুলিচে বিচাৰি ফুৰিছে, ডিব্ৰুগড়ৰ অৱস্থা বেয়া। ডেকা ল'ৰাবোৰক পুলিচে ধৰি নি হাত ভৰি কোঙা কৰি দিছে। ইয়াত আহি দেখিলো মোৰ নাম ক'লেই সম্বন্ধীয় সকলোৱে দুৱাৰ জপাই দিয়ে, ভীষণ ভয়াতুৰ মানুহবোৰ।

এটা ভৰিৰ ওপৰত ইটো ভৰি তুলি আৰামত বহি দেউতাকে হঠাৎ হোঁ হোঁৱাই হাঁহি দিলে, অশোকক আচৰিত কৰি।

মই তোমাৰ বেগটো দেখিলেই জানিছিলো। ইয়াত বন্দুক-চন্দুক নাইতো, লাইচেন্সটো ছাগৈ নায়েই। ক'ৰপৰা ছাপ্লাই হয় আৰ্মছবোৰ? একো নুলুকুৱাই অশোকে তাৰ বেগটোৰ পৰা হাতেৰে নিৰ্মিত পিষ্টল এটা উলিয়াই সাৱধানে ভৰিৰ কাষতে থলে।

এইটো, আৰু আছে।

দেউতাকে অশোকৰ পিঠিত চপৰিয়াই আকৌ হাঁহি হাঁহি ক'লে—

আমি গান্ধীবাদী, অথচ আন্দোলনৰ সময়ত চৰমপন্থীও আছিলো। হাতৰ লাঠিডাল থাকিলেও চৰমপন্থী বোলা হৈছিল তেতিয়া পঞ্জাবৰ বাহিৰে। তেতিয়াও চৰমপন্থী আন্দোলনে অসমকো চুইছিল। বীৰেন ভট্টৰ 'মৃত্যুঞ্জয়' পঢ়িছা নহয়? ঠিক তেনেকুৱা পৰিস্থিতি উদ্ভৱ সকলো বিপ্লবীৰ মাজতে হয়। দেশক ভালপোৱা মানুহে নৰম পন্থা বা চৰমপন্থা এটা লয়েই। পিছে চিন্তা কৰিব নালাগে, চহৰখনত মোক কেৱল সঁচা কথা কওঁ বাবেই সকলোৱে ভয় কৰে, কলমটোৰ বাবেও সমীহ কৰে। ইয়াত থাকা, যিমান দিন থাকা। মাত্ৰ সাৱধানেৰে থাকিবা। শোভনা আৰু কণক এইবোৰৰ গম দিব নালাগে।

শোভনাক দেখিছা নহয়? বৰ বেছি জেদী। লগাটো লাগিবই বুজিছা। কিতাপৰ এটা পোক। নপঢ়া কিতাপ নাই আৰু মহা অসন্তোষীয়া— জহা চাউল নহ'লে ভাত নাখায়, গাখীৰত পানী দিলে গাখীৰ নাখায। ভাল চোলা নিদিলে কাকো নামাতে। মোৰ বৰ আদৰৰ জী.. ৰুণটো হৈছে তাইৰ বিপৰীত, পঢ়া-শুনাত মন নাই, খালি সেই ব্ৰুচলী নে কি, সেইসোপাকে গাই বাই থাকে। তাক পঢ়াতো যদি অলপ পাৰা চাই দিবা। তাক কণ্ট্ৰল কৰাই টান। বায়েৰাও বৰ ব্যস্ত। স্কুল, ঘৰ। মোৰ ঘৰত আহিছা যেতিয়া সকলো গম পাবাই, মোৰ পৰিয়াল ডাঙৰ।

দেউতাকৰ অনৰ্গল কথাবোৰত বাধা জন্মাই শোভনাই একাপ চাহ আৰু লুচি ভাজিৰ প্লেট এখন লৈ অশোকৰ সন্মুখতে ৰাখিলে।

খাওক! পাপা, গা ধুব নে বৰ্ণভিটা খাব?

অশোকে আকৌ চালে শোভনাক। দুডাল বেণী গুঠি থৈছে তাই, এটা হালধীয়া বৰণৰ ফ্ৰক আঠুলৈকে পৰা গহীন এজনী ছোৱালী। দেখিলেই কৈ দিব পাৰি, অকণমানি দেহটোত গভীৰ মন এটা লুকাই আছে বুলি।

মই চাহ নাখাওঁ, চাহৰ কাপটো লৈ যোৱা শোভনা।

হেঃ অশোক মোৰ দৰেই দেখোন - বৰ উৎসাহ পালে দেউতাকে, মই চাহ, তামোল, মদপানী, একোকে নাখাও। পালে খাও বৰ্ণভিটা এগিলাচ। হাৰ্টৰ আৰু প্ৰেছাৰ বেছি হোৱাৰ বাবে মাংস কমাই খোৱা হ'লো। পিচে মাছ মোৰ বৰ প্ৰিয়। আছা যেতিয়া দেখিবাই নহয। মোৰ ঘৰৰ দৈ আৰু মাছ চুবুৰীটোতে বিলোৱা হয়। ইহঁতকো কও, ভৱিষ্যতে পইছা ঘটিলেও এইখন ঘৰৰ দৰে খাটি বস্তু খাবলৈ নাপাবি।

খাটি চাউল, খাটি গাখীৰ, খাটি কণী, খাটি মাছ আৰু শাক-পাচলি।

এইবোৰ কথা কলে শোভনাই লাজ পায়। তাই ইংগিতেৰে দেউতাকক মনে মনে থাকিবলৈ দিলে।

হ'ব পাপাটি। এতিয়া যাওক, গা ধোৱকগৈ আৰু খাই বৈ উঠিলে আপোনাক বাথৰুমটো কৃষ্ণই দেখুৱাই দিব।

কৃ—ষ্ণ— কৃষ্ণ—বেগটো লৈ যা।

বেগটো একেজাপেই হাতত সাবটি অশোকে উত্তৰ দিলে।

ওহো নালাগে, এইখন মোৰ ঘৰ এতিয়া, শোভনা তুমি পঢ়াগৈ।

শোভনা পঢ়িবলৈ গ'ল। এটা অসন্তুষ্টিৰে মনটো ভৰি গ'ল। এইখন ঘৰত কেৱল পৰিয়ালৰ মানুহকেইটা থাকিবলৈ নাপাওঁ। মই, ৰুণ, মা. পাপাটি, ৰাজ আৰু কৃষ্ণ। কেতিয়াবা যদি ককা মামা, কেতিয়াবা গাঁৱৰ পৰা মেট্ৰিক দিবলৈ অহা আলহী ছোৱালীবোৰ, কেতিয়াবা টাউন চাবলৈ অহা গাঁৱৰ মানুহবোৰ— এইখন যেনিবা ঘৰ নহয়, আশ্ৰমহে! হোটেল! এতিয়া আকৌ অশোক নামৰ ল'ৰাটো থাকিব বোলে। খং উঠি গ'ল তাইৰ। খঙটো মনত লৈয়েই তাই পঢ়া টেবুলত বহিল। কিতাপখন আগত লৈ ভূ-ভাৰতৰ কথা ভাবি থকা ৰুণক তাই ঢকা এটা মাৰি দিলে।

পঢ়িছ নে খেলাৰ কথা ভাবিছ? যা তোৰ ভাল দিন আহিছে, পালোৱান ব্ৰুচলি এটা তোৰ ঘৰত থাকিবলৈ আহিছে। যা চাই আহগৈ।

যাওঁনে? পাপাই যদি আলহীৰ আগতে গালি দিয়ে।

বুৰ্বক, ড্ৰইংৰুমত পঢ়া কিতাপখন থৈছো বুলি হাতত কিতাপ এখন লৈ যা।

ঠিক আছে বা, ব'লনা মোৰ লগত, মোক চিনাকী কৰি দিবি। আলহীৰ আগত পাপাৰ গালিটোৰ বিষ্ম মই নলওঁ পাই।

ব'ল, চিনাকী হবি তোৰ পালোৱান ব্ৰুচলিৰ লগত। ব'ল -

শোভনাই ৰুণক হাতত ধৰি অশোকৰ ওচৰলৈ লৈ গ'ল।

এইটো আমাৰ ঘৰৰ নাম্বাৰ বান, ৰুণ।

আহা। অশোকে ৰুণক ওচৰলৈ মাতিলে। দেউতাক গা ধুবলৈ বুলি বাথৰুমত সোমাল বাবে, অশোক অকলেই বহি আছিল। ৰুণ অশোকৰ একেবাৰে ওচৰলৈ আহি, সুন্দৰ, বাহুটোলৈ চাই অশোকক সুধিলে।

চুই চাওঁনে আপোনাৰ মাচলটো। বাঃ কি মাচল্, ব্ৰুচলিৰ দৰে। — ৰুণ বিস্ময়ত উৎফুল্লিত হ'ল। নানচাকু আছে আপোনাৰ? না-ন—চাকু! - জোৰদি উচ্চাৰণ কৰিলে সি।

অশোকে একোৱেই নকৈ কোলাতে থকা বেগটোৰ পৰা সাউতকৈ নানচাকু ডাল উলিয়াই ৰুণৰ আগত ডাঙি ধৰিলে। কাঠ আৰু মাজত লোহাৰ শিকলি থকা এডাল নানচাকু। আনন্দত ৰুণৰ চকুদুটা তিৰবিৰাবলৈ ধৰিলে। যেন হাবিৰ মাজত চিকাৰৰ বাবে খাপ লৈ থকা কুকুৰনেচীয়া বাঘহে সি। থাপ মাৰি অশোকৰ পৰা নানচাকু ডাল লৈ ব্ৰুচলিৰ দৰে পজ্ এটা লৈ সি চিঞৰি উঠিল।

কি—য়া—কি—য়া

মুহূৰ্তৰ বাবে ৰুণে পাহৰি গ'ল, তাৰ বাঘৰ দৰে দেউতাকৰ চকু দুটা। মুহূৰ্তৰ বাবে পাহৰি গ'ল মাকৰ গালিবোৰ, মুহূৰ্তৰ বাবে পাহৰি গ'ল সি তাৰ কালিলৈ হ'ব লগা পৰীক্ষাটো। নানচাকুডাল সি মোহাৰি চালে হাতেৰে, ধোঁৱা কিনিবলৈ অহা অভিজ্ঞ ধোঁৱাচালকে পিহি পিহি ধোঁৱাটো হাতেৰে চুই চোৱাৰ দৰে। আলাউদ্দিনৰ চাকিটোৱে যেন তাৰ সকলো অভিলাষেই সেই মুহূৰ্তত পূৰণ কৰি দিলে।

অশোকৰ বাহুদুটাত দুহাতেৰে খামুচি, ৰুণে কৈ উঠিল- থাকিব নহয় আমাৰ ঘৰত? বহুত দিন থাকিব লাগিব।

মোক নানচাকু শিকাব লাগিব। মোক কেৰাটে শিকাব লাগিব। মোক শিকাবই লাগিব।

আৰু পঢ়া শুনা- অশোকে ৰুণৰ আগ্ৰহত চেঁচা পানী ঢালি কৈ উঠোতে শোভনাৰ হাঁহি উঠি গ'ল।

ৰুণ ৰুন্তেক ৰ'ল। এবাৰ সি অশোকলৈ চালে আৰু এবাৰ শোভনালৈ। সকলোকে আচৰিত কৰি সি মুখেৰে কৈ উঠিল-

হ'ব পঢ়িম। ভালকৈ। কিন্তু কেৰাটে শিকাব লাগিব। নানচাকুডাল বুকুত সাৱটি সি সুধিলে- এইডাল আজি মোৰ লগত থাকক। পাপাই নেদেখাকৈ থৈ দিম বিছনাত। শোভনাই অশোকৰ

মুখলৈ আৰ চকুৰে চাই এটা কথাই ভাবিলে, বাহিৰা মানুহ থাকিলে মা-পাপাৰ কাজিয়া ক'মে যদি, ৰুণৰ উৎপাতটো কমে যদি; অশোক নামৰ ল'ৰাটো থাকিলে ঘৰত বেয়া নহ'ব।

ৰুণ, ব'ল বহুত হ'ল। এতিয়া পঢ়িব লাগে। কালি পৰীক্ষাওটো আছে নহয়! বায়েকৰ আদেশ পালন কৰি ৰুণ পঢ়া কোঠালৈ বুলি গ'লগৈ। তাৰ মুখখনত তেতিয়া সপোন খেলি আছিলএটাই মাথো সপোন -

ব্ৰুচলি হোৱাৰ সপোন।

০০০ আনদিনতকৈ অলপ আগতে সাৰ পাইছিল অশোকে। উঠিয়েই তাৰ চকু গৈছিল দৰ্জাৰ শলখাদাললৈ ।পুলিচ আহিছে নেকি? দেহ আৰু মন ভেদ কৰি কলিজাত তাৰ এই শব্দ কেইটা বৈ গৈছিল। ৰাতিপুৱাৰে পৰা ক্ৰিয়া কৰিছিল তাৰ এই কেইটা শব্দই। জীৱনত সদায় কৰাৰ দৰে, জনা অৱস্থাৰ পৰাই। ক্ৰাইম আৰু পুলিচৰ ভয়ত দৌৰাৰ থ্ৰিল।

জেইল, পুলিচ আৰু হেণ্ডকাফ। জনা অৱস্থাৰ পৰাই এই শব্দকেইটা ঘূৰি ঘূৰি অৱশেষত তাৰ সতেই লীণ গৈছে, অথচ 'পুলিচ' নামৰ শব্দটোৰ প্ৰতি তাৰ মনৰ ভিতৰত সঞ্চিত কিছু ভয়, দ্বিধা আৰু একপ্ৰকাৰৰ ঘৃণা সংকোচ মিশ্ৰিত এক প্ৰতিক্ৰিয়া আছে। মানুহৰ ভিৰৰ মাজতো, এনেকুৱা লাগে যেন পুলিচে তাক খেদি ফুৰিছে— ধৰিব পাৰিলেই তাৰ এটা চকু উলিয়াই দিব, এখন ভৰি ভাঙি দিব। ইমান কষ্ট কৰি গঢ়ি তোলা তাৰ ধুনীয়া আটিল শৰীৰটো লাঠি আৰু বেয়োনেটৰ খোচেৰে চুৰমাৰ কৰি দিব।

নিজৰ বিষয়ে বৰকৈ ভাবি নাথাকে সি, জীৱন মানে তাৰ কাৰণে একধৰণৰ থ্ৰিল।

তাৰ বাবে এটাই কথা, ভালকৈ খাব লাগে।

অশোকে পেটত হাত দি বৈ গ'ল। আজিৰ পৰা এ'ৰচাইজ আৰম্ভ কৰিব লাগিব।

ফ্ৰি হেণ্ডেই কৰিব লাগিব এতিয়া, লোহা-লক্কৰবোৰ, গাঁৱত থকা জেঠায়েকৰ ল'ৰাকেইটাই সুবিধা পালে আনি দিব। পিচে খাবলৈ?

অশোক শুই থকা বিচনাখনৰবেৰৰ কাষতে হোৱা শব্দটোৰ উৎস বিচাৰি চায়েই দেখিলে, শোভনাৰ দেউতাকে কোৰ এখন লৈ জংঘল চাফা কৰি আছে। মানুহজনৰ দেহৰ কোনো অংশতে চৰ্বিৰ চিন-মোকাম নাই। নিজৰ দেহটোলৈ তাৰ আকৌ চকু গ'ল। একধৰণৰ অপৰাধবোধ এটাও জাগিল মনতে তাৰ। ইমান দেৰীলৈকে শুই আছে সি? ইমান বছৰৰ মূৰত জীৱনত কেতিয়াও ভালকৈ চিনি নোপোৱা মানুহ এঘৰে কেৱল দেশক ভালপায় বুলিয়েই তাক নিৰাপত্তা দিছে, আশ্ৰয় দিছে।

দেশক ভাল পায়নে নাপায় সি ভাবিয়েই চোৱা নাই, কিন্তু থ্ৰিল দিব পৰা চবধৰণৰ কাম সি ভাল পায় আৰু এই থ্ৰিলটোৰ বাবেই জেইল, পুলিচ থানা এইবোৰ তাৰ ভাত ঘৰ হৈ আহিছে।

অশোক বিছনাৰ পৰা নামিল। বেগটোত থকা, তাৰ সৰু পিষ্টলটো সি এবাৰ চুই চালে আছে। ফোন এটা কৰিব পৰা হ'লে ভাল আছিল। কিন্তু ফোনতো ইয়াত নাই, ওলাই যোৱাৰ প্ৰশ্নও নাই। বেগটোৰ পৰা টাৱেল এখন আৰু ব্ৰাচডাল লৈ অশোক পিছফালৰ

বাথৰুমলৈ বুলি পাৰ হৈ গ'ল।

শোভনাৰ মাকে গাধুই গোঁসাইঘৰত সোমাইছিল। মাকৰ কণ্ঠৰ বৰগীত এটাই তাৰ চিন্তাত আউল লগাই দিলে।

'তেজৰে কমলাপতি পৰভাত নিন্দ,

তেৰি চান্দমুখ পেখো উঠৰে গোবিন্দ।"

কৃষ্ণক উঠাই দিছে যশোদাই— ইমান কৰ্মব্যস্ত পৰিৱেশ এটা। ব্যস্ত আটাইবোৰ প্ৰাণী। নিজকে অকামিলা যেন লাগি গ'ল তাৰ। পুলিচৰ ভয়ত পলাই ফুৰা এটা অকামিলা।

ইংৰাজীত But টো কিবাকৈ Verb ত ব্যৱহাৰ কৰিব পাৰি নেকি পাপা? শোভনাৰ মাত। মুখত ব্ৰাচডাল আছিল বাবে তাইলৈ চাই সি চকুৰেই হাঁহি এটা মাৰিলে। হাতত বহীখন লৈ শোভনা কাম কৰি থকা দেউতাকৰ ওচৰ পালেগৈ।

ওঁ পাৰি। But Me No But মোক কিন্তু.....কিন্তু কৰি নাথাকিবা। শোভনাই মনোযোগেৰে লিখি গ'ল। ভিতৰৰ পৰা ৰাজে বায়েকক উদ্দেশ্য কৰি কিবা এটা সুধিলে।

বা, মোক এই গ্ৰামাৰ কেইটা চাই দেছোন। বহীখন হাতত লৈ শোভনা ৰাজৰ ওচৰত থিয় হ'ল।

কি ৰাজ? কি প্ৰব্লেম? — শোভনাই সুধিলে।

এই এইটো।

ওঁ কিছুমান ইংৰাজী শব্দ 'P' ৰে আৰম্ভ হ'লেও আচলতে উচ্চাৰণৰ ধৰণ 'ফ' ৰ ধৰণৰ হয়। যেনে— ফেনাইল, ইংৰাজীতে PHY ৰে আৰম্ভ হয়। আচ্ছা ৰাজ, কালি ৰাতিপুৱাই তই আৰু বাবলুৱে কলগছত কিয় ঘোচা মাৰি আছিলি? হাতত দুখ নাপাবি? কোনে শিকালে, কোনে ক'লে তোক, কলগছত ঘোচা মাৰিলে পালোৱান হয় বুলি? ৰাজে সেমেনা সেমেনিকৈ উত্তৰ দিলে।

স্কুলত কোনোবাই ক'লে!

কোন কোনোবাই?

কোনোবাই আৰু।

অ' ডাঙৰ হৈ পালোৱান হ'বৰ মন, নহয়?

ওঁ। অশোক মামাৰ দৰে।

শোভনা মনে মনে থাকিল। এই কণ আৰু ৰাজ দুয়োটাক অশোকৰ ভূতে লম্ভিছে। আজি স্কুল নাই ৰাজ বাবা? মৰমেৰে তাই সুধিলে।

আছেও, নাইয়ো। মানে হাফ। নাযাওঁয়েই। তাতকৈ অশোক মামাই নানচাকু প্ৰেকটিছ কৰাকেই চাম।

মুখ মোহাৰি সোমাই অহা অশোকে নানচাকু শব্দটো শুনিলে। হাঁহি হাঁহি অশোকে টাবেলেৰে আধা তিতা চুলিবোৰ মোহাৰি মোহাৰি ৰাজলৈ চাই ক'লে-

নানচাকু নহয়, আজি কেৰমবৰ্ড খেলিম।

কোনে কোনে? ৰাজে সুধিলে।

তই, মই, ৰুণ আৰু শোভনাই।

ওহো মোৰ পঢ়িবলৈ আছে, নহ'ব। শোভনাই জোৰকৈ ক'লে।

নহ'ব, নহ'ব, খেলা চেলা।

হ'ব হ'ব!

নহ'ব।

হ'বই। দুই ঘণ্টা দিছো বাৰু পঢ়াৰ কাৰণে।

বাৰান্দাৰ টেবুলত অশোকৰ বাবে শোভনাৰ মাকে খোৱা বস্তু সজাই থৈছিল।

অশোক, মোৰ স্কুলৰ সময় হ'লেই তই নিজেই লৈ খাবি। টেবুলত তোৰ বাবে চাহ ভাত দুয়োটাই থৈ গৈছো।

কিয়? শোভনাই দেখোন ভাতটো বনাই দিব পাৰে। এতিয়াই কিয় ভাত?

মই ধুতি মনা মানুহ নহয়। গোঁসাইৰ শৰণ লৈছো। গাভৰু ছোৱালীৰ হাতেৰে বনোৱা অন্ন গ্ৰহণ নকৰো। শোভনাই কি ভাত বনাব আৰু। পঢ়কচোন তাই, মেট্ৰিক দিবৰে হ'ল আৰু।

অ' মাৰ দৰেই নিয়ম মানে আপুনি? মাও একেই নহয়, বেমাৰী গাটোৰেই কুঁজা কৰ্কালটোৰেই ভাত বনাই খায়। গাভৰু ছোৱালীৰ হাতেৰে নাখায়।

শোভনাই হাতত বহীখন লৈ ৰাজৰ ওচৰতে আছিল। অশোকক হাঁহি হাঁহিয়েই তাই ক'লে- মাৰ বহুত নিয়ম, বাৰ মাহত তেৰটা সকাম পাতে মাই। নিয়মবোৰ কেৱল মোৰ বাবেহে। ঠাণ্ডা কালি ৰুণে বাথৰুমত সোমাই চুলিখিনি তিয়াই শুচি আহে, একো নহয়। কিন্তু মই গাধুব লাগিবই। ৰুণে লেট্ৰিন গ'লে গা নুধুলেও হয়, মই কিন্তু গা ধুবই লাগিব।

ৰুণে ভাত বনাব পাৰে, মই নোৱাৰো।

মায়ে গাভৰু ছোৱালীৰ বাবে নতুন নিয়ম কিছুমান আৰম্ভ কৰিছে। ডেকা ল'ৰাৰ বাবে কোনো নিয়ম নাই।

হাঁহি হাঁহি ক'লেও কিন্তু শোভনাৰ যে খং উঠিছিল অশোকে গম পাইছিল।

বাপেক জীয়েক একেই হৈছে, মাথো লেকচাৰ? সিহঁতৰ কাযেদি ল'ৰালৰিকৈ পাৰ হৈ যাঁওতে ব্যস্ত মাকে অশোকক কৈ গ'ল।

আজি কিন্তু মাছ মাংস নাই, গাঁৱৰ পৰা কিবা আনিলে ভিনদেউৰা ঘৰত থাকে যদি বনাই দিব, বেয়া নাপাবি! মই ওলালো আৰু স্কুললৈ।

টেবুলত অশোকৰ বাবে সজাই থোৱা এগিলাচ গাখীৰ, এটা কণী আৰু চুজিৰ বাতিটো লৈ অশোকে ঠিক কৰিলে আজি দেহাটোৰে বিশ্ৰাম লওক। কালিৰপৰা এ'ৰচাইজ আৰম্ভ কৰিব সি। বাদাম, বুট এইবোৰ আনি থব লাগিব।

কেৰম বৰ্ডৰ গুটিবোৰ লৈ, চাৰিওফালে অশোক, ৰুণ, ৰাজ আৰু শোভনা। আটাইৰে চকু কেৰমবৰ্ডৰ গুটিত, ষ্ট্ৰাইকাৰটো হাতত লৈ অশোকে পকেটত কেৰমৰ গুটি এটা নেদেখাকৈ সুমুৱাই থব খোজোতেই শোভনাই চিএঞৰি উঠিল।

ওঁ, গেজু- গেজু-গেজু। বাঁওহাতেৰে কোনে ক'লা ৰঙৰ গুটি জেপত ভৰাইছে মই দেখিছো দেই।

আও, তোৰ চকুদুটা কম নহয়! অশোকে পকেটৰ পৰা ক'লাৰওৰ গুটিটো কেৰমবৰ্ডত থৈ ক'লে, 'ছাৰেণ্ডাৰ'।

মিছাটো কিন্তু মোৰ পৰা সাৰি নাযায় দেই। শোভনাই কেৰমবৰ্ডৰ গুটিবোৰ ঠিক কৰি থাকিল।

কেৰমবৰ্ডৰ গুটিবোৰ এটা এটাকৈ ষ্ট্ৰাইকাৰেৰে মাৰি ব্যস্ত হৈ থাকিল। ৰুণ, ৰাজ, শোভনা।

ৰুণৰ মুখত তেতিয়াও একধৰণৰ বিজয়ৰ হাঁহি এটা লাগি আছিল। অইন দিনাৰ দৰে, সি ৰাতিপুৱাই চাইকেলখন লৈ ৰাতুলৰ ওচৰলৈ ওলাই নগ'ল। মন্ত্ৰমুগ্ধৰ দৰে অশোকৰ কাষতেই মৌ মাখিৰ দৰে সি ঘূৰি ফুৰিছে ৰাতিপুৱাৰ পৰা। কেৰমবৰ্ডৰ গুটিবোৰ খেলিমেলি কৰি সি অশোকৰ হৃষ্ট-পুষ্ট দেহটোলৈ চাই সুধিলে-

অশোক মামা, মোৰ বডিটো আপোনাৰ দৰে হ'বনে? মানে এক্সাৰচাইজ কৰিলে?

কিয় নহ'ব, কিন্তু মই কোৱামতে কৰি যাব লাগিল, ফাৰ্ষ্টত ফ্ৰি হেণ্ড আৰু পাছতহে বেঞ্চপ্ৰেছ, লোহা লক্কৰ তোলা কম।

অশোক মামা, নানচাকুডাল শিকাই দিয়ক না? ৰুণৰ চকুত আৰু মাতত দুয়োটাতে লাগি আছিল এক অনুনয়ৰ সুৰ।

নানচাকু। চাৰ্টটো দাঙি সি পেণ্টত গুজিথোৱা নানচাকু ডাল উলিয়াই অশোকৰ হাতত দি শোভনা আৰু ৰাজক নিৰাপদ দূৰত্বলৈ আঁতৰি যাবলৈ দিলে।

চা, কিমান টান কাঠ। ব্ৰুচলিয়ে এইডালেৰে কিমান যে 'এনিমি' ধ্বংস কৰিছিল। 'এন্ট্ৰাৰ দ্যা ড্ৰেগন'ত চাইছো।

ক'ত, ক'ত চালি? ক'ত, ক'ত তই ভিডিঅ' শ্ব' চাই ফুৰ? শোভনাই সুধিলে।

ৰ' মই পাপাক লগাই দিম। শোভনাই ৰুণক জোকালে।

ৰুণৰ মুখমণ্ডলত খঙৰ এক প্ৰতিচ্ছবি ভাহি গ'ল। কোনেও নুবুজে মোক? মই পঢ়া-শুনা ভাল নাপাওঁ, মোৰ কেৰাটে ভাল লাগে, ইহঁতে কিয় নুবুজে অশোক মামা।

ওঁ, কিন্তু পঢ়াটোতো লাগিবই, এটলিষ্ট বি এটো, গ্ৰেজুৱেচন। বাকী তোৰ দায়িত্ব বাৰু মোৰ।

ৰুণে স্বস্তিৰ উশাহ এটা ল'লে। এইকথাবোৰকে সি কাকো বুজাব নোৱাৰে। নিজৰ লক্ষ্যবোৰ সি মনৰ ভিতৰত জুকিয়াই ল'লে

বেছি পইছা ঘটা, এখন গাড়ী লোৱা, এটা ধুনীয়া ঘৰ বনোৱা,

ব্ৰুচলিৰ দৰে কেৰাটে মাষ্টাৰ হোৱা আৰু আৰু অশোক মামাৰ দৰে বডি বনোৱা।

বচ এইকেইটা হ'লেই মই সুখী।

০০০ এই অশোক, বাদ দিয়া ইহঁতৰ লগত; পাৰিলে মোৰ আজি যাব লগা ৰিপৰ্টটো কপি কৰি দিয়াচোন। গা-পা ধুই, লুঙি এখন আৰু কুৰ্টা এটা পিন্ধি হাতৰ কলম এটা আৰু বগা কাগজ এসোপা লৈ পৰ্দাখন সামান্য আঁতৰাই শোভনাৰ দেউতাকে অশোকক কৈ গ'ল।

- চেঃ তেল হৈ গ'ল পাপাৰ কাৰণে, ভাগ্যে গাধা ল'ৰা কাৰণে মোক নিউজ কপি কৰিবলৈ নকয়। হতাশাত যেন ভাগি পৰিল কণ। হাতত তাৰ আধা শিকিবলৈ লোৱা নানচাকু ভাল।

তেনেকৈ নকৰি কণ। কেৰম বৰ্ডখন সামৰি শোভনাই চকুৰ ইংগিতত কণক মাতি গ'ল।

অনিচ্ছা সত্ত্বেও অশোক বাৰান্দাত শোভনাৰ দেউতাকৰ, চকীখনত বহিল বাধ্যত পৰা পৰীক্ষাৰ্থীৰ দৰে। প্ৰশ্নৰ যেন উত্তৰহে লিখিব!

চৰকাৰৰ অমনোযোগিতা...............

হেডলাইনটো সি উচ্চাৰণ কৰিলে। চৰকাৰৰ বিৰুদ্ধে এক সমালোচনা।

'যোৱা বছৰটোত হোৱা ৰাইজৰ ধনৰ অপচয়ে প্ৰমাণ কৰে চৰকাৰৰ....।

কি দৰকাৰ বাৰু এনেকৈ চৰকাৰক জোকাই লোৱাৰ? অশোকে কপি কৰি থাকোতে ভাবি থাকিল।

কি আচৰিত মানুহ! সঁচা কথা ইমান সাহসেৰে লিখিব পাৰে। সঁচাকৈ দেশক ভাল পায় বাবেইতো মোৰ দৰে প্ৰব্লেম এটাক নিৰাপদে আশ্ৰয় দিছে। চহৰৰ মাজমজিয়াত নিৰাপদ আশ্ৰয়। অশোকে কপি কৰি গৈ থাকিল।

'তথাপি গাৰ নোম এডালকে নলৰে চৰকাৰৰ

স্বাধীনতাৰ ভ্ৰূকুটি।.................

লিখিছানে? এই পাঁচ পৃষ্ঠাও কপি কৰি দিবা। ব্যস্তও থাকিবা। তাতে তোমালোকেও দেখোন চৰকাৰৰ নীতিৰ বিপক্ষেই কাম কৰি আছা। আমি যেনিবা কলমৰ বিপ্লৱী। লিখা লিখা। মই সভা এখনলৈ বুলি ওলালো। আবেলি পামহি কণক চাবা, ৰাজ আৰু শোভনাই নিজকে চাব পাৰে। ইহে বৰ অঘাইতং। পাৰিলে তাক পঢ়িবলৈ বা লিখিবলৈ দিবা।

অশোকে লিখিবলৈ লোৱা পৃষ্ঠাবোৰলৈ চাই নিৰুপায়ৰ দৰে লিখিবলৈ আৰম্ভ কৰা আখৰবোৰৰ ওপৰেদি চকু ফুৰাই গ'ল।

উপায় নাই এতিয়া। পলাই থকা মানুহৰ শান্তি এইবোৰ বিপ্লৱ-চিপ্লৱ এইবোৰ। জামেলা শব্দই একো স্পৰ্শ নকৰে তাক। এমাহৰ আগতে সংখ্যালঘু সম্প্ৰদায়ৰ দুটা মানুহক নিজহাতেৰে হত্যা কৰি আহিছে সি, তাৰে এটাক মুখত সোপা মাৰি বন্দী কৰি ৰাখিছিল, কেইদিনমান তাৰ ঘৰৰ পিছফালৰ ঝাৰনিখনৰ ডাঙৰ গছ এডালত...........

তাক বিচাৰি নিতৌ ঘৰলৈ আহি থকা পুলিচবোৰে, এই ঝাৰনিখনৰ ভিতৰলৈ সোমাব পাৰিলেই মুক্ত হৈ যোৱাৰ শংকা আছিল। বন্দী এই মানুহটো এই চিন্তাৰ এটা ভয়ৰ বোজাই তাক কোঙা কৰি দিছিল।

ৰাতি বাৰ বাজিছিল তেতিয়া, কঠাল গছজোপাত বান্ধি থৈ দিয়া, মানুহটোক, ধাৰ থকা চুৰিখনেৰে খুচি খুচি হত্যা কৰিছিল সি। ছাগলী কটা কচাইৰ দৰে ভৰি, মূৰ, হাত আৰু পেটত আ....হা....হ। মুখত কাপোৰেৰে সোপা মাৰি থোৱা মানুহটোৰ যন্ত্ৰনাকাতৰ চিঞৰ কেইটাই অশোকৰ মগজুত দিছিল অন্য এক পৰিতৃপ্তি!

'আহ! ৰক্ষা তেও! চোঁচৰাই চোঁচৰাই তাৰ মৃতদেহটো সি আৰু তাৰ লগৰটোৱেই শুচৰেদি বৈ যোৱা নদীখনত পেলাই দিছিল।

মানুহ মৰাৰ থ্ৰিলটোৱে এক অদ্ভুত ধৰণেৰে আত্মবিশ্বাস দিয়ে মানুহক।

নদীখনত শিল এটা বান্ধি মৃতদেহটো সাবধানে পেলাই দিছিল সি আৰু তাৰ লগৰ চমৰীয়া নামৰ ল'ৰাটোৱে।

মানুহ মৰাটো চহৰখনত তাৰ একো নতুন কথাই নাছিল। সংখ্যালঘু অসমীয়া মানুহখিনিয়ে প্ৰতিটো মুহূৰ্ততে সাজু হৈ আছিল, যেন যুদ্ধ এখনলৈ... বৰ্ডাৰেদি সৰবৰাহ হৈছিল অস্ত্ৰ-শস্ত্ৰৰ।

স্কুলত থাকোতেই, চমৰীয়াই স্কুলবেগত তাক দেখুৱাবলৈ এটা পিষ্টল লুকুৱাই আনিছিল। পানীখোৱা ছুটীত স্কুলৰ পৰা পলাই গৈ ঘৰৰ পিছফালে ঝাৰনিখনত পেট পেলাই চমৰীয়াই বেগৰপৰা উলিয়াই অনা বন্দুকটো হাতত লৈ সি প্ৰতিজ্ঞাই কৰিছিল।

"মানুহ মাৰি চামেই".... মানুহ মৰাৰ থ্ৰিলটো তাক লাগে। মানুহৰ জীৱন ল'বপৰা শক্তি তাক লাগে, এবাৰৰ বাবে হ'লেও ভাগ্য বিধাতা হ'বলৈ তাক লাগে। মানুহৰ মৃত্যু নিৰ্ণয়কাৰী বিধাতা।

এতিয়াহে হিৰৰ দৰে লাগে তাৰ নিজকে...। একধৰণৰ সাংঘাতিক ডিপ্ৰেচনে কাবু কৰি পেলাইছিল, তাৰ মন আৰু ক্ষীণ- মিন শৰীৰটো।

অষ্টমমান শ্ৰেণীৰ ছাত্ৰ আছিল সি তেতিয়া, অভাৱে চুই যোৱা ঘৰখনত আশ্ৰয় আছিল কেৱল মাকজনী। দেউতাকৰ প্ৰতি একধৰণৰ ঘৃণাই তাক সদাসৰ্বদা উতলা কৰি ৰাখিছিল। ঘৰৰ পাছফালৰ ভঁৰাল ঘৰটোত মানুহটোৱে মাকক মৰিয়াইছিল, হিচাপ কৰিব নোৱাৰা ল'ৰা-ছোৱালীবোৰৰ বাবেও বা অনৰ্থক সন্দেহ কৰাৰ বাবেও।

স্কুলৰ পৰা আধাতে পলাই চিনেমা চাই ওলাই আহোতে অশোকৰ নিজকে তেনেকুৱাই লাগিছিল। হিৰৰ দৰে খণ্ডাল, খণ্ডাল শক্তিশালী।

মানুহক ভয় খুউৱাৰ থ্ৰিলটোৱে পাগল কৰি দিছিল তাক।

০০০ অশোকে লিখি শেষ কৰিবলৈ চেষ্টা কৰিলে পৃষ্ঠাকেইটা। চেঃ কি যে বিপদবোৰ, এনেকৈ ঘণ্টাৰ পাছত ঘণ্টা বহি থাকি কিবা লিখাৰ দৰে ধৈৰ্য্য থকা হ'লে, পকেটত ছুৰী বেঞ্চত থৈ পৰীক্ষা নিদিলেহেঁতেন সি।

ভালকৈ পঢ়ি পৰীক্ষা দিলেহেঁতেন

অশোকৰ লিখাত বাধা জন্মাবলৈকে শোভনা অশোকৰ পাছফালে থিয় হ'ল।

চাওঁ, এইফালে ঘূৰাচোন।

কিয় ?

কথা এটা সুধিম। আঙুলি ধৰা এটা, ফাৰ্ষ্ট নে ছেকেণ্ড ? শোভনাৰ মুখলৈ ৰ' লাগি চাই অশোকে তাইৰ সোঁফালৰ তৰ্জনি আঙুলিটো থাপ মাৰি ধৰিলে।

Yes, Yes! First division

Yes Yes! কটন কলেজ।

অশোক মামা। ফাষ্ট ডিভিজন নাপালে আৰু কটন কলেজত পঢ়িবলৈ নাপালে মই মৰি যাম, পইজন খাই।

কিয়?

এই কিয়টোৰ উত্তৰ বহুত। তাৰে এটা হৈছে, ঘৰখনত থাকি ভাল নালাগে। কোনেও কাৰো কথা নুশুনে আজিকালি, তুমি নাজানা। আমাক মামাইঁতে ......

থাকক। অশোকৰ চকুলৈ চাই শোভনাই আধাতে কথাটো কোৱা বন্ধ কৰি দিলে।

ক, কিয় আধা কৈ ৰৈ গলি। শোভনাৰ হাত এখন খামুচি অশোকে আদৰেৰে শোভনাৰ চকুলৈ চালে।

আগতে হাতখন এৰি দিয়া। এইবোৰ ধৰা মেলা মই ভাল নাপাওঁ। কঠোৰ হৈ শোভনাই হাতখন আঁতৰাই দিলে অশোকৰ।

ঠিক আছে বাৰু। এতিয়া ক। অশোকে এৰি দিলে শোভনাৰ হাতখন।

কি কৈছিলো? মই? অ' মামাইঁতে..। সেইবোৰ বহুত কথা মোৰ মনৰ কিছুমান কথা ক'ব পাৰিমনে? মানে এই কিছুমান সৰুসুৰা কথা, মনৰ ভিতৰৰ চবকে ক'ব নোৱাৰা কিছুমান কথা, যিবোৰ কথাৰ মহত্ব মোৰ ওচৰত বহুত বেছি। এই কথাবোৰ, দুখবোৰ, ক'ব পাৰিলে যেন মই অলপ মুক্ত অনুভৱ কৰিম।

শোভনাৰ ঠিক বিপৰীত ধৰণৰ পাতল সুৰ এটাৰে অশোকে হয়ভৰ দি উচ্চাৰণ কৰিলে। 'অলবৎ ক'ব পাৰিবি' চব কথাই, মই শুনিম। কিন্তু মই এনেকে হাতখন ধৰি থাকিবলৈ দিলেহে?

হাতধৰা আৰু কথাকোৱাৰ কি সম্পৰ্ক আছে?

আছে, আছে, বন্ধুয়েহে বন্ধুৰ হাত ধৰে আৰু আজিৰ পৰা তই মোৰ বন্ধু— এয়া চা। শোভনাৰ হাতখন আকৌ মুঠিত সুমুৱাই ল'লে অশোকে।

ঠিক আছে, আজিৰ পৰা আমি বন্ধু। বুকুৰ পৰা এটা গধুৰ বস্তাৰ বোজা আঁতৰি যোৱা যেন ফৰকাল লাগিল শোভনাৰ মনটো।

পাতল হৈ গ'ল গধুৰ চিন্তাৰ বোজা।

পাতল হৈ গ'ল চিন্তাৰ গধুৰ বোজা।

পূৰণ হৈ গ'ল, কাৰোবাক মনৰ কথা কোৱাৰ হেপাঁহ। অশোকক একেবাৰে আপোন বন্ধুৰ দৰে লাগি গ'ল, শোভনাৰ একেসময়তে অশোকে শোভনাৰ সৰ্বশৰীৰটোলৈ চাই, স্পৰ্শকৰা হাতখন এৰি দি কৰবাত এটা কঁপনি অনুভৱ কৰিলে, মনৰ চকুৰে খেপিয়াই থাকিল অশোকে শোভনাৰ এটা অবয়ব।

নতুনকৈ বাঢ়িবলৈ ধৰা কলপুলিৰ দৰে চেহেৰা,

ফট্‌ফটিয়া ৰং।

চিকচিকিয়া ক'লা দীঘল বেণী গাঠি থোৱা চুলি, ইমান গভীৰ আৰু ইমান নিস্পাপ এই কম বয়সতে ছোৱালীজনী।

নিষিদ্ধ পৃথিৱীখনৰ কথা নজনা ছোৱালীজনী মনেদি যেন অহা-যোৱা কৰি পাৰ হৈ গ'ল! ভিন্নৰূপত ——

কেৰম খেলি থকা শোভনা,
কথা কৈ থকা শোভনা,
দেউতাকৰ লেখাবোৰ কপি কৰি থকা শোভনা,
মাকৰ সামান্য গালিত দুগাল চকুপানীৰে ওপচাই দিয়া শোভনা,
পঢ়ি পঢ়ি আমনি নলগা ছোৱালীজনী,
ঘৰৰ কাম কৰিবলৈ দিলে কান্দি দিয়া শোভনা।

সৰ্বশৰীৰত একধৰণৰ জোঁকাৰণি অনুভৱ কৰিলে সি। শোভনাক চুই চোৱাৰ হেঁপাহটোও তাৰ তীব্ৰ হ'ল। নাৰীৰ দেহ চুই চোৱাৰ অভিজ্ঞতা। নাৰীৰ দেহ চুই চোৱাৰ অভিজ্ঞতা আছে মোৰ। অশোকে মনত পেলাই চালে বিশালৰঞ্জনৰ বিয়াৰ দিনাৰ নিশাটোৰ অভিজ্ঞতাবোৰ...।

জুৰি। জুৰি আছিল তাইৰ নাম। ভৰিৰ পৰা মূৰলৈ তাইৰ বৰি আছিল বাসনা। কস্তুৰিৰ গোন্ধে বাউল কৰা হৰিণাৰ দৰে, তাই অশোকৰ দেহৰ গোন্ধ ওচৰৰ পৰা পাবলৈ বাউল গৈ ঘূৰি ফুৰিছিল, বিয়পাই দিছিল তাইৰ বাসনাৰ সুঘ্ৰান। অশোকে শুনিছিল সেই বাসনাই চিঞৰিচিৰ কৰা কৌতুহলৰ শব্দ।

মূৰত ৰঙা কাপোৰ বান্ধি দিয়া গোনামহৰ দৰে জুৰিৰ উলংগ দেহটোত সি নৃত্য কৰিছিল, বিশালৰঞ্জনৰ বিয়াৰ মাজতে। অশোকৰ ঘৰৰ ওচৰতে থকা বায়েকৰ ঘৰটোৰ এটা কোঠাত, বিয়াৰ কাম-কাজত মৌ-মাখিৰ দৰে গুণগুণাই থকা মানুহবোৰে গম নোপোৱাকৈ জুৰিক সি চিঞৰিচিৰ কৰি চাইছিল।

জুৰি হৰিণাৰ দৰে নিৰ্জু নাছিল। তাৰ সমানেই তাৰ দৰেই - কামাতুৰা এজনী গাভৰু ছোৱালী আছিল। জুৰিৰ চহৰৰ ঘৰখনলৈয়ো সি গৈছিল, বহুবাৰ, তাইলৈ ভয়ো খাইছিল সি বেপৰোৱা ধৰণৰ ছোৱালীলৈ ভয় লাগিছিল তাৰ আৰু বিশ্বাসো নাছিল তাৰ তাইৰ প্ৰতি; কি ঠিক, সমান বাসনাত তাই যদি অন্য পুৰুষকো ওচৰৰ পৰা পাইছে। অশোকৰ মনত জিলিকি উঠিছিল শান্ত সৌম্য এজনী নাৰীৰ প্ৰতিমূৰ্তি। তাৰ পত্নীৰ প্ৰতিমূৰ্তি।

উপভোগ কৰিবলৈ বিচৰা নাৰীবোৰ, পত্নী কৰিবলৈ বিচৰা নাৰীবোৰ নহবও পাৰে।

অশোকে নিজকেই ক'লে— "অশোক দ্যা গ্ৰেটৰ থিয়ৰি"।

এইযে সহজ সৰল মানুহঘৰত আশ্ৰয় লৈ আছো, তাত শোভনা নামৰ বাঢ়ি অহা কলপুলিতো থকাই এটা মস্ত প্লাচ পইণ্ট।

শোভনা।

ভাগিন শোভনা।

কেনে লাগিব বাৰু শোভনাৰ নতুনকৈ বাঢ়ি অহা উঠন বুকুখন চুই চাই, কেনেকুৱা লাগিব বাৰু শোভনাৰ লগত উলংগ মোক। শোভনাৰ লগত নিজৰ মৈথুনৰত ছবি এখন কল্পনা কৰি অশোকৰ ভাল লাগি গ'ল নিজৰে।

অশোক। সাৱধানে, লাহে লাহে সাৱধানে।

অশোক, শোভনা জুৰি নহয় অনবৰতে কামনাৰ জুয়ে দগ্ধ কৰা নাৰী নহয় শোভনা।

অশোকৰ অন্তৰৰ বিবেকৰ ঘণ্টাই শব্দ কৰিলে এইবাৰ টিং টং......।

শোভনাই ইতিমধ্যে টিউচনলৈ যাবৰ বাবে কিতাপ-পত্ৰ বেগটোত ভৰাই লৈছিলেই।

টিউচনলৈ যোৱাৰ আগতে ভাল লগা কেইখনমান পুৰণি আলোচনী উলিয়াই শোভনাই অশোকৰ হাতত দি গ'ল।

বহুবোৰ কথা তাইৰ বুজাবলৈ আছে অশোকক। তাৰে ভিতৰত "তাই কি বিচাৰে জীৱনত"।

ঘৰৰ, মাকৰ পুৰণিকলীয়া নিয়ম-কানুনবোৰ যে বাপেকৰ দৰে তাই ভাল নাপায়।

কেনেকুৱা পুৰুষ তাই কল্পনা কৰে, ইত্যাদি। আলোচনী কেইখন অশোকৰ হাতত দি শোভনাই এবাৰ অশোকলৈ চালে— অশোকৰ মুখলৈ চালেই গম পোৱা যায় যে তাৰ পঢ়াত অলপো ৰাপ নাই, তথাপি পঢ়াতো অভ্যাস কৰা ভাল, কিতাপবোৰ দেখি ভবা অশোকৰ মনটোহে যেন শোভনাই পঢ়ি পেলালে....।

আমিবোৰ ব্যস্ত হৈ থাকিলে দিনতো, ৰেডিঅ' পকাই থকাতকৈ কিতাপ পঢ়াৰ অভ্যাস কৰক।

এনেয়ে মই পঢ়ো জীৱনী, ছিৰিয়াছ কিতাপ, ফ্ৰয়েডৰ থিয়ৰি আৰু কবিতা, অমৃতা প্ৰীতমৰ কিন্তু এই পুৰণি উপন্যাসবোৰৰ পৰা মই আণ্ডাৰলাইন কৰা লাইনবোৰো ভালকৈ পঢ়িব সেইবোৰ মোৰ মনৰ কথা।

অশোকে ৰ' লাগি থাকিল শোভনাৰ, — কলাফুললৈকে পৰি থকা বগা ৰঙৰ এটা ফ্ৰক, কপালত অকণমানি ক'লা এটা ফোট, দুডাল টানকৈ গোঠা বেণীৰে অদ্ভুত, শান্ত আৰু ধুনীয়া লাগিছে শোভনাক। হাঁহিলে অদ্ভুত ধৰণে খেলি যায় শোভনাৰ চকু দুটা যেন যাদু কৰিয়াই লৈ ফুৰে চকু দুটায়ো, হাঁহিলে শোভনাৰ সমান সমান বগা দাঁতবোৰ সাগৰৰ বালি চৰৰ দৰে লাগে। শোভনাক দেখিলে যিকোনো পুৰুষৰে এটাই হাবিয়াস হ'ব পাৰে— চুই চোৱাৰ হাবিয়াস– কেৱল ভালকৈ চুই চোৱাৰ হাবিয়াস।

অশোকে শোভনাৰ চকুলৈ চাই চাই কিতাপবোৰ আলোচনীবোৰ আগ্ৰহৰে হাতত লোৱা যেন দেখুৱালে,— চব পাহৰি গৈছে সি এই সময়ত; পাহৰি যাব পৰা হ'লে ভাল আছিল সি, শোভনা-তাৰ সম্পৰ্কৰ, তাৰ আশ্ৰয় দাতা ঘৰখনৰ কথা।

বাই বাই টিউচনলৈ যাওঁ।

ওহো এনেকৈ নহয়, হাতখনত ধৰি তাই অশোকে হেণ্ডচেক এটা দি দিলে— বন্ধুৰ হেণ্ডচেক এইটো—

শোভনাই হাতত বেগটো লৈ ওলাই গ'লগৈ টিউচনলৈ।

চকীখনত শিল পৰা কপৌৰ দৰে বহি পৰিল অশোক। পুখুৰীত শিলগুটি দলিওৱাৰ দৰে অলপ দিনৰ বাবে ভাল হৈ থাকিব খোজা অশোকক জোকাৰি দিলে শোভনাৰ হেণ্ডচেকটোৱে- গাখীৰৰ দৰে কোমল হেণ্ডচেক ..........

কলপুলিয়ে দিয়া হেণ্ডচেক ................

কুমাৰী ফুলকলিয়ে দিয়া হেণ্ডচেক।.....

অশোকৰ ডেকা তেজবোৰ উঠলি উঠিল। কিমান সৰু হ'ব বাৰু শোভনা মোতকৈ?

সি ভাবিলে।

এঘাৰ বছৰ, বাৰ বছৰ, তেৰ বছৰ বা চৌধ বছৰ।

কিতাপজাপ, শোভনাই দি যোৱা কিতাপজাপ হাতত লৈ অশোক সোমাই গ'ল বেড ৰুমলৈ— একাষে ৰুণৰ টেবুল, ড্ৰেচিং আইনা, শোভনাই পৰিপাটিকৈ থৈ যোৱা আলনাৰ কাপোৰবোৰ আৰু বগলীৰ পাখিৰ দৰে বগা দেউতাকৰ বিছনাখন।

নিজকে মস্ত অপৰিপাটি যেন লাগি গ'ল তাৰ, অশোকৰ। বেডৰুমৰ দুৱাৰখন জপাই দিলে সি শব্দ নকৰাকৈ—

শোভনা টিউচনলৈ,

ৰুণ-ৰাজ খেলিবলৈ,

বাইদেউ স্কুললৈ,

ভিনদেউ, ভিনদেউ মিটিঙলৈ।

বিছনাত পেটটো পেলাই, ৰেডিঅ'টো পকাই পকাই সি হিন্দী গীত কেইটামান শুনিবলৈ চেষ্টা কৰিলে—

দিনবোৰ দীঘল হৈ গৈছে অশোকৰ। ঘণ্টাবোৰ-সময়বোৰো।

থিল নথকা জীৱনটোলৈ তাৰ নিজৰে পুতৌ উপজিল। পুলিচৰ ভয়ত হাবিয়ে-বননিৰে পলাই ফুৰাৰ থিল। চেপি-চেপি গুৰি কৰি নাৰী দেহৰ সোৱাদ লোৱাৰ থিল।

আলনাৰ একাষে ওলোমাই থোৱা বেগটোৰ পৰা সন্তৰ্পনে সি 'My My' নামৰ নিষিদ্ধ আলোচনীখন উলিয়াই আনিলে—

কামাতুৰ পুৰুষ আৰু নাৰীৰ ছবি।

এইয়া এইটো গুলপীয়া নিপোল—

এয়া এয়া ঘন হাবিৰে আগুৰা নাৰীৰ দেহৰ গোপনীয়া অংশ

আহ্ কামনাই দগ্ধ কৰি পেলালে অশোকৰ শৰীৰ—

কিমান দিনযে নাৰীৰ সংগ পোৱা নাই সি? গাঁৱৰ পৰা আহিব লগা জেঠায়েকৰ ল'ৰাকেইটাৰ খবৰ নাই, সিহঁতক লৈ এদিনৰ বাবে পলাই গাঁৱলৈ যাব লাগিব।

গাঁৱৰ গাভৰু আৰু গাঁৱৰ লাও পানী— চেক্সি কম্বিনেশ্বন।

উ—উ—উ—উ———

জীৱন লালসা বাঢ়ি গৈ থাকিল অশোকৰ—

গাৰুটো টান কৈ বুকুত লৈ অশোকে কল্পনা কৰি পালে এটা নাৰীৰ গাভৰু দেহ কাৰ কাৰ শৰীৰ সেইটো? জুৰিৰ?

নে গাঁৱৰ মাত্ৰ কেইটামান নিশাৰ বাবে পোৱা ছোৱালীবোৰ, নে বাই নামৰ বেশ্যাজনীৰ? — ৪৫ বছৰীয়া।

ওহো শোভনা! শোভনাৰ শৰীৰৰ— অনাঘ্ৰাত শোভনা।

কোনে, কোনে প্ৰথমেই পাব শোভনাক? কোনে প্ৰথমে স্পৰ্শ কৰিব তাইৰ কলডিলীয়া দেহা? আহ্—

অশোকে বিছনাত গাৰুটোৰ সৈতে বাগৰ সলায় ল'লে, সন্মুখত এয়া জণ্টীবাৰ,

জণ্টীবাৰ 'My My' নামৰ নিষিদ্ধ আলোচনীবোৰৰ নামী মডেল। জণ্টীবাৰৰ ছবিখনত তাৰ ডাঠ ওঁঠ কেইটাৰে চেলেকি গ'ল অশোকে—

প্ৰথমতে ওঁঠ

তাৰপাছত জণ্টিবাৰৰ স্তন

তাৰপাছত নিতম্ব

তাৰপাছত উৰু

তাৰপাছত ...... ।

জীৱনটোত আছেনো কি? ঘন ঘনকৈ উশাহ সলাই গাৰুটো হাতকৰা এৰি দিলে অশোকে।

নাৰীসংগ নোপোৱাসকলৈকে নিজেই নিজৰ শৰীৰৰ ভোকাতুৰা খাদ্য হ'ব লাগিব।

শোভনাই দি যোৱা উপন্যাসবোৰৰ পাতবোৰতো তাৰ my my ৰ পাত নহয়।

জীৱনক ইমান ছিৰিয়াছলি নলয় সি।

কিন্তু শোভনাক সেইয়া সি ক'ব নোৱাৰিব কেতিয়াও .....

টক্ , টক্, টক্, টক্......

সেয়া কোনোবাই দুৱাৰত টোকৰ মাৰিছে।

লৰালৰিকৈ বেগৰ ভিতৰত আলোচনীখন ভৰাই, অশোক ভয়ত কঁপি উঠিল।

পুলিচ নহয়টো? যদি পুলিচে লৈ যায় তাক। দুৱাৰখন সাৱধানে খুলি অশোকে খিৰিকীয়েদি মূল দুৱাৰলৈ চাই, স্বস্তিৰ উশাহ এটা ল'লে।

অ' বাইদেউ। ৰ'ব মই টোপনিয়েই গৈছিলো, খুলি দিলে অশোকে দুৱাৰখন, হাতত বাদাম আৰু বুটৰ পেকেট দুটা লৈ সোমাই আহিল ক্লান্ত শোভনাৰ মাক।

কি এয়া? মোনাটোলৈ চকু দি সুধিলে সি।

কি আৰু; তই যে কৈছিলি এক্সাৰচাইজৰ পিচত তই খাব তোৰ বাদাম আৰু বুট। মৰমত কৈ উঠিল মাকে।

অশোকৰ মাজত যেন হেৰোৱা কুম্ভিৰাজন বা টিপুলক বিচাৰি পাইছিল মাকে।

❑ ❑ ❑

# ৰংমহল

"সকলো মানুহৰে হৃদয়বোৰ দুখৰ একোটাইত ভৰাঁল। কাপোৰৰ মাজেৰে উলংগ শৰীৰটোৰ ভিতৰত ধুক ধুক কৰি থকা কলিজাখশুত বিয়পি থাকে সকলোৰে একধৰনৰ মানসিক নিৰাপত্তাহীনতা। ইয়াৰেপৰাই সৃষ্টি হয় অতিমাত্ৰাই সন্দেহ কৰাৰ একধৰণৰ বেমাৰ।"

অভিনেত্ৰীয়ে অভিনেতাজনক উদ্দেশ্যি কৈ গ'ল দৰদী হিয়াৰ শব্দবোৰ, কথা কৈ থাকোতেই অভিনেত্ৰীয়ে অভিনেতাজনলৈ চাই আঠুকাঢ়ি দিলে, অভিনেতাৰ হাতখন হাতত তুলি লৈ অভিনেত্ৰীয়ে এইবাৰ চকুলোৰে দুগাল তিয়াই দিলে.............

'ৰংমহল'ৰ হাউছফুল দৰ্শকৰ শাৰী পূৰাই প্ৰথম ছিটত বহি আছিল শোভনাৰ দেউতাক, মাক, অশোক, ৰাজ আৰু শোভনা। অশোকৰ এই টাউনখনত সম্পূৰ্ণ এমাহ হ'ল তাৰিখৰ জোখেৰে আজি।

শোভনাৰ দেউতাকেই লৈ আহিছিল অশোকক, বাহিৰলৈ ওলাবলৈ ভয় কৰা অশোকক অভয় দি তেওঁ বাৰে বাৰে কৈ পতিয়ন নিয়াইছিল।

এইখন মোৰ চহৰ, মই হৈছো ৰিপৰ্টাৰ, পুলিচৰ কামকাজ মোৰ নখ দৰ্পণত, তোমাক কোনেও নোম এডালকে লৰাব নোৱাৰিব হে। ব'লা, মই ৰিস্ক লৈছো তোমাৰ, এমাহ আছা নহয়, গম পোৱা নাই হ'বলা , মই কোন মানুহ।

অশোক মান্তি হৈছিল 'ৰংমহল'ত নাটক চাবলৈ যাবলৈ, নিজেই যে ইমান ভয় কৰে সেয়াটো দেখুৱাব নোৱাৰি, কোনেও নেদেখাকৈ পেটৰ পেণ্টত খুচি লৈছিল সি তাৰ ৰিভলভাৰটো।

পুলিচে গণ্ডগোল কৰিলে, পলাম। ভাবিছিল সি, হালধীয়া ৰঙৰ চাৰ্ট আৰু ক'লাৰঙৰ এটা জিনছ আৰু মূৰত অভ্যাস নাথাকিলেও আধা কপাল ঢকাকৈ টুপি এটা পিন্ধি লৈছিল সি।

এটা সময়ত শ্ব' শেষ হোৱাৰ পাছত গুৰি পৰুৱাৰ দৰে ৰং মহলৰ বাহিৰলৈ ওলাই অহা দৰ্শকবোৰৰ ভিৰৰ মাজেদি শোভনাৰ হাত এখন ধৰি অশোক ওলাই আহিছিল।

ওহ্, চাবি শোভো! ৰংমহলৰ তলৰ ওখ চিৰি এটালৈ চাই সাৱধান কৰি দিছিল অশোকে— তললৈ চাবি।

দৰকাৰ নাই। ৰংমহলৰ চিৰিৰ পৰা বেৰত ওলমি থকা মহ-ডাঁহবোৰেও মোক চিনি পায়।— গৌৰৱত কৈছিল তাই।

সৰুৰেপৰা ৰংমহলত কিমান বাৰ যে নাটক কৰিছো, নাচিছো, তৰ্ক কৰিছো, পুৰস্কাৰ পাইছো। ৰংমহলক লৈ কিমান যে মোৰ গল্প আছে, সৰুৰেপৰা আনকি পাপাৰ লগতো মই ড্ৰামা কৰিছো। গাঁওবুঢ়া— নাটকখনৰ নাম আছিল।

আপুনি নাজানে? পাপা খুব ভাল এক্টৰ আছিল আৰু সেইকাৰণেই মই ভাল অভিনেত্ৰী।

অশোকে বৰ বেছি মন নকৰিলে শোভনাৰ কথাবোৰ, চাৰিওফালে খাকীৰঙৰ ইউনিফৰ্ম পিন্ধা মানুহ দেখাৰ ভয় এটাই তাক কাবু কৰি ৰাখিছিল।

ৰংমহলৰ পৰা ওলাই লৈয়েই আন্ধাৰখিনিত থিয় হৈ অশোকে পিছলৈ চাই মাত লগালে।

আহক ভিনদেউ।

বাইদেউ ক'ত? ৰাজ?

আহি আছে সৌৱা,

ভাল লাগিল খ' চাই।

একটিং মানে, এই মীনাকুমাৰীৰ লগত কোনেও ফেৰ মাৰিব নোৱাৰে বুজিছা।

এতিয়া আকৌ মীনাকুমাৰীজনী ক'ৰপৰা আহিল? ঈৰ্ষাজড়িত মাত এটাৰে মাকে ক'লে।

মীনাকুমাৰীৰ আচল নাম আছিল— মেহজবিন আৰু মেহজবিন চিনেমালৈ আহি হৈ গ'ল "মীনাকুমাৰী" বিয়া হ'ল কমল আমোৰোহীৰ স'তে। পিছফালৰ পৰা শোভনাই দেউতাকক উদ্দেশ্যি কৈ গ'ল দেউতাকৰ সুৰত সুৰ মিলাই।

কেনেকৈ জানিলি?

কিয় আইতাৰ ঘৰত বহুত বছৰৰ আগতে টিংকুমামাৰ ৰুমত মীনাকুমাৰী পড়ি কান্দি থকা নাছিল?

(আন্ধাৰত দেউতাকৰ নাকৰ পাহি দুটা ফুলি উঠা শোভনাই মন কৰিলে।)

অতি আবেগত দেউতাকৰ এই অভিব্যক্তিয়ে শোভনাক বেলেগ একধৰণৰ পৰিতৃপ্তি দিয়ে, মাকৰ ভাৱলেশহীন মুখখনৰ বিপৰীতে দেউতাকৰ এই মুখখনে শোভনাক জীৱনৰ পৰা বহুত কিবা কিবি বিচাৰিবলৈ প্ৰেৰণা যোগায়। এই নাকৰ ফুলিউঠা পাহি দুটা চাবলৈকে শোভনাই পৃথিৱীৰ সকলো ভাল কামেই কৰিব পাৰে, যিকোনো কষ্টও কৰিব পাৰিব তাই— জীৱনৰ যিকোনো হাবিয়াস, নিজৰ ভাললগাবোৰো তীব্ৰবেগত হেচি ৰাখিব পাৰিব তাই।

সদায় যে কথাৰে মনৰ ভাব বুজাই দিব লাগে, তেনেধৰণৰ কথাও নাথাকে, মানুহৰ মুখ চায়েইতো কৈ দিব পাৰি, আকাশ চাই কৈ দিব পৰা বতৰৰ দৰে, ভিতৰৰ মানুহবোৰৰ কথা।

...... টুকুৰা টুকুৰ কথা পাতি খোজকাঢ়ি গৈ থাকিল, সকলো। ৰংমহলৰ পাছত দীঘলীয়া চাৰিআলিটো, তাৰ পাছত, স্কুলখন, তাৰ পাছত বাঁওহাতে কেঁকুৰীটো আৰু সিহঁতৰ ঘৰটো।

ইতিমধ্যে কিছু কিছু মাটিত মানুহে ঘৰসজা কাম আৰম্ভ হৈছেই-- অথচ দুটা বছৰৰ আগেয়ে বিশাল পথাৰখনত একমাত্ৰ শোভনাইঁতৰ ঘৰটোৱেই ঘৰ আছিল। এতিয়া বহুত ঘৰ হ'ল।

কুট্টিৰাজনে পকাঘৰটোৰ পাইখানাৰে টেংকিটো শোভনাইঁতৰ দুৱাৰ মুখতেই সজালে।

বিশাল পথাৰখনত, শোভনাইঁত উশাহ নোহোৱাকৈ গাঁতৰ পৰা ওলাই গাঁতত সোমোৱা এন্দুৰৰ দৰে সোমাই থাকিব লগা হ'ল।

দুয়োফালে দুটা ঘৰৰ মাজত সিহঁতৰ ঘৰটো।

গিৰিপথত সিহঁতৰ ঘৰ— ঘৰটোলে সোমালেই যেন ঘৰখনৰ আটাইবোৰ প্ৰাণীৰে মূৰবোৰ উতলা গৰমপানী হৈ যায়। কোনেও কাৰো কথা নুশুনে। কোনেও কাৰো দুখ নুবুজে। কোনেও কাৰো কথা বুজিবলৈ চেষ্টা নকৰে। ওজৰ আপত্তি। "মোৰ নহ'ল আৰু" "আৰু নহ'ব আৰু"। নিৰাশজনক এই অবস্থাটোত আশাৰ পতাকাখন সপোনত উৰুৱাই ধৈৰ্য্য ধৰি থাকিব লাগে প্ৰাপ্তবয়স্ক প্ৰাণীৰ দৰে তিনিটা জীৱন নেদেখা প্ৰাণীয়ে জীৱন কি ভালকৈ নাজানে।

শোভনা—

ৰুণ —

ৰাজ—

০০০ ইতিমধ্যে বাঢ়ি থোৱা ভাতবোৰ মাকে অশোক, ৰুণ আৰু শোভনাৰ বাবে টেবুলতেই উলিয়াই দিলে—

মাক, দেউতাক আৰু ৰাজে পাকঘৰতেই খাব।

মা, এইটো কাৰ মাংসৰ বাতি?— ৰুণৰ মাংসৰ বাতিটোলৈ আঙুলিয়াই শোভনাই খঙত সুধিলে।

ৰুণৰ। কিয়?

ৰুণক কিয় বেছি মাংস দিছ? আৰু মোক দিছ এটুকুৰা কমকৈ।

এহ্, মই জুখি থকা নাই আৰু খা, খা, বৰ জেদ ধৰি থাক। সকলোৰে পৰাই খালি-টেন টেনাই থাক। এতিয়া মনে মনে থাক।

শোভনাৰ মাতটো এইবাৰ কঠোৰ আৰু বেছিকৈ ওলাই গ'ল—

তই সদায় এনেকুৱা কৰ মা, ঠাণ্ডাকালি ৰুণে তিনিদিন গা নুধুলেও তই একো নকৰ। ৰুণক মোতকৈ বেছি গাখীৰ দিয়, ৰুণে পঢ়াত লাড়ু পালেও তোৰ গালি নুশুনে। মোক তই শত্ৰুৰ দৰে গালি পাৰ, চব কথাতে—মই ঘৰ চব চফা কৰি থও, তই মনেই নকৰ, তোক মই সন্তুষ্ট কৰিবই নোৱাৰো।

কিয় কিয় তই ৰুণক ইমান বেছিকৈ মৰম কৰ? কিয় কিয় মোক তই শত্ৰুৰ দৰে ব্যৱহাৰ কৰ। ল'ৰা কাৰণে নহয় ৰুণ?

নাখাও তোৰ ভাত। ভাতখিনি থেকেচা মাৰি শোভনা উচাট মাৰি গুচি গ'ল ভিতৰলৈ।

মাকেও সমানে বকি থাকিল।

বেছি কৰিবলৈ আহিছে, এনে একেবাৰে নিজৰ ধুনীয়া চেহেৰাটো লৈ অহংকাৰ তাইৰ। চববোৰ হৈছে দেউতাকৰ কাৰণে। তাইক লাই দি দি সকলোৰে পৰা, জেদী, অহংকাৰী কৰিছে।

মোক আকৌ কিয় টানিছ। খোৱা পাতৰে পৰা দেউতাকে মাত লগালে।

নাটানি কি কৰিম? কি কৰিম?

সকলোৰে পৰা কোলাত লৈ লৈ ঘৰৰ কাম-বন নকৰাই নকৰাই এতিয়া লাট চাহাবৰ জীয়েক হৈছে নহয়। চাম মই, কি তৰায় জীয়েৰে। এহ্ চুপ থাক। মুখখন ধুই, খোৱাটেবুলত বহি থকা

অশোকৰ ফালে চাই দেউতাকে সামান্য হাঁহি ক'লে।

দেখিছা নহয়, অশোক? মাক জীয়েকৰ দন্দ।

ভিতৰৰ পৰা শোভনাই আহি দেউতাকৰ ডিঙিত ধৰি কান্দি কান্দি ক'লে—

পাপ্পা, মায়ে মোক কিয় ইমান বেয়া ব্যৱহাৰ কৰে ইমানকৈ, মা মোৰ মাহীমা নেকি? নিজৰ মা নহয় নেকি?

কি কলি, মাহীমাক মই ৰাতিপুৱাৰ পৰা গেবাৰি খাটি থাকিব লাগে; লাটচাহাবৰ দৰে খালি স্কুল, ঘৰ আৰু কিতাপ, সহায় নায়েই।

কি? কি সহায় কৰিম মই? পাকঘৰলৈ যাব নোৱাৰো, ভাত বনাব নোৱাৰো, তোৰ নিয়ম-কানুনৰ বাবে, গা-নুধুলে পাকঘৰলৈ যাবলৈ নিদিয় কিন্তু কণক কিয় দিয়? তই মোৰ মাহীমাৰ দৰে।

শোভনাক একচৰ সোধাই দিলে মাকে। কান্দি কান্দি শোভনা আকৌ ভিতৰলৈ গৈ বিছনাখনত বহি পৰিল।

গুচি যাম মই, এইখন ঘৰ নেকি? ঘৰ নেকি এইখন, খালি দন্দ, কাজিয়া, হুলস্থুল মাকৰ মৰম নথকা ঘৰ ঘৰ নেকি? গুচি যাম মই, হে ভগবান মোক কটনৰ হোষ্টেলত থকাকে ফাৰ্ষ্ট ডিভিজন এটা দিয়া, নহ'লে মই মৰি থাকিম আৰু দুবছৰ এইখন ঘৰত থাকিলে মই মৰি ভূত হৈ যাম। কান্দি কান্দি নিজকে কৈ থাকিল শোভনাই। হঠাৎ কাৰোবাৰ হাতৰ স্পৰ্শ এটা দুবাহুত অনুভৱ কৰিলে শোভনাই মুখখন তুলি চালে তাই।

অশোক মামা।

মোৰ মৰমৰ শোভাজনী। শোভনাৰ থুতৰিতটোত ধৰি আলফুলে তাইৰ চকুপানীবোৰ মোহাৰি দিলে অশোকে।

কান্দিব নাপায় নহয়, মই আছো নহয়? মই তোক মৰম কৰো নে নকৰো?

কৰো নে নকৰো?

কৰো নে নকৰো?

Yes or no?

Yes or no?

শোভনাই মুৰ দুপিয়ালে।

Yes যদি? কন্দাতো No হ'ব? আৰু জীৱনত যাতে তোৰ চকুপানী মই নেদেখো, তই নাজান এৰো; তোৰ চকুপানী তোৰ মানুহজনীৰ লগত একেবাৰে নুগুৱায়, একেবাৰে।

আহ্, এতিয়া ভাত খাব লাগে। শোভনাৰ কঁকালত লাহেকৈ ধৰি অশোকে তাইক টেবুলত বহুৱাই দিলে, থাল এখনত নতুনকৈ ভাত অলপ লৈ অশোকে শোভনাক খুৱাই দিবলৈ লৈছিল। শোভনাই বাধা দিলে—

ওহো মই নিজেই খাম।

চাই থাকিল চকুৰ পানীৰে তিতি থকা কোমল মুখখন অশোকে। শোভনাক চাই থাকোতে

তাৰ অদ্ভুত মৰম লাগি গ'ল তাইলৈ— মৰম আকলুৱা জীৱ।

মৰম আকলুৱা জীৱ এই শোভনাজনী, অশোকে বুজি পালে। বাকী কিতাপৰ কথাবোৰ, তাইৰ গহীন গহীন কথাবোৰ, চব্ মিছা। সামান্য গালি এটাই থকা সৰকা কৰা এইজনী ছোৱালীৰ অন্তৰখন ছাঁগে কপৌ চৰাইৰ দৰে কোমল। কোলাত বহুৱাই মৰমৰ চুমাৰে ওপচাই দিবলৈ মন গ'ল অশোকৰ তাইক।

থেংক ইউ। শোভনা খোৱা টেবুলৰ পৰা উঠিল।

কিহৰ বাবে?

মোক ভালকৈ কথা কোৱাৰ বাবে। নহ'লে মোৰ ঘৰখনৰ প্ৰাণীবোৰে ভালকৈ কথা কবলৈ পাহৰি গৈছে। মোকতো মায়ে ঘৰৰ সকলো অনৰ্থৰ মূল বুলিয়েই ভাৱে। সেইকাৰণে ৰুগ্ন দিনে দিনে উদগু হৈ গৈছে। ওভতাই কথা কয় সি মোক, পাপাক। মাৰ বাহিৰে কাকো কেয়াৰ নকৰে সি, চবতো দেখিছেই লুকুৱাবলৈ কি আছে। গুড নাইট।

শোভনা গুচি গ'ল শুবলৈ।

অশোক শুবলৈ গ'ল। আচৰিত ছোৱালী এইজনী। হঠাৎ দুৰ্বল, মিনিটতে সবল কৰি লয় নিজকে, সি ভাবিলে; ভাবি ভাবি বিছনাখনতে বহি পৰিল সি। শোভনাৰ মাকলৈ অপেক্ষা কৰি। অইন দিনাৰ দৰে মুখত তামোল এখন ভৰাই, দিনটো কামত ব্যস্ত মানুহগৰাকী তাৰ ওচৰত চকীখনত বহিল গাটো সামান্য হলাই দি, অশোকলৈ চালে তেওঁ (সম্মুখত কুট্টিৰাজন বহি থকাৰ দৰে লাগিল তেওঁৰ..।)

- অশোক; শোভনাজনী দিনে দিনে খিংখিঙীয়া হৈ গৈছে, মনৰ কৰবাত ছাঁগে মামাক মাহীয়েকহঁতৰ পৰা দূৰত থাকি তাই বেয়া পাইছে। সকলৰে পৰা বৰ আদৰত ডাঙৰ হৈছে তাই। তাই বেয়াও নহয়, মাত্ৰ বৰ জেদী, নকৰো বুলিলে নকৰেই একো। বুজাবলৈ বাট নাৰাখে।

বাইদেউ, তাইক মৰমত কথা ক'ব। তাই শুনিব। অশোকে ক'লে।

তামোল চোবাই চোবাই মাকে কৈ থাকিল। তাইক কম কষ্টত ডাঙৰ কৰিছোনে মই। দেউতাকতো সন্যাসীৰ দৰেই, জয়পুৰৰ বাংলোত তাইক মোৰ ভণ্টীজনীয়েই ডাঙৰ কৰা, আয়া ৰিক্সাবালা, এইবোৰেই তাইক ডাঙৰ কৰিলে। বাপেকৰো ভুল আছে। তাইক কেৱল কিতাপকেই ভাল পাবলৈ শিকালে। ছোৱালীয়ে শিকিব লগা, জানিব লগা একো কামেই তাইক আমি নিশিকালো— পঢ়ক তাই। ময়ো বিচাৰো দেউতাকে বিচৰাৰ দৰে তাই আই. এ. এছ পাওক। কিন্তু তাইৰ এই খং আৰু জেদেৰে তাই কি কৰিব মই নাজানো। একো বিশেষ দিব নোৱাৰিলেও অভাৱ আৰু কষ্ট দিয়া নাই সিহঁতক। তাকে নুবুজিলে বৰ বেয়া লাগে অ'।

যাওক বাইদেউ শুই থাককগৈ, মই আছো নহয়, মই আছো নহয়, কুট্টিৰাজন, টিপলু, সিহঁত নাই কি হ'ল। মই আছো, কিয় মই জানো ভাই নহয় আপোনাৰ।

অশোকৰ কথাখিনিয়ে সকাহ দিলে মানুহগৰাকীক—

*০ ০ শোভনাৰ টোপনি ধৰা নাছিল। বহুত দিনৰ মূৰত তাইক কোনোবাই ন চকুপানী মোহাৰি দিলে।*

অশোকক প্ৰথমবাৰৰ বাবে তাইক ভাল লাগি গ'ল। আৰু যে ক'লে মই থাকোতে তই কেতিয়াও নাকান্দিবি। এয়াওতো তাইক আগতে কোনেও কোৱা নাই।

আপোন বন্ধু যেন লাগি গ'ল তাইৰ অশোকক— কেতিয়াবা স্পৰ্শয়ে আচৰিত ধৰণেৰে সাহস দিব পাৰে মানুহক। কিমান দিন যে মৰমৰ স্পৰ্শ পোৱা নাই তাই? এই মৰমৰ কাৰণে অন্তৰপৰা।

মৰমৰ স্পৰ্শৰ দামবোৰ কমি গৈছে। কিন্তু কোনেও কিয় ভবা নাই সৰুকালৰ শোভনাজনীৰ অভ্যাসবোৰতো একেই আছে।

মৰমে বাউল কৰাৰ কুমলীয়া অভ্যাস।

বিছনাৰ পৰা সন্তৰ্পনে উঠি আহি শোভনা পঢ়া টেবুলত বহিল কলমটো বেগৰ পৰা উলিয়াই কবিতা এটা লিখিবলৈ ল'লে তাই।

"ক'ত থাকিলে পোহৰ হ'ব মোৰ
হিয়াৰ ৰহঘৰা,
ক'ত থাকিলে পোহৰ আহিব
সিপাৰৰ পৰা
ক'ত থাকিলে শিল হৈ বাগৰি পৰিব,
মোৰ হিয়াৰ ভিতৰত মৰমৰ টুকুৰা
আচাৰি আচাৰি বুকুত বাগৰি পৰিব ফলগুৰ ধাৰা।

কুট্টিৰাজনহঁতে গণ্ডগোল কৰাৰ পাছত অশান্ত মনটোক মাজে মাজে বুজাই থাকিব লগা হয় তাই, হতাশাবোৰকো— ডায়েৰীখন উলিয়াই এফালৰ পৰা পঢ়ি গৈ থাকিল তাই—

'প্ৰতিকূল পৰিস্থিতিত জয়ী হোৱাজনহে সাহসী। যাৰ কোনো নাই তাৰ ভগৱান আছে' - টুকাৰাম।

স্বৰ্গ যদি আছে তেনেহ'লে থাকিব নিজৰ মাজতে, ইয়াতে
শোভনা শান্তি নিজৰ মাজতে থাকে
শোভনা স্বৰ্গ নিজৰ মাজতে থাকে।
আৰু স্বপ্ন আৰু বাস্তৱৰ মাজত এডাল সাধাৰণ সূতা থাকে সহজ সাকো,
শোভনা পঢ় আৰু গুচি যা দিগন্তলৈ
এইখন পৃথিৱীত আয়ুস বেছি নাই তোৰ
গুচি যা, তোৰ সপোনৰ পিছে পিছে
শোভনাৰ অন্তৰৰ ঘণ্টাটো বাজি উঠিল — - টিং টং
তেতিয়াও শোভনাৰ বাহুদুটাত লাগি থকা অশোকৰ স্পৰ্শটো মনত পৰি গ'ল তাইৰ।
নতুন বন্ধুৰ স্পৰ্শ।
হাতেৰে ছুই চালে তাই কোমল কপাহৰ দৰে বাহুটো।
এনেয়ে এবাৰ! ...............

□□□

# সেই প্ৰেম

অভিলাষে শোভনাৰ চকু দুটালৈ চালে, শব্দই ভিৰ কৰিছিল তাত, ঘটনাই মানুহক আবৰি ৰাখেই, ডাঙৰ কথা নহয় ; কিন্তু ঘটনাবোৰ বুকুৰ অনুভূতিৰে আৰ বেৰ নৰখাকৈ, কোৱাটোও ডাঙৰ কথা, ঘটনাবোৰৰ সৰু সৰু মুহূৰ্তবোৰেৰে নিজক কঢ়িয়াবলৈ দিয়াটোও ডাঙৰ কথা;

শোভনা, — মই শুনা মতে, কলেজতেই তোমাৰ সংঘাট আৰম্ভ হৈছিল, অভিলাষে শুধিলে,

ওঁ, সংঘাটেইটো জীৱন আছিল — কিন্তু কলেজৰ সংঘাটোবোৰ আছিল নিৰ্মম, এখন বেলেগ জগতত ভৰি দিছিলো মই ইৰ্ষাকাতৰ দুঠেঙীয়া প্ৰাণীৰে ভৰ্তি জগতত, য'ত সৰু ঠাইখনৰ একছত্ৰী সম্ৰাজ্ঞী মই সঁচা মানুহ বিচাৰি হাঁহাকাৰ কৰিব লগা হৈছিল,

হোষ্টেলত দুজনীমান চিনিয়ৰে 'মোক অহংকাৰী শোভনা' বুলি ব্ৰেণ্ডেড কৰি দিয়াৰ পাছত মোক লৈ এমাহৰ ভিতৰতে দুটা দল হৈ গৈছিল —

For Sobhana!

Anti Sobhana!

কিন্তু কলেজততো তুমি অনন্য আছিলা? তোমাক চাবলৈ চাইন্সৰ ক্লাচ বাংক কৰা ল'ৰাবোৰৰ ভিতৰত মইয়ো আছিলো অভিলাষে হাঁহি মাৰি ক'লে —

কি........ই..........কি............ই........... মোক চাবলৈ ক্লাচ বাংক কৰিছিলা? শোভনাৰ ভাল লাগি গ'ল। আচলতে খ্যাতি আৰু পপুলাৰিতি এই দুটা মোৰ গাৰ লগতে লাগি থকা শব্দ আছিল। মোৰ যিবোৰ গুণৰ বাবে টাউনখনৰ আটাইয়ে গৌৰৱ কৰিছিল, সেই গুণবোৰৰ বাবেই কলেজখনত, হোষ্টেলখনত ইৰ্ষাকাতৰ বন্ধু বান্ধৱবোৰ বৃদ্ধি হ'বলৈ ধৰিলে, — এটা সময়ত মোৰ উশাহ বন্ধ হোৱাৰ উপক্ৰম হ'ল। 'মানুহৰ ইমান ভয়ংকৰ ইৰ্ষাকাতৰ মাৰাত্মক ধ্বংসকাৰী ৰূপ' মই ক'তো দেখা নাছিলো। নতুনকৈ দেখিলো, নতুনকৈ চালো কি এইখন জগত? অসমৰ সকলো মেধাই উচপচপ কৰা কটন কলেজৰ দুৱাৰ খিৰিকিবোৰত দীঘলী পুখুৰী, ইঞ্জিনিয়াৰিঙৰ বি বৰুৱা, কমাৰ্চৰ মেডিকেল, আদিৰ গণ্ডাই গণ্ডাই, মোৰ বাবে— শোভনাৰ বাবে পাগল হোৱা, যুৱক বোৰলৈ, সিহঁতৰ অচিনাকী মুখবোৰলৈ ভালকৈ নাচাই, মই চালো এজন প্ৰেমিকৰ মুখলৈকে? অশোকৰ মুখলৈ।

: তেতিয়াতো মোক চোৱা হ'লেই অশোক কোনোতো সুৰুঙাইদি সোমাবই নোৱাৰিলোহেঁতেন। অভিলাষে ৰগৰ কৰি ক'লে শোভনাক—

শোভনাই অভিলাষলৈ এবাৰ চাই, অলপো উৎফুল্লিত অনুভৱ নকৰি কৈ গ'ল—

অভিলাষ, মানুহ দৰাচলতেই মৰম আকলুৱা প্ৰাণী, — কিছুমান মানুহক মৰমে এলেহুৱা

কৰি তোলে, তোমাৰ দৰে মানুহ এজন তেতিয়াহে পাই যোৱা হ'লে, জীৱনৰ বহুতো কথাই মই নজনাকে থাকি গ'লোহেঁতেন।

ডাঙৰ নহ'লো হেঁতেন মই। নবাঢ়িলোহেঁতেন মই! নাবাঢ়িলোহেঁতেন যদি জীৱনৰ কবলা সত্যবোৰ নাজানিলোহেঁতেন যদি মানুহ কেনেকৈ হ'লোহেঁতেন মই? সম্পূৰ্ণ মানুহ?

ঃ তোমাৰ এই গুণটোৱে মোক পাগল কৰি দিয়ে শোভনা Positive Thinking! জীৱনৰ সকলো যেন কেৱল ভালৰ বাবেহে হয়। অভিলাষে শোভনাৰ হাতখনত ধৰি চুমা খাই দিলে।

ঃ অভিলাষৰ হাতখনত ঠানকৈ মুঠি মাৰি শোভনাই নিজকে হলাই দিলে অভিলাষৰ কান্ধত—

কেতিয়াবা উপায়েই নাথাকে অভিলাষ। যিবিলাক মানুহক ভগবানে কেৱল যুঁজিবলৈকে পঠিয়াই সেইবিলাক মানুহৰ এটাই মূলধন থাকে, আত্মবিশ্বাস আৰু এইয়া তোমাৰ মোৰ মাজত সোমাই থকা Positive Thinking এ জীয়াই ৰখা ঠাই। 'সেই প্ৰমৰ' এইখিনা হ'ল প্ৰধান পৃষ্ঠা, মাজত একো নাই। একো নুসুধিবা মই শেষ নকৰালৈকে — কৈ উঠিল শোভনাই ।



# অন্য গ্ৰহ–অন্য প্ৰেম– অন্য প্ৰাণী

এখন মন্ত পথাৰত আচল উৰুৱাই থকা, এজনী সম্পূৰ্ণ বগা কাপোৰ পিন্ধা, গাভৰুৰ ফটো এখন ফ্ৰেমত বন্দী কৰিলে যেনেকুৱা লাগিব, এখন পাৰাপাৰ নথকা সাগৰত উটি থকা সৰু পালতৰা নাৱত গৈ থাকিলে কিমান অসহায় লাগিব, হঠাৎ অকস্মাতে ভালপোৱা মানুহজন নাইকীয়া হৈ গ'লে যিমান বেয়া লাগিব, আশে পাশে কোনো নাইকীয়া হৈ গ'লে যিমান শূন্য লাগিব তাতোতকৈ বেছি অসহায় লাগিছিল শোভনাৰ নিজৰে — সৰু ঘৰটোৰ, কুটিৰাজনৰ পৰ্ববোৰ, মা-দেউতাৰ দন্দবোৰ, এইবোৰত একধৰণৰ স্বচ্ছতা আছিল, শোভনাই ভাবিছিল, এইবোৰৰ একোটাইত দেখি পোৱা সত্য আছিল, আৰু এতিয়া এনেকুৱা লাগিছে যেন শোভনা হোৱাটোৱেই একধৰণৰ অপৰাধ, শোভনা ধুনীয়া হোৱাটো অপৰাধ, শোভনাৰ ধুনীয়া চুলিকোচা, ধুনীয়া চকু জুৰি, ধুনীয়া দাত দুপাৰি, ধুনীয়া মাতটো, আৰু অনবৰতে পুৰস্কাৰ পাই থকা স্বভাৱটোৰ প্ৰশংসা কৰিবলৈ কোনো নাছিল, নতুনকৈ শুনা পাইছিল হোষ্টেলত কিছুমান শব্দ নতুন শব্দ - ঈৰ্ষা, লেচবিয়ান, ফটো ৰোমান্স! বন্ধু কম আছিল শত্ৰু বহুত। নাম আছিল তাইৰ জেনিছ, জেনিছ গল্ডস্মিথ, ইংৰাজী আলোচনী এখনৰ এটা পৃষ্ঠাত "Want a penfriend" পোৱা বিজ্ঞাপনক সহাৰি জনাই শোভনাই চিঠি লিখিছিল জেনিছলৈ — প্ৰথম খন আছিল চুটি।

সৰল সহজ ইংৰাজীতে চিঠিৰে প্ৰকাশ কৰি গৈছিল জেনিছে তাইৰ আমেৰিকাৰ, চিকাগো নামৰ চহৰখনক তাই সৰু চহৰ বুলিছিল, চিঠিৰ, প্ৰশ্নৰ, শেষ নাছিল জেনিছৰ, কল্পনাৰ চকুৰে শোভনাই চাইছিল জেনিছক প্ৰথম বাৰতেই, শোভনাই জেনিছলৈ লিখিছিল,

'ফটো নপঠিয়াবা জেনিছ! আখৰবোৰৰেই মই তোমাৰ প্ৰতিমূৰ্তি এটা গঢ়ি ল'ম। জানানে, হিন্দু ধৰ্মত তেত্ৰিছ কোটি দেৱতাৰ মূৰ্তি বনাব জনা কাৰিকৰৰ দেশ এই ভাৰতবৰ্ষ।

জেনিছে হিন্দী শিকা আৰম্ভ কৰিছিল। মহাভাৰত আৰু ৰামায়নৰ শুদ্ধ হিন্দীৰ কিতাপ দুখন তাইলৈ পঠিয়াই দিওঁতে শোভনাই খৰচ হোৱা টকাবোৰ গোটাবলৈ এমাহৰ দুটা হৰলি' নোখোৱাকৈ আছিল।

জেনিছৰ গোট গোট আখৰৰ মাজত, শোভনাই প্ৰত্যয় বিচাৰি পাইছিল, অসাধু এমাহ ইৰ্ষাকাতৰ ছোৱালীৰ মাজত শোভনাৰ বাবে সাত সাগৰ তেৰ নদী পাৰ হৈ জেনিছেই হৈ পৰিছিল সেঁতু ....

কেনেকুৱা হ'ব বাৰু জেনিছ? কল্পনাৰ চকুৰে আঁকি আছিল শোভনাই জেনিছৰ ছবি। মাত্ৰ পাঁচ মাহ আছিল এই শব্দৰ সোঁত!

পাঁচ মাহৰ ভিতৰতে জেনিছে শোভনাক মুগ্ধ কৰি থৈছিল শব্দেৰে, প্ৰতিমাহতে শোভনালৈ পঠোৱা সৰু সৰু শস্তাৰেৰে এটা মাহত জেনিছে শোভনালৈ এখন স্কাৰ্ফ পঠাইছিল— গুলপীয়া বৰণৰ। এই গুলপীয়া বৰণৰ স্কাৰ্ফখনতে বৰষুণত তিতি তিতি তাই, লেটাৰ বক্সটোৰ পৰা লৈ আনিছিল এখন চিঠি?

জেনিছৰ মৰমৰ দেউতাকৰ — হেনৰিৰ!

"Your pen friend is no more, She met an accident and.........."

গুলপীয়া ৰঙৰ স্কাৰ্ফখনেৰে খামটো আৰু চিঠিখনৰ লগতে, জেনিছে দিয়া আটাইবোৰ চিঠি, শোভনাই, ব্ৰহ্মপুত্ৰত উটাই দিছিল।

কাকো নকলে জেনিছৰ কথা শোভনাই।

থিক কোনেও যেন নুবুজিব শোভনাই কি হেৰুৱালে। থিক, সেই মাটিৰ চপৰাৰ মাজত ট টকৈ জিলিকি থকা ভঙা ফ্ৰেমৰ দেউতাকৰ চশমাযোৰৰ দৰে, জেনিছৰ বাটলু গুটিয়া আখৰবোৰত কি ধৰণৰ এক আশাৰ-দুৰাশাৰ, স্বপ্ন বিষাদৰ ঢৌ আছিল কোনেও বুজি নাপাব—

.....মানুহে বুজি নোপোৱা বা নাপাব পৰা অনুভূতিবোৰ বন্ধ বাকচত সোমাই যোৱা পুৰণি কাপোৰৰ দৰেই বন্ধ কৰি ৰাখিব লাগে, মন গ'লে তলা খুলি লিৰিকি বিদাৰি চাব লাগে, পুনৰ বন্ধ কৰি থব লাগে বাকচত। চকুপানী নোলোৱাকৈয়ো হৃদয়ে কেতিয়াবা কান্দি থাকে। কুট্টিৰাজনহঁতে বিধ্বস্ত কৰা মনতো, সেই ঘটনাবোৰ, কাঁহৰ বাতিৰ ক্ষীণ সুৰৰ দৰে এতিয়াও জন জন কৰি থাকে শোভনাৰ হৃদয়ত। হৃদয়ৰ অতল তলিৰ পৰা ঘনে ঘনে তাই এটাই শব্দ উচ্চাৰণ কৰে আজিকালি —

মানুহবোৰ কেনেকৈ ইমান নিৰ্দয় হ'ব পাৰে? কেনেকৈ নিজৰ স্বাৰ্থৰ বাবে মানুহে অহৰহ আনক আঘাট কৰিব পাৰে? শব্দৰ ঢৌ শব্দতে মাৰ যোৱাৰ দৰে, শোভনাৰ প্ৰশ্নৰ ঢৌ শোভনাতেই মাৰ যায়।

কাকো আমনি নিদিয়ে তাই আজিকালি,

আমনি দিবলৈইনো আছে কোন? কলেজ আৰু হোষ্টেলৰ দুৱাৰ খিৰিকিবোৰ?

শোভনাৰ মাজতে উক্ দিয়া ডিপ্ৰেচন নামৰ ব্যাধিটোৱে তাইক আকৌ ধাৰাশায়ী কৰি পেলালে।

উহ্ কাৰোবাক ক'ব পৰা হ'লে কথাবোৰ! কোনোবাই অলপকৈ বুজি পোৱা হ'লে মোৰ ভিতৰৰ অসহায় মইটোক কোনোবাই অলপ সময়ৰ বাবে এই দুঃশ্চিন্তাৰ বোজাতো কঢ়িওৱা হ'লে! কোনোবাই জেনিছৰ দৰে অলপ আশা দিয়া হ'লে—

গুছি অহা মোৰ দেশলৈ, পইচাৰ বাবে চিন্তা নকৰিবা, থকাৰ বাবেও, খোৱাৰ বাবেও ..............।

.....জেনিছ, জেনিছ, উচুপি উচুপি শুই পৰিল শোভনা, চকু দুটা মুদি শোভনাই কল্পনাৰ চকুৰে এবাৰ এবাৰ চাই গ'ল, তাইৰ ৰুমমেটবোৰক —

সৌ বিচনাৰ বাওঁফালে নিলাক্ষী, কথা একেবাৰে নকয়। ভৰি পথানত সেয়া বাসন্তী

কবিৰাজ, খালি পঢ়ি থাকে। দুয়োফালে পুবা-পশ্চিমকৈ কমা আৰু বেবী— জনজাতীয় ছোৱালী, জীৱনবোধ একেবাৰেই নাই।

আন্ধাৰত চকুৰ মণিবোৰত তাইৰ ভাঁহি উঠিল — ছোৱালীবোৰ পুনৰ, হোষ্টেলৰ মনিষা, জুলি, বিশাখা, নম্রতা......

ওহো কোনোবোৰ মুখেই চিনাকী নহয় — কোনোবোৰ মুখেই তাইৰ শুভাকংক্ষী নহয়।

চকু দুটা তাই আকৌ মুদি দিলে — এইবাৰ চকুৰ আগত তাইৰ ভাহি উঠিল এখন মুখ

অশোকৰ!

ও, আশাকৰো ক'ব পৰা যাব এইবোৰ। বুজি পাব অশোকে। ঘগহকে বিচনাৰ পৰা উঠি শোভনাই হাতৰ ওচৰতে থকা বহী এখনৰ পাত এখিলা ফালি, পঢ়া টেবুলখনৰ পৰা কলমটো লৈ, লিখিবলৈ বহিল,— অশোকলৈ এখন চিঠি । চিঠিখন ভাজ কৰি দিওঁতে শোভনাৰ হাতখন কঁপি গ'ল,—

জীৱনত প্রথমবাৰৰ বাবে ঘৰৰ বাহিৰৰ কাৰোবলৈ এনেকে চিঠি লিখিছে - ঘৰৰ বাহিৰৰ কোনোবা পুৰুষলৈ! এৰা, বন্ধুৱেইটো বিচাৰি থাকে তাই, চিন্তাত গধুৰ হৈ থকা, তাইৰ মনৰ কথাবোৰ পাহ পাহ কৰি খুলি দেখুৱাবলৈ, বন্ধু লাগে কথা ক'বলৈ

বন্ধু লাগে কথা বুজাবলৈ, কেৱল নিজকে বুজাবলৈ,

টং টং টং টং

০০০ হোষ্টেলৰ ৰাতিৰ খোৱাৰ বাবে মৰা ঘণ্টাটোৱে শোভনাক যেন টোপনিৰ পৰাহে জগাই দিলে।

জেনিছৰ মৃত্যুৰ পাছত দুদিন ভাত নোখোৱাকৈ থকা দুর্বল মনটো আৰু দুর্বল দেহাটো লৈ শোভনাই হাউচকোটটো সুমুৱাই ললে গাত। ঘৰত হ'লে হুলস্থুল লগাই দিলেহেঁতেন তাই।

ইমান সোনকালে কিয় ভাত দিছ বুলি মাকক ভেকাহি এটা মাৰিলেহেঁতেন, কিন্তু হোষ্টেলৰ এই নিয়মবোৰত তাই মাত দিব নোৱাৰে।

ঃ বল, বল শোভনা, আমি আহিলো। নিলাক্ষী আৰু বাসন্তী হাতত ধৰাধৰিকৈ ডাইনিং হললৈ বুলি ওলাই গ'ল।

হাতত গ্লাচটো আৰু চামুচখন লৈ শোভনা নামি থাকিল তিনিমহলাৰ পৰা দুই মহলা আৰু তলৰ ডাইনিং হল।

ডাইনিং হলত হৈ আছিল মনিষা আৰু পিয়ালি, চিনিয়ৰ, বেছি বেছি কৰা চিনিয়ৰ।

ঃ এই ছোৱালীবোৰ, কাইলৈৰ পৰা মাৰ্চপাষ্ট আৰম্ভ আৰু কালি কম নম্বৰ ৩০৪ত কোনে গান গাইছিল? এই বিন্দু, ৰঙা ৰঙৰ কাপোৰ নিপিন্ধিবা বুজিছা। তোমাক বান্দৰৰ দৰে লাগে.....।

নিলাক্ষীহঁতে তলমুৰ কৰি মনীষা, পিয়ালিহঁতৰ বৰ বৰ কথাবোৰ পাঁচটা মাহ শুনি আহিছে।

সদায় নতুন নতুন সিহঁতৰ ঠাট্টা কৰা কৌশল! আৰু শোভনা? কিহে পদ্মিনী কোলহাপুৰী, দুদিন বোলে ভাত খোৱা নাই, আহিয়েই প্ৰেমত পৰিবৰ হ'লনে?

ঃ হঠাৎ সদায় উঠাৰ দৰে উদণ্ড খং এটা উক্ দি উঠিল শোভনাৰ। সকৰে পৰাই ঠাট্টা বস্তুটো তাই একেবাৰে হজম কৰিব নোৱাৰে! আৰু এতিয়া, এইকেইদিন জেনিফৰ মৃত্যুয়ে তাইক কাবুও কৰি পেলাইছে — ডাৱৰৰ দৰে আন্ধাৰ হৈ পৰা তাইৰ মনটোৰ বুজ ল'বলৈ কোনো নাই। নাথাকক, কিন্তু এই ঠাট্টাবোৰ কিমান হজম কৰিব লাগিব?

ঃ হাতত থকা গিলাচটো শব্দ কৰি বেঞ্চত থৈ, ঠাট্টা কৰি হাউচকোটৰ পকেটত হাত ভৰাই, অদ্ভুত ৰাজকীয় ভংগীত বৈ থকা মনীষাৰ সমুখা সমুখিকৈ থিয় হ'লগৈ শোভনা, নিলাক্ষীহঁতে ভয়তে তলমুৰ কৰা শোভনাই দেখিলে, মনীষাৰ চকুত চকু থৈ শোভনাই, তাইৰ গহীন মাতটোৰে ক'বলৈ আৰম্ভ কৰিলে — "চাওঁক, ভাতৰ থাল আগত লৈ থকাৰ সময়ত ঠাট্টা কৰি কথা নক'ব," আমি চবৰোৰ ঘৰ এৰি পঢ়িবলৈ আহিছো, অলপ সপোন লৈ, অলপ সহায় লাগে, মৰমৰ মাত লাগে আমাক প্ৰেৰণাৰ বাবে, নতুন পৰিৱেশ, নতুন ঠাই, যোৱা কেবামাহো আপোনালোকক দেখিছো, কেৱল ঠাট্টা কৰে ছোৱালীবোৰক, কেতিয়া শেষ কৰিব এইবোৰ? আৰু যোৱা দুদিন মই ভাত খোৱা নাই। কিয় প্ৰেমত পৰিলেহে ভাত নোখোৱাকে থাকে নেকি? আজি — আজি শেষ বাৰৰ কাৰণে মই আপোনাক ক'লো, ......

মনীষাৰ ফালে খঙেৰে চাই শোভনাই আগৰবাৰতকৈ জোৰেৰে শব্দ কৰি চিঞৰি ক'লে, 'কাকো বেয়াকে কোৱাৰ অধিকাৰ আপোনালোকৰ নাই', "Enough is enough"!

কোনেও কাকো নামাতিলে, পিনড্ৰপ চাইলেঞ্চ...............

মনীষা, পিয়ালি, কোনেও একো নক'লে সেই দিনা,।

ভাত খাই সকলোবোৰ সুৰসুৰকৈ, নিজৰ নিজৰ কমলৈ বুলি গতি কৰিলে,—

নিলাক্ষী বৈ আছিল শোভনাহঁতৰ কমত, তায়েই প্ৰথমতে আৰম্ভ কৰিলে,—

'শোভনা কথাবোৰ কলি, সঁচা কথায়েই কৈছ! কিন্তু তই সাৱধান হৈ থাকিবি, মনিষা পিয়ালীহঁতৰ তাওতো অলপ বেছি। তোৰ শত্ৰু বাঢ়িব।

কমৰ এটা কোণৰ পৰা কপচিতাই এবাৰ কৈ উঠিল —

শোভনা তুমি অলপ বেছি বেছি কৰা!

কিয়? কিয় তেনেকৈ ক'লা। শোভনাৰ খঙে মুৰৰ চুলিৰ আগ পালেগৈ,

ঃ ক'মতো অথনি চিনিয়ৰক জোকাই ল'লা, পিছত আমাৰ কমটোকে বয়কট কৰিব?

কৰিলে কৰক! শোভনাই ক'লে, মইতো তোমালোকৰো ভালৰ বাবেই....

কপচিতাই এইবাৰ কথাৰ মাজতে দুৱাৰখন জোৰকে বন্ধ কৰি দি কৈ উঠিল — হৈছে শুই থাকা চব। কালিলৈ ইলেকচন আছে কলেজত।

০০০ গোটেই ৰাতিটো সাৰ পাই থাকিল শোভনা, ইলেকচন, স্কুলৰ কথাবোৰ টুকুৰা টুকুৰ কৈ মনলৈ আহি থাকিল তাইৰ।

'ওহো এইবাৰ চিলেকচন হ'ব, শোভনাই যাকে বিচাৰে তাকেই কৰা হ'ব G. S.। ইন্দিৰাগান্ধীৰ দৰে প্ৰিন্সিপাল বাইদেৱে থিয় হৈ কৈ আছিল ছাত্ৰীবোৰক ১২ বছৰৰ মূৰত স্কুলত নিৰ্বাচন পতা শোভনা নামৰ ফুকলীয়া ছোৱালীজনীক দেখি এবাৰ হাঁহি দিছিল টাউনৰ আইন মহাবিদ্যালয়ৰ সাধাৰণ সম্পাদকে, শোভনাৰ বক্তৃতা এখন সভাত শুনাৰ পাছত সেইজন সম্পাদকে শোভনাক হেণ্ডশ্বেক দি কৈছিল।

ঃ Sorry মই তোমাক ফুকলীয়া বুলি হাঁহিছিলো। তোমাৰ ভবিষ্যত উজ্জ্বল, চাই ল'বা, তুমি এটা সময়ত অসমৰ নাম উজ্জ্বল কৰিবা সাংঘাতিক তোমাৰ বক্তৃতা। সৰোজনী নাইডুৱে কথা কৈ থকা যেন লাগে। ইন্দিৰাগান্ধীয়ে কথা কৈ থকা যেন লাগে। "you are different."

০০০ আৰু সেইযে, ছাত্ৰীৰ অধিকাৰৰ বাবে শোভনাই, অকলেই বন্ধ কৰি দিছিল নিৰ্বাচন, শ, শই ছোৱালীবোৰ মন্ত্ৰমুগ্ধৰ দৰে শোভনাৰ কামাণ্ড মানিছিল।

কোনেও প্ৰতিবাদ কৰা নাছিল।

কোনেও বদনাম গোৱা নাছিল।

কোনেও প্ৰশ্ন কৰা সোধা নাছিল।

শোভনা যেন একছত্ৰী সম্ৰাজ্ঞী, কেৱল ঘোঁৰাটোহে নাই।

প্ৰজা আছে, দেখাৰ।

লেখ জোখ নোহোৱা প্ৰজা

শোভনা সম্ৰাজ্ঞী—

আৰু মেট্ৰিকৰ আগৰ সেই বিদায় বেলাৰ কৰুণ দিনটোত ৰবিজিতা বাইদেউ, যাৰ বাঘৰ দৰে ট ট ৰঙা চকু কেইটাৰ শোভনাৰ বাহিৰে কোনেও মুখামুখি হ'ব নোৱাৰে, সেই ৰবিজিতা বাইদেউৰ চকুকেইটা চকুপানীত সেমেকি আছিল, নিয়ৰত তিতি থকা ভেটফুলৰ দৰে,

শোভনাক এবাৰ সাবটি কপালত চুমা খাই, — ৰবিজিতা বাইদেৱে থুকা থুকি মাতেৰে কৈ গৈছিল—

এইজনী মোৰ জী'ৰ দৰে, এইজনী সাধাৰণ ছোৱালী নহয়, এই এইখন স্কুলৰ সন্মান, স্কুলৰ তৰ্কত পোৱা, নাটকত পোৱা আটাইবোৰ কাপ শ্বিল্ডৰ সৰহভাগ তাইৰ ভাগৰ ধন। নাজানো এইখন স্কুলৰ শোভনাৰ দৰে পঢ়াই-শুনাই আৰু নাটকে তৰ্কই সমান ভাল কোনোবা ছোৱালী ওলাবনে?

শোভনাক প্ৰশংসা নকৰি নোৱাৰি, সক ক্লাছৰ ছাত্ৰীসকল হ'ব লাগিব শোভনাৰ দৰে — সকলোতে ভাল, স্কুললৈ সন্মান কঢ়িয়াই অনা সৎ চৰিত্ৰৰ ছোৱালী, আৰু ক্লাচ ফাইভৰ পৰা আজিলৈকে কেৱল আছুৱে আহ্বান কৰা বন্ধ কেইটাৰ বাহিৰে, কেতিয়াও

ক্লাচ খতি নকৰাৰ ৰেকৰ্ড।

শোভনাক ওচৰলৈ মাতি চুমা খাইছিল প্ৰিন্সিপাল বাইদেৱে — বিদুষী, কমি, থকা ঠাইতে আটায়ে ইজনিয়ে সিজনীক ধৰি কান্দিছিল, সক ক্লাচৰ ছোৱালীবোৰে শোভনাক মালাৰে ওপচাই দিছিল আৰু নবিনা, তাইৰ হে প্ৰেম পত্ৰ লিখি দিয়া, শোভনাক সাবটি ধৰি হুকহুকাই কান্দি নবীনাই কৈছিল —

'শোভনা, ক্লাচ এইটৰ পৰা এতিয়ালৈকে জুৰেললৈ তই মোৰ হৈ লিখি দিয়া 'Love Letter' বোৰ পঢ়ি পঢ়ি জুৰেলে মোক এৰিব নোৱাৰা হ'ল, এতিয়া কি হ'ব?

ঃ বিয়া কৰাই ল'বি — শোভনাই হাঁহি হাঁহি কৈছিল,— মইতো ইয়াত নাথাকো, কটনলৈ যামগৈ,—

ঃ নবিনাই সদায় কৰাৰ দৰে, ককালত ধৰি শোভনাক কোলাত তুলি লৈছিল —

ঃ ল' এয়া তোৰ 'বনাচ' শেষ বাৰৰ বাবে, কটনত তই কিন্তু Change নহ'বি হাঁ, আমাক নাপাহৰিবি, নবিনাই কান্দি কান্দি কৈছিল,—

ঃ শোভনাৰ দুচকু সেমেকি উঠিছিল,...

ঃ স্কুলৰ পৰা ঘৰলৈ পিঠিত বেগটো লৈ, কান্ধৰ দুয়োফালে বৈ পৰা বেনী দুডালত হাত বুলাই বুলাই, শোভনাই ভাবি লৈছিল —

এইযে স্কুলটো, এইযে লগবোৰ, এইযে বাইদেউৰ কথাবোৰ, সকলোবোৰে মোক ইমানকৈ ভাল পাইছিল, বুজি পাইছিল।

কোনোতো নাছিল সিহঁত মোৰ, —

অথচ সকলোবোৰ যেন এটা পৰিয়ালৰ আছিল—।

ঘৰত নোপোৱা নিৰাপত্তাবোৰ স্কুলত পাইছিলো—।

মোৰ বিখ্যাত লেখিকা হ'বৰ মন,

মোৰ বিখ্যাত অভিনেত্ৰী হ'বৰ মন,

মোৰ বিখ্যাত সমাজসেৱী হ'বৰ মন,

ছাঁৰ দৰে থাকিব মোৰ ফেন্টম,

মোৰ চকু দুটা দেখি ফেন্টমে কৈ দিব পাৰিব মোৰ মনৰ কথা,

মোক বুকুৰ মাজত

লৈ ফেন্টমে দেখুৱাই যাব মোক স্বাধীন কৰাৰ বাটটো —

মই নিজৰ ভৰিৰ ওপৰত নিজে থিয় হ'ম

মোৰ এটা ধুনীয়া ঘৰ হ'ব

মোৰ এখন গাড়ী হ'ব, নিজেই চলাম মই সেইখন গাড়ী,

ধুনীয়া ধুনীয়া কাপোৰ পিন্ধি, মই মানুহৰ মাজত প্ৰথম শাৰীত বহি থাকিম —

সক সক ল'ৰা-ছোৱালীবোৰে মোৰ আবৰি ধৰি অটোগ্ৰাফ ল'ব,

অটোগ্ৰাফ দি দি, যেতিয়া ঘূৰি চাম তেতিয়া দেখিম দূৰত বৈ পাপাই চাই আছে,

নাকৰ পাহি দুটা ফুলা।

নকলেও গম পাম, আনন্দত আহ্লাদত,

'চাই ল', ডাঙৰ হৈ গ'ল মোৰ ছোৱালী।

মোৰ নিজৰ সপোনবোৰ লগত, পাপাৰ মোক ডাঙৰকৈ দেখা সপোনতো কিয় বাৰু, লগ পাই থাকে, কিয় বাৰু স্বাৰ্থপৰৰ দৰে মই, ভাবিব নোৱাৰো — পঢ়িম, বিয়া কৰাম, মা হ'ম, গাড়ী ল'ম, বচ হৈ যাব??

ঃ কি হ'ব? একো নহ'ব। এই জন্তুসোপাৰ লগত থাকি যুদ্ধ কৰি কৰি হয় ৰণুৱা হ'ব লাগিব নহয়, কাপুৰুষ হ'ব লাগিব।

স্কুলৰ দিনবোৰৰ পৰা, কলেজলৈ ঘূৰি আহিল শোভনা, ৰূপচিতাৰ কথাবোৰ তাইৰ মূৰত সোমাই থাকিল বেয়াকৈ — শোভনাই বেছি বেছি কৰে....।

বেছি, বেছি!

"বেছি বেছি ! যদি মই বেছি বেছি তেনেহ'লে —

কম! কম কি?

শোভনাই, যোৱাৰ আগতে এনেয়ে নিজকে এবাৰ সুধিলে!!



# ইৰিকটি, মিৰিকটি ছবি

হেই, গাইজ , হেই লিচ্‌ন,
গেটিং বৰড্‌ হিয়েৰ,
লেটচ বাংক দ্যা ক্লাচ,
লেটচ গ' চামহোৱেৰ?
হেই পামেলা, হার্ড এবাউট ইঅ'ৰ বয়ফ্রেইণ্ড,
হাই এণ্ড বাই,

পাঁচ মাহৰ পাছতো, কবিতা নামৰ ছোৱালীজনীৰ বাহিৰে বিশেষ বন্ধুত্ব তাইৰ কাৰো লগতে হোৱা নাই, হোষ্টেলতো হোষ্টেলেই, কলেজতো বিশেষ শান্তি পোৱা নাই শোভনাই,

— ক্লাচলৈ সোমাই আহিল বৃন্দাবন চাৰ,
অদ্ভুত ভংগীত থিয় হৈ তেওঁ আৰম্ভ কৰিলে
"This poem depict the story of a lady who's beautiful and
পিছফালৰ পৰা মৃগেনে লাহেকৈ ক'লে
A.........N............D
চাৰে আকৌ ক'লে A...........N.............D
মৃগেনে অলপ চিঞৰি ক'লে The end...........
কিতাপ জপাই বৃন্দাবন চাৰ এলাই গ'ল।
I won't be able to take your class .... idiot......

বৃন্দাবন চাৰ ওলাই যোৱাৰ লগে লগেই মৃগেনে চার্টটো খুলি মুৰৰ ওপৰেদি ঘূৰাই, ককালতো হলাই, চিঞৰি চিঞৰি গাই দিলে —

He's a jolly good fellow,
He's a jolly good fellow,,
He's a jolly good fellow......

এইবাৰ চার্টটো শোভনাৰ মুৰৰ ওপৰত পেলাই, কায়দাত হাতখন আগবঢ়াই দি সি ক'লে—

Maam, will you dance with me
ঃ লাজত শোভনা ৰঙা পৰি গ'ল,...
মৃগেনে, এইবাৰ পুনৰ সাহস কৰি ক'লে —
Beautiful, Sobhana dear!

Will you?

Will you dance with me?

আনখন বেঞ্চত বহি থকা সমৰে কেৰা চকুৰে শোভনালৈ চাই, বিৰবিৰাই কিবা এটা ক'লে,

'সমৰ' নামৰ লৰাটোক বহুত দিনৰ পৰাই শোভনাই মন কৰি আছিল — সাধাৰণতে বিনিতি, গৰিমাহঁতৰ লগত একেলগে বহি হাঁহি ধেমালী কৰি থকা ল'ৰাটো শোভনাক দেখিলেই অকস্মাৎ গহীন হৈ পৰিছিল।

০০০ মৃগেনে এইবাৰ আঠু কাঢ়ি কিবা এটা দেখুৱাবলৈ লওঁতেই হৰমুৰকৈ সোমাই অহা কলেজৰ ইউনিয়নৰ সাংস্কৃতিক সম্পাদকে সকলোকে 'ইউনিয়ন হলত গোট খাবলৈ নিৰ্দেশ দিলে—

পকৰাৰ দৰে কলেজৰ গোটেইবোৰ ল'ৰাছোৱালীৰে হল নধৰা হ'ল.........

ইতিমধ্যেই অৰুণ বৰুৱাই মাইকত চিঞৰি চিঞৰি বক্তৃতা দিবলৈ আৰম্ভ কৰিছিলেই, 'চৰকাৰৰ শোষণ আমি সহ্য নকৰো,

এই নীতিহীনতাৰ বাবে আমি ছাত্ৰ-ছাত্ৰীসমূহ ওলাই আহিব লগা হৈছে ৰাজপথলৈ,

হাত চাপৰিত 'ইউনিয়ন হ'ল ৰজনজনাই গ'ল—

এতিয়া নতুন কটনিয়ানৰ মাজৰ পৰা দুআষাৰ আহ্বান কৰা হ'ল,—

ঃ যা, যা, শোভনা, — বন্তিয়ে কিলাগুটিৰে শোভনাক ঠেলি দিলে, হোষ্টেলত দেখোন লেক্‌চাৰ দিয়েই থাক।

ঃ শোভনাই বন্তিল�ৈ এবাৰ চাই, ঘপহকৈ, থিয় হ'ল, আগবাঢ়ি গ'ল শোভনা ষ্টেজলৈ, এক দুই তিনি

মৃগেনে দুষ্ট চাৱনিৰে শোভনালৈ চাই বাট এৰি দিলে। সমৰে মৃগেনলৈ কেৰাকৈ চালে।

ঃ চাৰিওফালে হুলস্থুলৰ মাজত শোভনাই আৰম্ভ কৰিলে —

আচলতে আমাৰ চিষ্টেমটো গণতন্ত্ৰৰ নামত একনায়কত্ববাদ, জয়প্ৰকাশ নাৰায়ণৰ নাম আমি কিমান জানো, কিমান জানো আমি বাকী ৰাজনীতিজ্ঞৰ নাম, আৰু শাস্ত্ৰীজী যিয়ে 'জয় জোৱান, জয় কৃষাণ' বুলি কৈ একত্ৰিত কৰিছিল সকলোকে সেই শাস্ত্ৰীজীৰ নাম নিচান নাই, আমাক পঢ়িবলৈ দিয়াৰ বাবে এক পৰিবেশ দিয়াৰ দায়িত্ব কাৰ.......

মন্ত্ৰমুগ্ধৰ দৰে দুপৰীয়াৰ শান্ত পুখুৰীত মাটি চপৰাবোৰ দলি মৰাৰ দৰে বহল হলঘৰটোত, শোভনাৰ কথাবোৰে টুকুৰিয়াই গ'ল সকলোকে ......।

'মানুহৰ কণ্ঠ ইমান স্পষ্ট আৰু ধুনীয়া কেনেকৈ হয়।' - ভাস্বতীয়ে ওচৰতে বহি থকা ৰূপকক কাণে কাণে সুধিলে।

ৰূপক - 'সদৌ অসম ছাত্ৰ সন্থাৰ' গুৱাহাটী গোটৰ সম্পাদক। ৰূপকে হঠাৎ হাঁহি ভাস্বতীক সৰুকৈ ক'লে, ... ছোৱালীজনীও পুতলাৰ দৰে ধুনীয়া, গুৱাহাটীৰ নে?

ঃ নহয়, হোষ্টেলত থাকে, .....। ভাৰতীয়ে ক'লে

ঃ তেন্তে "She is the future secretary of this college" ৰূপকৰ কথাত সুৰতো হাৰ্ডলী ভাস্বতীয়ে কৈ উঠিল,

Ya, after me,...!

ঃ শোভনাই মঞ্চৰ পৰা নামি অহাৰ লগে লগেই, হাত চাপৰিত হলঘৰ কঁজনজনাই গ'ল, —

চাওঁ, এইফালে - ৰূপকে শোভনাক ওচৰলৈ মাতিলে,

ঃ Keep it up.— তোমাৰ দৰে ছোৱালী আমাক লাগে। লিডাৰৰ যোগ্য।

পৰুৱাৰ দৰেই বিশৃংখল হৈ যোৱা অনামিকা, কবিতাহঁতৰ মিচিলটোৰ মাজত অন্যমনস্ক শোভনাই হৈ যোৱা মিটিংখনৰ কথাবোৰ ভাবি ভাবি খোজ কাঢ়ি গৈ থাকিল। সভা ভগাৰ পাছত স্কুলত সদায় প্ৰথম বেঞ্চত বহা তাই, স্কুলৰ বহুত নিয়মৰ পৰা বেহাই পাইছিল, লিডাৰ হোৱা বাবে আৰু পঢ়াত ভাল বাবে মাজে মাজে স্কুলখনত আনকি স্কুলখনৰ শিক্ষয়ত্ৰীসকলেও ভাবিছিল কি হ'ব শোভনা নাথাকিলে — এই এক ধৰণৰ দায়িত্ববোধ, এই একধৰণৰ নেতৃত্ব, কামাশুত তাইৰ যেন এক ধৰণৰ নিচাৰ দৰে হৈছিল,

০০০ স্কুলৰ মিটিঙৰ দৰে বহুত দিনত মূৰৰ নিজৰ আত্মবিশ্বাস ঘূৰি অহাযেন লাগিছিল তাইৰ।

পুনৰ স্কুলৰ সম্ৰাজ্ঞী যেন লাগিছিল তাইৰ।

হোষ্টেলৰ গেইট পাৰ হৈ কবিতা আৰু অনামিকা, তাইতকৈ আগবাঢ়িছিল, মনীষা আৰু পিয়ালিহে বাৰান্দাৰ ওচৰত পায়চাৰি কৰি আছিল।

শোভনাই তাহাতলৈ নাচাই পাৰ হৈ যাব খোজোতেই মনীষাই মাত লগালে —

ঃ শোভনা চাওঁ—

সংকোচেৰে শোভনা সিহঁতৰ কাষ চাপিল, ডাইনিংহলত ঘটনাটোওটো বেছি দিন হোৱা নাই। কি থিক কিবা কয়? আৰু এইটো মুহূৰ্তত শোভনাৰ দন্দ লাগিবলৈ ইচ্ছা নাছিল, দৰাচলতে দন্দ লাগি তই একেবাৰে ভাল নাপায়।

ঃ তুমি বৰ ভাল লেক্‌চাৰ দিয়া, কংগ্ৰেইছ - পিয়ালিয়ে ক'লে।

ঃ যাওঁ! Thank you.

শোভনা আচৰিত হ'ল, ডাইনিং হলৰ পৰা আবেলিৰ চাহ ব্ৰেড আৰু ঠাণ্ডা ঘুগনিৰ বাটিটো লৈ এটা এটাকৈ চিৰি বগাই তিনিমহলাৰ নিজৰ ৰুমটোলৈ বুলি গৈ থাকিল, মনতে আওৰাই গ'ল তাই, মনীষাৰ মুখখনৰ ভংগী,

ঃ কংগ্ৰেটচ—!

ঃ নিজৰ ওপৰত হেৰুওৱা বিশ্বাস তাই ঘূৰাই পালে, —

নহ'লে এই পাঁচমাহ তাইৰ নৰকৰ কীটৰ দৰে লাগিছিল নিজকে, খালি কলেজ আৰু হোষ্টেল, দন্দ, কাজিয়া, কোনেও কাকো ভাল নোপোৱা কায়দা,

এইটো মুহূৰ্ততহে যেন তাই নিজকে বেছি বুজি পালে, জীৱনত কিছুমান অৰ্থপূৰ্ণ মুহূৰ্ত লাগে,

এইটো মুহূৰ্তত নিজকে অৰ্থপূৰ্ণ যেন লাগিল তাইৰ,

ৰুমৰ ভিতৰ সোমাবাৰ লগে লগেই ৰূপচিতাই সচৰাচৰ চিঞৰাৰ দৰে পাতিহাঁহৰ দৰে টেংটেঙিয়া মাতটোৰে চিঞৰি উঠিল

কি অ' , কি ক'লে মনীষা আৰু পিয়ালিয়ে?

তোক, মই কৈছিলো নহয়? পাংগা নলবি।

ঃ ক'লে —Sobhana, We appreciate you, you are great। শোভনাই কৌতুকেৰে চালে ৰূপছিতালৈ ——

ঃ কি, কি I donot believe this!

ৰূপচিতা বহাৰ পৰা জাপ মাৰি উঠিল, তই কিন্তু সচাই চুপাৰৰ লিডাৰ, কি লেক্‌চাৰ। কিয়, মনিষাহ'তে গম পাই গ'ল, আছুৰ মেইন লিডাৰবোৰ তোৰ একেটা লেকচাৰত কাবু হৈ গ'ল, সিহঁতে অকল হোষ্টেলত লিডাৰগিৰি কৰিলে কি হ'ব, কলেজতটো নাই—

তই Really great! তই বেলেগ। ৰূপচিতাই, শোভনাৰ দুডাল বেনীৰ এডাল টানি দিলে...

ৰূপছিতাৰ হাতখন বেনীৰ পৰা আতৰাই দি শোভনাই, ৰূপচিতালৈ চাই চাই টিফিনৰ বাতিটো আৰু বেগটো টেবুলত থৈ ক'লে —

'মই বেলেগ নহয়, বেছি বেছি!!

মই বেছি বেছি কৰা ছোৱালী ৰূপচিতা!!

বাকীবোৰ কম কম কৰা ছোৱালী,

ৰুমটোত কোনেও একো নামাতিলে, ৰূপচিতাৰ মুখখন লাজত কেহেৰাজ বৰণৰ যেন হ'ল ..।

ৰাতিৰ পঢ়া টেবুলত শোভনাই দেউতাকলৈ লিখিলে —

পাপাটি, কটনৰ হলঘৰত থিয় হলো। বক্তৃতা দিলো। পূজাৰ বন্ধত গৈ আছো......

০০০ জীৱনৰ সকলো পাঠ এদিনতে শিকা পাঠ নহয়, আৰু জীৱনৰ পাঠবোৰ বছৰে শিকোৱা পাঠ, উপলব্ধিয়ে শিকোৱা পাঠ, দুখে শিকোৱা পাঠ, সংঘাতে শিকোৱা পাঠ- এইযে নিজৰ বাবেই, কেৱল নিজৰ বাবেই কিছুমান নিয়ম বনাই লোৱাৰ দৰকাৰ, এই নিয়মবোৰ স্বভাৱে শিকোৱাই নিয়ম, মোৰ নিয়মবোৰৰ ভিতৰত এটা নিয়ম হ'ল, অন্যায় হ'লে প্ৰতিবাদ কৰা, অকলে হ'লেও, আৰু মূৰ দোওৱাৰ প্ৰশ্নই নুঠে। কিতাপত লিখি থকা কথাবোৰৰ পৰা নিজৰ বৃত্তান্তলৈকে এই ঘটনাবোৰেইটো জীৱন।

জীৱনত প্ৰথমবাৰৰ বাবে ঘৰৰ পৰা আতৰি একান্ত নিজৰ লগত থাকিলো, পাঁচটাকৈ মাহ, বাচৰ চকাৰ লগত ঘূৰি থাকিল শোভনাৰ মনতো, কাষতে সেয়া পাপাটি তাইৰ,

নগাঁৱত চাহ খাবলৈ সকলো নামিল বাচৰ পৰা, তাইয়ো—

পুনৰ চিটত বহোতে, দেউতাকে তাইৰ মুখলৈ চাই সুধিলে, এইবোৰ ওঠত কি লগাইছ, আগতেটো লগোৱা নাছিলি?

ঃ শোভনাই এনেকৈ দেউতাকে তাইক মন কৰিছে বুলি ভবা নাছিল, তাইৰ বুকুখন ভয়তে চিৰিংকৈ গ'ল—

অ' লিপষ্টিক, নেচাৰেল কালাৰৰ।

ঃ আৰু এইবোৰ হ'বলা নতুন কাপোৰ পিন্ধিছ, কেতিয়া ল'লি, অকলে অকলে বজাৰলৈ গৈছিলি নে?

ঃ ইয়াত মানে ফ্ৰেণ্ডি বজাৰত, কবিতা আৰু মই গৈছিলো।

ঃ কিমান ল'লে?

ঃ বেছি নহয় — মাত্ৰ হাণ্ড্ৰেদ।

ঃ ভালকে পঢ়িছতো, আৰু তই যে লিখিছিলি কিবা মিটিং.....

ঃ ও, পঢ়িছো পাপাটি, ইয়াত চৰতেই ফাৰ্ষ্ট হৈছো, ফ্ৰেচাৰ্চত চবতেই ফাৰ্ষ্ট আৰু ৰাইভেলৰি বহুত কিন্তু অহাবাৰ যে ইলেকচনত উঠিম, 'final' - আছুৰ ৰূপম বৰুৱাই কৈছে,

ঃ কি কলি, ইলেকচনত, কটনৰ, কিহত উঠিবি?

ঃ ভাবিছো, সদায় উঠাৰ দৰে ছোৱালী কমন ৰুমত নহয় for a change, debatingত

নাকৰ পাহি কেইটা ফুলি উঠিল বাপেকৰ।

দেউতাকৰ মুখলৈ নোচোৱাকৈ শোভনাই নিজৰ লগতে কথা পাতি গ'ল।

পাপাটি পপুলাৰ হ্ম নে নহও নাজানো কিন্তু ফেমাচ হমেই। যেনেকৈ যেতিয়াৰ পৰা নিজক জানো তেতিয়াৰ পৰা মানুহৰ মাজত থকাৰ নিয়ম এটা হৈ গৈছে। তেনেকৈ এই পোন্ধৰবছৰৰ কিতাপৰ পাঠবোৰ, চচিয়েলিজিমৰ পাঠবোৰ, লিবাৰিজিমৰ পাঠবোৰ, ভালহোৱাৰ পাঠবোৰ, দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সোমাই গৈছে, এতিয়াআৰু বিশেষ পথ মোৰ দৰকাৰ নাই, ঘৰৰ কোনো নোহোৱাকে থাকিব লগা পাঠবোৰ লিখি ল'লো—

অকলে যুঁজাৰ পাঠ, অকলে শিকাৰ পাঠ।

০০০ বাছখন গৈ ঘৰ পায়গৈ মানে সৰু চহৰখনত লাইটবোৰ জ্বলিছিলেই,

বাছষ্টেণ্ডৰ পৰা ৰিক্সা এখনত মস্ত ট্ৰাংকটো, চুটকেছ আৰু কিবা কিবি পলিথিনৰ বেগবোৰ লৈ দেউতাক আৰু শোভনা ঘৰলৈ বুলি গ'ল,

চাৰিআলিত বৈ থকা, মাখন গুণ্ডাৰ আড্ডাটোত বহি থকা ল'ৰাকেইটাই তাইক নোজোকালে, মাত্ৰ হাঁহিলে।

মাথো বাতুলে হাত দাঙি চিএৰিলে, আহিলা কটনিয়ান.........

ঃ ও, শোভনাৰ ভাল লাগি গ'ল। সৰু সৰু লাগিল চহৰখন, গুৱাহাটীখন বেছ ডাঙৰেই। মানুহ বেছি, যানবাহন বেছি, ঘটনা বেছি।

এইখন চহৰক জীৱনৰ পোন্ধৰতা বছৰ দিলো

গুৱাহাটীক দিম কেইটামান বছৰ

তাৰ পাছত দিল্লী আৰু তাৰ পাছত বিদেশ....।

কেঁকুৰিটো ঘূৰিয়েই অশোকৰ বুলটেখন দেখি শোভনা আনন্দত মনে মনে নাচি উঠিল —

এনফিল্ড বুলেট, নতুন!

কিমান যে কথা ক'বলৈ আছে অশোকক..... ফ্রেইণ্ড অশোকক.......

ড্রইংৰুমত বাট চাই আছিল তাইলৈ, মাক, ৰূপ ৰাজ ...।

ৰিক্সাৰ পৰা চুটকেচ, ট্ৰাংক এইবোৰ ৰূপে নমাই আনিলে। শোভনাই পোন্দোৰাকৈ চালে ৰূপক।

ঃ এই ৰূপ, এই চুটি জিনছটো কিয় পিন্ধিছ? এনেকুৱা ড্ৰেছ কৰি মোৰ হোষ্টেললৈ নাযাবি কেতিয়াও।

ঃ ৰূপেও তাইলৈ পোন্দোৰাকৈ চালে। ষ্টাইলিষ্ট কলেজৰ ষ্টাইল শিকিবলৈ গৈছেতো, চুটকেছটো সি থেকেচা মাৰি থ'লে—

ৰাজ বাবা, চাও এয়া তোমাৰ কমিক। চোৱা ৰাজক কোলাত লৈ কোনো নাই চুমা এটা খাই দিলে, ক্লাছ চিক্স পালা চাগে নহয়—

ঃ ওঁ, ৰাজে বায়েকলৈ চাই ফুৰ্তিত কমিক কিনিবলৈ কনকৰা ল'ৰাটোক ছিঞৰি মাতিলে, এই প্ৰহ্লাদ, এই আহ।

ঃ প্ৰহ্লাদ ল', এইটো তোৰ ছাৰ্ট।

কাপোৰ কানি নসলোৱাকৈ চুটকেছটো খুলি, মাকলৈ অনা শ্বলখন ওলিয়াই, তাই মাকক ক'লে,

ঃ মা, ল' এইখন তোৰ বাবে

ঃ তই হ'বলা পইচাবোৰ চব কাপোৰ কিনি খৰছ কৰিছ। মাকে ক'লে,

ঃ নহয় মা, মই ৰেডিঅ' চেণ্টাৰৰ দুটামান এনাউঞ্চমেণ্ট পাইছো। তাৰে পইচা, আৰু খৰছ কৰিবলৈ পাপাইনো কিমান পইচা পঠায়। মোৰ ৰুমমেট জনীলৈ দেউতাকে পঠায় মাহে এহেজাৰ।

ঃ অ', তই হ'বলা এতিয়া পইচাৰ প্ৰতিযোগিতাত নামিলি। আমাৰ এইবোৰ তেজৰ পইচা, তোৰ লগৰজনীৰ দেউতাকে বা কি কাম কৰে। মাকে পুনৰ ক'লে।

ঃ নহয় অ' মা; তই চব ওলোটাকৈ কব আৰু বুজ, মই কৈছোহে, কাৰো বিশেষকৈ তইঁতৰ ওপৰত টেক্কা মাৰি খোৱাৰ মোৰ মন নাই, নিজে ঘটিম নিজে খাম। চুটকেচটো বন্ধ কৰি তাই চিঞৰি ক'লে, ৰূপক, এই বান্দৰ তোৰ এইটো জিনছ পেণ্ট ল'।

পিন্ধি থকা পুৰণা পেণ্টটো খুলি ৰূপে প্ৰায় থপিয়াই ল'লে পেণ্টটো, Thank you। তাই দেখিছো মালদাৰ হৈ গৈছে।

ঐ! ভিতৰত কোন আছে? — নজনাৰ ভাও ধৰি শোভনাই ৰূপক সুধিলে।

ঃ কোন আৰু, নানচাকু, পালোৱান দ্যা গ্ৰেট।

ঃ অ' অশোক মামা, মই কিন্তু অশোক মামাৰ কাৰণেও চাৰ্ট এটা আনিছো।

চুটকেচটো পুনৰ খুলি শোভনাই চাৰ্টটো ওলিয়াই শুই থকা অশোকৰ কাণত চিঞৰি দিলে—

ঃ হেই অশোক দ্যা গ্ৰেট, ইটছ ইয়ৰছ্।

খকামকাকৈ সাৰ পোৱা যেন কৰি অশোক উঠি বহিল, শোভনাৰ মুখলৈ এবাৰ আৰু চার্টলৈ এবাৰ চাই চকু দুটা মোহাৰি অশোকে শোভনাক শুধিলে —

ঃ ইমান দামী চার্ট। পইচা ক'ত পালি? ক'ৰবাত গণ্ডগোল আৰম্ভ কৰা নাইটো?

ঃ গণ্ডগোল? শোভনাই ঠিক কৰিব নোৱাৰিলে কি বুজাব খুজিছে অশোকে? মাত্র তাই অশোকলৈ চাই চকু পকাই ক'লে—

ঃ কিয় মই হোষ্টেললৈ যোৱাৰ আগতে কোনে মোৰ হাতত দি গৈছিল, এহেজাৰ? তাৰে পইচাৰে এইয়া চার্ট

ঃ মই তোকহে তোৰ বস্তু কিনিবলৈ দিছিলো – অশোকৰ অলপ বেয়াও লাগিল শোভনাৰ বিষয়ে বেয়াকৈ ভবাৰ বাবে। হয়তো অনবৰত বেয়া ছোৱালীবোৰ পাই থকাৰ বাবেও এনেকুৱা হ'ব পাৰে। অশোকে শোভনাৰ মুখলৈ চালে।

একেই সৰলতা, এইবাৰ তাইক আগতকৈ বেছি ধুনীয়া আৰু ডাঙৰ যেন লাগিল।

ঃ নালাগে লেকচাৰ দিব, নিজৰ বস্তু নিজেই কিনিম। পাপাইত আছেই, লগাবোৰ দিয়েই, শোভনাই আত্মপক্ষ সমর্থনত ক'লে।

ঃ মোৰ কাৰণে ক'ত চার্ট ? জিনছটো পিন্ধি কণে শোভনাক আলনাখনৰ ওচৰৰ পৰাই সুধিলে ধমক মাৰি।

ঃ হু চার্ট? চব লাগে তাক? ভালকৈ পঢ়, তেতিয়া পাবি নেক্সট টাইম।

আৰু বাজ বাবা, ৰাতিপুৱাই ৰাতিপুৱাই কলগছত ব্রুচলি ঘোচা মাৰিছানে?

শোভনাৰ নিজকে বায়েক বায়েক যেন লাগিল এইবাৰ

"Responsible citizen of the town!" নিজকে এনেকুৱাই লাগিল তাইৰ—

এই কণ, শুনছোন? কুট্টিৰাজনে কিবা দিগদাৰ কৰিছেনেকি?

নাই— শোভনাৰ প্রশ্নৰ উত্তৰত কণে ভেকাহি এটা মাৰিলে, কিন্তু ডাঙৰ মানুহৰ দৰে সি কৈ উঠিল— দিগদাৰ কৰিবলৈ কি আছে আৰু বাকী?

মা-পাপাৰ দন্দটো ৰেগুলাৰ কটিন? একেই কথা। একেই কমপ্লেইন! আৰু ঘৰৰ আগে পিছে সি ঘৰ, পাইখানাৰ টেংকি চব বনাই মুৰ্গীৰ গৰালত ৰখাদি আমাক ৰাখি থৈছে। কুকুৰৰ পোৱালী, ডাঙৰ হৈ লওছোন, অলপ পইচা হওক, ইহঁতৰ মাটিত হাগি-মুতি, বেলেগত ঘৰ বনাম।

ঃ বেছি পইচা নাই কাৰণে সেই কামতো যেনিবা পাপাইতে কৰিব নোৱাৰে।

যাওঁ, চিনেমা এখন চাই আহো, যাব নেকি পালোৱান? অশোকক সি বেপেৰোৱাকৈ শুধিলে —।

ঃ মাহত কিমান চিনেমা চাব তই?

শোভনাৰ প্রশ্নৰ উত্তৰ দিবলৈ গৈ সি হিৰৰ কায়দাত লুকিং গ্লাচত নিজকে চাই চুলিখিনি থিক কৰি ক'লে প্রথমতে সপ্তাহত এবাৰকৈ, মাহত কেইবাৰ দুটা হলতে সেইবাৰ!

কণ বাহিৰলৈ ওলাই গ'ল।

আজি থাকিব নহয়? বহুত love letter পাইছো — অশোকক শোভনাই ক'লে।

ঃ তাৰ মানে তই আগৰ ভাল শোভনাজনী নহয়! বেয়া হৈছ। অশোকৰ কপালৰ শিৰবোৰ থুপ খাই গ'ল।

ঃ বেয়া? প্ৰেম কৰিলে মানুহ বেয়া হয় নেকি? মায়েতো মোক পাৰমিচন দি থৈছে মাত্ৰ কৈছে যাকে ভাল পাব তাক বিয়া কৰাবি আৰু কথাতো ঘৰত কবি, নিজৰ জাতৰ আৰু তোৰ দৰে একেই হ'লে ভাল।

কিয় বেয়া হ'ব প্ৰেম? ওলোটাই শোভনাই প্ৰশ্ন কৰিলতঅশোকে বুজাই ক'ব নোৱাৰিলে শোভনাক, প্ৰেমত কি বেয়া হ'ব। হয়তো কেতিয়াও কবও নোৱাৰিব সি, তাৰ পৃথিৱীখনত প্ৰেমৰ পৰিভাষাবোৰ শোভনাই চাগে কেতিয়াও বুজি নাপাব! শোভনাক ওচৰৰ পৰা চুই চাবৰ মনযোৱা বাসনাতো আকৌ সাৰ পাই উঠিল অশোকৰ।

০০০ কেনেকৈযে চাই থাকোতে থাকোতে সময়বোৰ পাৰ হৈ যায় গমকে পোৱা নাযায়, ইলেকচন, হোষ্টেলৰ চাদৰ ওপৰৰ পৰা বাদুলীৰ দৰে ওলমি ওলমি তলৰ পুখুৰীটোৰ পাৰৰ মানুহবোৰ চোৱা আৰু কল্পনা কৰা, কলেজৰ ইউকৰ বাবে ব্যস্ততা, এইবোৰৰ মাজত ভূতৰ ওপৰত দানহ পৰাদি, ল'ৰাবোৰৰ উৎপাত, ছোৱালীবোৰৰ হিংসা আৰু ডিপ্ৰেচন, হ'মচিকনেচ, এইবোৰ ভিৰৰ মাজত ফাইনেল পৰীক্ষাৰ বাবে সাজু হ'ল শোভনা আৰু লগৰবোৰ।

মাত্ৰ এমাহ আছে পৰীক্ষালৈ, ফাইনেললৈ......

শোভনা, শোভনা, হোষ্টেলৰ গেটত কোনোবাই, 'কনডম' আৰি থৈছে, যা না এনেয়ে ফুৰাৰ নিচিনা কৰি চাই আহগৈ।' স্নিগ্ধাই চিএঞৰি চিএঞৰি কমলৈ সোমাই আহিল।

ঃ কনডম? কি কনডম? শোভনাই বিস্ময়ত শুধিলে,

ঃ কনডম চিনি নাপাব? চিৰিয়াচ ছোৱালীতো, বেলবুং! ৰূপচিতাই সুবিধা পাই গ'ল শোভনাক ঠাট্টা কৰিবলৈ, আৰু বয়ফ্ৰেইগু নাইটো, ৰূপচিতাই দুৱাৰখন শব্দ কৰি খুলি বেলকনিৰে পৰা তললৈ চাই, আকৌ চিএঞৰি ক'লে — চাহি তই শোভনা! কিচ্ কৰিছে— 'অপেন এয়াৰ', বৰ্ণালীয়ে বয়ফ্ৰেণ্ডক, চাহি —' শোভনা আৰু স্নিগ্ধা দৌৰি আহি, ৰূপচিতাৰ শাৰী পুৰালেহি। ক'তা? ক'তা? পুখুৰীৰ পাৰৰ মস্ত কৃষ্ণচুড়া জোপালৈ আঙুলিয়াই দেখুৱালে দুয়োজনীকে— তাত নেকি? দেখা নাই দেখোন?

ঃ আন্ধাৰ হৈছেতো, ভালকেচা — অ'হ, লাভ নাই, সেয়া বৰ্ণালী! গেটৰ ওচৰত সৌটো চা ৰঙা জেকেট পিন্ধা, লেডি কিলাৰটো, মহান ডেকা! ৰঙা ৰঙৰ বুলেটখন ষ্টাৰ্ট কৰিছে।

ঃ ৰূপচিতা একেজাপে তললৈ যাবলৈ ওলাল, যাওঁ, বৰ্ণালীক শোধোগৈ কি কি কৰিলে? তাইতো চব কৈ দিয়ে। পৰহি তাই গালৰ কাষত দাগতো দেখুৱাই কৈছিল —

মহানে কামুৰিলে বোলে?

ঃ শোভনাই কিবা এটা শুধিব খুজিও নুসুধিলে ৰূপচিতাক, 'ভাল পালে কামুৰিব লাগে কিয় আৰু লেডি কিলাৰক ভাল পাব লাগে কিয়? বিয়া নকৰাই বুলি জানিও কেনেকৈ ভাল পাব পাৰে, ইত্যাদি! নুসুধিলে।

মই কিন্তু ভাল পালে বিয়া কৰামেই, প্ৰেমত কম্প্ৰমাইজ কিয় কৰিম, স্নিগ্ধাই শোভনালৈ

চাই চাই কৈ থাকিল —

শোভনা, বৰ্ণালীহঁতে প্ৰেম কৰিব, এনজয় কৰিব, পঢ়াতো ভাল কৰিব, কাকো কেয়াৰ নকৰে, ঘৰৰ পৰা পইচা বহু পঠিয়াই, শোভনা মোৰ ভয় লাগিছে, পৰীক্ষা বেয়া হ'লে, দেউতাহঁতে বৰ দুখ পাব, দেউতাৰ বিটায়াৰ হ'বৰো হ'ল।

...... এই ......এই .......এই শোভনা তলৰ পৰা বাসন্তীয়ে চিঞৰি চিঞৰি শোভনাক মাতিলে, তললৈ আহ, তোৰ বস্তু এটা আছে।

শোভনা তললৈ দৌৰ মাৰিলে দুপ দুপকৈ, ৰবি বাসন্তীয়ে বেগৰ পৰা কাৰ্ড এখন উলিয়াই দি শোভনাক ক'লে–

'ল, ৰিনজিতৰ চামচা বুদ্ধদীপে দি গৈছে, All the best কাৰ্ড চাগে, যাওঁ ভাই, গোটেই দিনটো লেবৰেটৰিত আছোঁ ভোকো লাগিছে, বিশেষ কৌতুহল নেদেখুৱাকৈ দি যোৱা কাৰ্ডখন হাতত তুলি ললে শোভনাই,

ৰঙা খামৰ ভিতৰত এখন কাৰ্ড।

কোনেবা দিছে? হ'ব চাগে কোনোবা। অভ্যস্ত হৈ গৈছে শোভনা কাৰ্ড লৈ লৈ, হোষ্টেলত তাই আৰু পৰিনিতালৈ অহা কাৰ্ডৰ সংখ্যা যোৱাবছৰ ৫০-৬০ খনমান আছিল চব একেই — "I love you"!

কাৰ্ডখন হাতত লৈ শোভনাই পঢ়া টেবুলত দলিয়াই থ'লে, ফ্লাস্কৰ পৰা গৰম পানী অলপ উলিয়াই হৰলিক্স অলপ বনাই বিস্কুট দুটা মুখত ভৰাই পঢ়া টেবুলত বহি, তাই উলিয়াই ল'লে কাৰ্ডখন,

গোটা গোটা আখৰৰ, Because your friendship means for more, Rinjeet.

ৰিনজিতে দিছে এয়া — দেহৰ মাজেদি এসোতা তেজ পাৰ হৈ গ'ল শোভনাৰ!

০০০ এয়া কেনেকৈ হ'ব পাৰে? শোভনাৰ সৰ্বশৰীৰ কপিবলৈ ধৰিলে......

'ৰিনজিত্, ৰিনজিত অশোকক কোৱা, কুমাৰ গৌৰৱ ৰিনজিত, মনে মনেতো ৰিনজিতক লৈ বহুত কল্পনা কৰিছিল শোভনাই, কেমেষ্ট্ৰি বিল্ডিং, কলেজ উইকত, ৰিনজিতৰ চকু কেইটাই তাইক আমনি দি সদায় আছিল আৰু ৰিনজিত আৰু তাইক লৈ জোকোৱা কাৰবাৰতো আৰম্ভ কৰিছিল, চিনিয়ৰ গৰিমা বাই,! ৰিনজিতে বোলে প্ৰায়েই তাইক মোৰ কথা শুধিছিল।

'ৰিনজিতক মোক লাগে। মনে মনে তাই ভগবানক কৈছিল! হয়! কিন্তু ভগবানে কেনেকৈ শুনিলে? আৰু পৰীক্ষাৰ ওচৰত এতিয়া কি হ'ব? পঢ়িবলৈ মন নাযাব আৰু,

মাই ফাৰ্ষ্ট লাভ, আই এম ইন লাভ,

শোভনা কপি থাকিল কাৰ্ডখনৰ আখৰবোৰ যেন বাকুহি বাকুহি বুকুৰ ভিতৰত সুমুৱাই থ'ব তাই—

........নিজৰ ওচৰত থকা মানুহবোৰৰ লগত সম্পৰ্ক হ'ব লাগে নিভাজ! —

হ'ব ৰাতিপুৱাই লেক্‌চাৰ বন্ধ কৰ, স্নিগ্ধাই গালত জোৰেৰে টিপা এটা মাৰি শোভনাক ক'লে—

যি নহওক, তোক যোনে পাব, প্যাব আৰু? তোৰ মাখনৰ দৰে কোমল দেহটো, তোৰ এই চেস্কি চুলিকোচা, আৰু তোৰ মাৰাত্মক হাঁহিটো।

ঃ 'ফুলশয্যাৰে নিশা বেহুচ হৈ যাব তোৰ মাত শুনি ৰিনজিত'

ঃ তোক দেখি মই সদায় ভাবো শোভনা,—

ঃ ভগৱানে তোক মৰমত বনাইছে, বহুত মৰমত,

তোৰ মনতোও বৰ ভাল অ', — আমাকহে ভগৱানে বেকা হাতেৰে বনাইছে নহ'লে লেবেৰীয়া হাতেৰে!

ঃ হ'ব, আৰু নকবি, মোৰ কি হৈছে মই নাজানো, কিন্তু মোৰ কিবা এটা হৈছে অ'—

ঃ প্ৰেম, প্ৰেম Love —

.......চ........চ...........চ — লাহেকৈ, কাকো নকবি স্নিগ্ধা

প্ৰমিজ?

প্ৰমিজ?........

০০০ প্ৰমিজ নাৰাখিলে ৰিনজিতে, শোভনাৰ চিঠিখনৰ উত্তৰ দিবলৈ ৰিনজিতে দেৰী কৰিলে। পাহাৰৰ দৰে গধুৰ পলবোৰত শোভনা হাঁহাকাৰ কৰি ৰৈ থাকি কিয় উত্তৰ নিদিলে ৰিনজিতে, সাধাৰণ কথাবোৰৰ উত্তৰ দিবলৈ কিয় সাহস নাই ৰিনজিতৰ? ভাবি থাকিল তাই......

.....উত্তৰ দিব? তাতে এনেকুৱা চিঠিৰ— বুদ্ধু কৰবাৰ। অশোক হাঁহি হাঁহি পাগল হৈ গ'ল।

'বেছিকৈ নিচিঞৰিবনা। প্লিজ। মায়ে শুনিব'

পঢ়া টেবুলত বহি বহি শোভনাই ক'লে, 'কিন্তু মইতো একো বেয়া লিখা নাছিলো!

ঃ বেয়া মানে,! প্ৰেম হ'লেই বিয়া নহয় নহয় বুৰ্বক!

অশোকৰ কথাবোৰ শুনি শোভনাই পতিয়ন গ'ল,

'মই বাৰু কিয় চিঠি দিলো? এতিয়া বাৰু কি কৰিম তেন্তে?

ঃ কান্দি থাক?

ঃ ধেমালি নকৰিব কিন্তু। মই কিন্তু লাজ পাইছো। মোৰ ইগ'ত লাগিছে।

ঃ থ তোৰ ইগ'—ভালকৈ পঢ়। নহ'লে লোকেল কলেজত পঢ়িব লাগিব।

ঃ হয়তো, জীৱন বৰবাদ হৈ যাব— ইচ ৰাম নাই পাই, বজে চিন্তা বাদ, এতিয়া পঢ়াত লাগিম.....

ঃ আচ্ছা বাৰু ফ্ৰেইণ্ড — এটা ৰিকুৱেষ্ট কৰিব পাবো নেকি?

ঃ কি?

ঃ Can you stay longer to inspire me!

ঃ মানে? অশোকে, শোভনাৰ চকুলৈ স্পষ্টকৈ চাই শুধিলে, আচ্ছা! কিন্তু এটা চুমা দিব লাগিব!

ৰাতি চব শোৱাৰ পাছত। মোৰ ওচৰলৈ আহি,

ঃ চুমা? কিয়, কিয় দিম? শোভনা সচাঁকৈয়ে আচৰিত হ'ল—

ঃ মোৰ ফ্ৰেইণ্ড কাৰণে। কিয়, চুমা বেয়া বস্তু নেকি?

তেনেহ'লে ৰাজক কিয় চুমা খাব? পাপাই তোক কিয় চুমা খায়?

ঃ কিন্তু মনে মনেতো নাখায়। শোভনাইয়ো অশোকক কৈ দিলে, ফ্ৰেইণ্ডবোৰৰ কথা অলপ বেলেগ, ভাল কথাও বেয়া ভাবি লোৱাতো কিছুমান মানুহৰ স্বভাব, ধৰি ললো তই ভাল, বা মযো ভাল, কিন্তু!

ঃ থিক আছে বাৰু কেতিয়াবা, "Someday"!

শোভনাই কোৱা কথাৰ ওপৰতে অশোকে বেছ জোৰতে কৈ উঠিল, T–O–D–A–Y– "Today is the day"

আজি ৰাতি!

আজি ৰাতি?

আজি? আজি ৰাতি? নহ'লে No friendship! আৰু বিনজিতৰ কথাতোও মই বাইদেউক কৈ দিম!

ঃ No, নহয়, দিম বাৰু! ভাত খাবলৈ মাতিলেই মায়ে, শোভনাৰ অলপ সকাহ পোৱা যেন লাগিল,—

ভাত খাই উঠিয়েই পুনৰ পঢ়া টেবুলত বহি টেবুল ক্লকটোলৈ চাই থাকিল তাই মাজে মাজে—

এয়া বাৰটাৰ কাটা সম্পূৰ্ণ বাৰটাত!

পাপাটি টোপনিত ঘোৰঘোৰাইছে — ঘৰ্ ঘৰ্ ঘৰ্  মাও টোপনিত, গোটেই দিনটো কামৰ বাবে চাগে!

ৰাজ আৰু ৰুণো, টোপনিত,

ঃ বুকুখন ধান বনাদি বানি আছিল শোভনাৰ, শব্দ নকৰাকৈ শোভনা বহাৰ পৰা উঠিল।

কিয় বা অশোকে চুমা বিচাৰিছে! এই ৰাতিখন? কিবা বেয়া মতলব নাইতো, জানো চাওঁচোন?

লাহে লাহে শোভনা আগবাঢ়ি গৈ থাকিল, নিজৰ ৰুমতো পাৰহৈ দেউতাকৰ ৰুমটো পাৰ হৈ, ড্ৰইংৰুমটো পাৰ হৈ, অশোক শুই থকা ৰুমটোলৈ,

ঃ আহ, কিমান বছৰৰ অপেক্ষাৰ পাছত Target সফল হ'ব,

কলপুলিৰ প্ৰথম Kiss!

'কুমাৰী গাভৰুৰ জীৱনৰ প্ৰথম চুমা লোৱাৰ ভাগ্যবান মই!'

'গাৰুৰ তলৰ পৰা জন্টিবাবৰ উলঙ্গ ফটোখন ওলিয়াই চাই ললে এবাৰ অশোকে।'

ইমান দেৰী হ'ল? নাহিবই নেকি বাৰু তাই?

অধৈৰ্য হৈ উঠিল, অস্থিৰ হৈ উঠিল অশোক —

'খুড কৈ এটা শব্দ হ'ল'— বেৰৰ চিলিঙৰ ওপৰেদি বাগৰি অহা জোনৰ পোহৰত

অশোকে দেখিলে শোভনা নিচেই কাষতে! মুখত কোনো কামনাৰ চিন নাই, কেৱল শংকা আৰু নিৰ্দোষিতাৰ চিন স্পষ্ট।

গালখন আগবঢ়াই দি শোভনাই চকু দুটা মুদি দিলে ভয়ত — মই আহিলো, তাই ক'লে,—

শোভনাৰ বুকুখনত সোহাতখনেৰে হেঁচা এটা দি অশোকে গালত নহয়, ওঠ দুটাৰ মাজেদি জিভাখন হেঁচি চুমা এটা খাই দিলে,

ঃ চিহ্ - থুই - থুই, সামান্য জোৰত, আৰু আতংকত শোভনা সিএৰি উঠিল, সোহাঁতেৰে অশোকৰ মুখখন ঠেলি দি দৌৰি গৈ নিজৰ বিচনাৰ লেপৰ ভিতৰত সোমাই তাই নিশব্দে কান্দি থাকিল।

'কিয়, কিয় কৰিলে অশোকে এনেকুৱা?

এইটো কেনেকুৱা ধৰণৰ চুমা?

ইমান দিনে চুমা মানে গালত খায় বুলিয়েই জানো, এইটো কেনেকুৱা কিচ!

এনেকুৱা কিচত যদি ছোৱালী Pregnant হয়, তেতিয়া?

কাক কম মই! কাক কম?

কান্দি কান্দি শোভনা অচল হৈ শুই গ'ল.........

০০০ নোকোৱা নহয়, কৈছিল!

মাকহঁতে নজনাকৈয়ে কেবাদিনো শোভনাই অশোকক মতা নাছিল!

সব পুৰুষ বাৰু কিয় একে হ'ব লাগে?

দেহাটো বাদ দি মনৰ ভিতৰখন গুৰি কৰি চাবলৈ সিহঁতে কিয় বাৰু মন নকৰে, তাই ভাবিছিল।

তাই আৰু ভাবিছিল, অশোকৰ লগৰ বন্ধুত্বত, এই চুমা তুমা ধৰণৰ বস্তুবোৰ নাথাকিলেওতো হয়।

কেৱল কথা আৰু ভাব বিনিময়, নিৰাপত্তা নিৰাপত্তা লগা, অনুভৱ, এইবোৰেৰে সম্পৰ্ক কিয় হ'ব নোৱাৰে?

অশোক সলনি হৈছে — পঢ়ি থাকোতে এইবোৰ কথাই ভাবি আছিল শোভনাই।

শোভনাৰ ওচৰত লাহেকৈ বহিছিলগৈ অশোক!

শোভনাৰ হাতখন দুহাতৰ মাজত লৈ, কোমলকৈ অশোকে ক'বলৈ আৰম্ভ কৰিছিল,—

কিয় মতা নাই এইকিদিন? মই কি অপৰাধ কৰিলো?

এইবাৰ শোভনাৰ বিস্ময় হোৱাৰ পাল?

ইমান ডাঙৰ কাণ্ডটো কৰিছে আৰু No Reaction!! তাই ভাবিলে

ঃ কিয় কিয় সেইদিনা এনেকুৱা কৰিলে? তাই শুধিলে

ঃ কি? কি কৰিলো? ওলোটাই শুধিলে অশোকে।

ঃ মই, মই যদি কিচ, মানে "Pragnant" হৈ যাওঁ?

শোভনাৰ নিৰ্দোষ মুখখনলৈ চাই হাহিত ফাটি পৰিল অশোক।

শোভনাই গাৰ জোৰেৰে অশোকৰ হাতৰ পৰা মুকলি কৰিব খোজা হাতখন আৰু জোৰেৰে টান মাৰি ধৰিলে অশোকে আৰু হাঁহি হাঁহি ক'লে — এইজনী সঁচাকৈয়ে অঁকৰা! মই আকৌ ভাবিছিলো কটনলৈ গৈ তাই চালু হৈছে, কিন্তু ওহো, কেৱল পোকৰ দৰে কিতাপবোৰৰ মাজত থাকি থাকি তাইয়ো তাহাঁতৰ দৰে পোক হৈ গৈছে।

কিতাপৰ পোক!

সংসাৰত কি হৈ থাকে একো নাজান!

অশোকে ভালকৈয়ে শোভনাক চাই ল'লে এইবাৰ ভৰিৰ পৰা মূৰলৈকে—।

০০০ ভিতৰখনত তাৰ শান্তি নামৰ শব্দ এটাই ভিৰ কৰাৰ দৰে লাগিল। তাৰ গুণ্ডা ইমেজটোৰে সি লগ পোৱা প্ৰায়বোৰ মুনিহ তিৰোতাই দুই নম্বৰী। যিখন ঘৰত সি থাকে তাৰ প্ৰতি তাৰ, আকৰ্ষণ জিৰ', শূন্য। দেউতাকৰ প্ৰতি এক ধৰণৰ ঘৃণাই তাক সময়ে সময়ে পাগল কৰি তোলে, সৰুতে মাকক হালোৱা এচাৰিৰে কোবোৱা ছালবোৰ দেখা বাবেই চাগে এনে হয় তাৰ।

সৰুৰে পৰা পুলিচ, মাৰপিট আৰু গুণ্ডাগিৰি আৰু প্ৰেম?

কেতিয়াৰ পৰা সি প্ৰেম কৰিবলৈ শিকিছিল?

ঘৰৰ ওচৰৰ শকত আবত লীনাক সি স্কুল চুটিৰ পাছত চাইকেলেৰে ফ'ল' কৰিছিল বহুতদিন।

শকত গাঠলু লীনাই, তাৰ ভয়ত এদিন স্কুলৰ পৰা আহোতে কাষৰে পুখুৰীত সোমাই ছিলগৈ, ভয়ত ফোপাই ফোপাই তাই কৈ আছিল—

মৰি যাম, তোৰ নিচিনা গুণ্ডাক ভাল নাপাওঁ।

চহৰৰ কয়লাৰ খাদত বনুৱাৰ কাম কৰিছিল সি, ঘৰৰ লগত জেদ লাগি, শৈশৱ বুলিবলৈ বিশেষ একো নাই তাৰ, অভাৱ অনাটন, মাৰপিট, সন্দেহ। এইবিলাকতে লুতুৰি পুতুৰি গাহৰীৰ দৰে তাৰ পৰিয়ালৰ আটাইবোৰ সদস্য। কেৱল সন্দেহৰ জুইত জ্বলি থকা তাৰ মাকে একেঘাপে মাৰি পেলাব খুজিছিল, এজনী বনকৰা গাভৰু, মিছা সন্দেহত! তেতিয়া সি মাকে অশোক মাকৰ পেটত আছিল। সেয়ে চাগে, সন্দেহৰ আৰু নিৰাপত্তাহীনতাৰ ভূততো বেমাৰৰ দৰে তাৰ এনিটাইম গাতে লাগি থাকে, ভীষণ সন্দেহী সি!

জুৰি! ড্ৰাম বেলবোৰ! বাইচেপ বনোৱা! বাদাম কেচা বুট আৰু নেপালী নাৰীৰ কেঁচা দেহৰ গোন্ধ......

"আহ বন্দুকৰ বাৰুদৰ গোন্ধটো মোৰ নগ্ন নাৰীৰ দেহৰ পৰা ওলোৱা ফুৰফুৰিয়া গোন্ধৰ দৰে লাগে,"

কিযে তুলনা! বন্দুক আৰু নাৰী।

পইচা আৰু বাইচেপ থাকিলে অনায়াসে নাৰী কাবু কৰিব পাৰে বুলি থকা ধাৰণাটো চূৰমাৰ কৰি দিলে এই নিম্নাখিত ছোৱালীজনীয়ে।

শোভনাৰ অলক্ষিতে বছবোৰ কথাই ভাবি দিলে অশোকে।

'কেতিয়াবা এনে হয়। মুহূৰ্তবোৰ স্মৃতিবোৰ বোকোচাত উঠি নিজে নিজেই ঘূৰি ফুৰে, ভাবৰ ঘোৰাতো তেতিয়া লেকাম লগাব নোৱাৰি। কেতিয়াবা স্মৃতিয়ে, কেৱল স্মৃতিয়ে দৈত্যৰ দৰে খেদিফুৰে অহৰহ।

পখিলাৰ দৰে স্মৃতি!

দৈত্যৰ দৰে স্মৃতি!

শোভনাৰ দৰে এইয়া বাস্তৱ। তাৰ চকুৰ আগতে মাত্ৰ দুটা বছৰত, এইজনী কেঁচা পতিয়া ধুনীয়া গাভৰু।

'চুমা খালে গৰ্ভৱতী হয় বুলি ভবা শোভনা।'

'জ্ঞানী কিন্তু, সৰল শোভনা।'

ঃ শোভো, মৰম সদায় পবিত্ৰ হয়,— তইযে পঢ়িবলৈ দিছিলি সেই উপন্যাসৰ এটা লাইনহে কৈছো— আৰু ছোৱালীবোৰ (শ্বেইক্সপিয়েৰে) কৈছে নহয়, সাপতকৈও মাৰাত্মক। সাপে খোট মাৰিলে গম পায়, কিন্তু নাৰীয়ে খোতটো মাৰিলে গমকে নাপায়—-

কল্পনাৰ পৰা ঘূৰি আহিছিল বাস্তৱলৈ অশোক, শোভনাক খং তুলিবলৈ।

ঃ নহয়! নহয়! পুৰুষবোৰহে এক নম্বৰ চেলফিচ্

ঃ সেই কাৰণে মই চিৰকুমাৰ হৈ থাকিম।

ঃ এনে একেবাৰে চিৰকুমাৰ হ'ব। চবতকৈ আগেয়ে বিয়া পাতিব মই জানো।

ঃ ওহ! তোৰ বিয়াখন মই পাতি দিম ধুমধামকে। তোৰ কুমাৰ গৌৰবৰ দৰে দৰাটোৰ লগত। বেয়াও লাগে, চিঠিৰ উত্তৰ নিদিলে। শোভনা চিৰিয়াচ হৈ গ'ল।—

ঃ প্ৰেমত ধেমালি নাই, সিহে প্ৰথমে মোক কাৰ্ড দিছিল?

ঃ কিন্তু জ্বলি পুৰি মৰিছে কোন? অশোকে পুনৰ জোকালে।

ঃ নাই মৰা, ল'ৰাৰ কাৰণে অন্ততঃ মই নমৰো।

ঃ চাওঁ এইফালে আহচোন।

ঃ নাহো। শোভনা চকীৰ পৰা উঠি দৌৰ মাৰিলে, পিছে পিছে অশোক।

এটা সময়ত অশোকে শোভনাক ধৰি বিচনাখনত বহুৱাইছিল। অশোকে পুনৰ শোভনাৰ কোমল হাতখনত জোৰকৈ ধৰিলে, শোভনাই অশোকৰ হাতখন এৰুৱাবলৈ আপ্ৰাণ চেষ্টা কৰি থাকিল।

ঃ শুন বেয়া ভাল থাকে এই মনটোত, এইযে হাতখন আঁতৰাই থকা হৈছে তাৰমানে বেয়া বুলি ভবা হৈছে মোক।

ঃ বেয়া, ভাল, বুলি ভবা মনৰ কথা, মই কোৱা নাই, তোৰ এখন কিতাপৰ, পেজ্ নাম্বাৰ কৈ দিওঁ নেকি? অশোকে ক'লে

ঃ নালাগে, নালাগে —

তেনেহ'লে শুন, আকৌ এটা চুমা লাগে মোক।

গালত ! এইবাৰ তই দিব লাগিব।

ঃ কি? কি?

ঃ কিয় মই তোৰ দোষ্ট নহওঁ— তই তাতে মোক বেয়াও পাই আছ। সেয়ে এটা 'ক্ষতি পূৰণৰ চুমা' "A Patch-up-kiss"

ঃ ওহো! কিয় দিম?

ঃ কিয়? ৰাজক দেখোন কিমান চুমা খাব!

ঃ ৰাজটো মোৰ ভাই!

ঃ আৰু মই তোৰ বন্ধু! বচ! দে এতিয়া!

অশোকে গালখন আগবঢ়াই দিলে,

শোভনাই লাজ লাজকৈ অশোকৰ গালত লাহেকৈ এটা চুমা খাইছিলে, এইবাৰ অশোকে শোভনাৰ এৰি নিদিলে, হাতখনেৰে টানকৈ ধৰি শোভনাৰ কপালত এটা চুমা খাই ওঠত আন এটা চুমা দিয়াৰ আগতে বৈ গ'ল!

'অশোক, লাহে লাহে আগবাঢ়িব লাগিব,

অশোক, ধৈৰ্য্য ধৰিব লাগিব,

অশোক, কুমাৰী ছোৱালীক সম্পূৰ্ণ পাবলৈ ধৈৰ্য্য।

অশোক লাহে লাহে,

কুমজেলেকুৰাৰ দৰে,

লাহে........... লাহে!

টিং- টং

অশোকৰ মনৰ ভিতৰত ঘণ্টা বাজি উঠিল,

উত্তেজনাত সি ঘামি গ'ল, অপ্ৰস্তুত অশোকে শোভনাক, মুঠিৰ পৰা এৰি দি কৈ উঠিল একেবাৰে অনুচ্চ কণ্ঠত ক'লে — যা! যা! পঢ়গৈ এতিয়া! ফাইনেললৈ বেছি দিন নাই নহয়!

ঃ ওঁ যাওঁ — পঢ়া টেবুললৈ যাওঁতে শোভনাৰ অনুশোচনাও হ'ল এক প্ৰকাৰৰ

'ধেৎ, কিযে ভাবিছিলো, অশোক মামাৰ মনত একো বেয়া ভাব নাই, কথাবোৰ ধুনীয়াকৈ বুজাই দিয়ে, কিন্তু ৰিনজিত —ৰিনজিতে কিয় অপমান কৰিলে মোক!

উত্তৰ দিব নোৱাৰা চিঠিতো মই দিয়া নাছিলো!

০০০ ফাইনেল পৰীক্ষা দিবলৈ গৈ, শোভনাই কলেজৰ বাৰান্দাত ৰিনজিত তাইৰ বাবে বৈ থকা দেখিলে ........

ঃ 'অল দ্যা বেষ্ট' ৰিনজিতে ক'লে।

ঃ থেংক ইউ! শান্ত স্বৰেৰে ক'লে শোভনাই,

ঃ বেছি চিৰিয়াচ হ'ব নালাগে, ভালকে পৰীক্ষা দিবা!

ঃ ওঁ, ৰিনজিতৰ কথাৰ উত্তৰত শোভনাই ক'লে।

ৰিনজিতলৈ এবাৰ শেষবাৰৰ বাবে চাই, শোভনাই অনুভৱ কৰিলে নিচেই সাধাৰণ অলপ ধুনীয়া এই ল'ৰাটোৰ বাবে কিমানযে সময় মই অপচয় কৰিলো, —

নিচেই সাধাৰণ সাহসহীন এই ল'ৰাটোৱে কিমানলৈকে বুজিলেহেঁতেন মোক, বুজিলেহেঁতেন নে মোৰ আদৰ্শক? মোৰ লক্ষ্যক? মোৰ অতীতক! মোৰ ডিপ্ৰেচন নামৰ ব্যাধিটোক! আৰু মই কি বিচাৰো তাক?

ওহোঁ। ফাইনেল পৰীক্ষাৰ পেপাৰখনলৈ শোভনাই উত্তৰ বহীত আৰম্ভ কৰিলে লিখা......

'বাই, বাই, ৰিনজিত,

বাই বাই মোৰ প্ৰথম প্ৰেম—

বাই বাই মাত্ৰ এদিনৰ বাবে লগ পোৱা, মাত্ৰ এখন চিঠি দিয়া, মাত্ৰ এখন কাৰ্ড দিয়া মোৰ সপোনৰ কোঁৱৰ—

"You donot deserve me"

Bold ত লিখা সেই কাগজখনৰ পৃষ্ঠাটো ফালি পেলাই, পৰীক্ষা হলৰ পৰা ওলাই আহিল শোভনা...........

এইবছৰ পৰীক্ষা নিদিয়ে তাই। সিদ্ধান্ত ল'লে, ভালকৈ পাচ নকৰিলে দিল্লী কি গুৱাহাটীতে চিট নাপাব কলেজত।

হতাশাই আবৰি ধৰিছিল শোভনাক! এই ল'ৰাটোৰ মুখখন কল্পনা কৰি কিমান পল অনুপল তাই পঢ়া টেবুলত, আখৰত, সপোন দেখিছিলযে হিচাপ নাই। কিয়, কিয় সম্মান জনাব নাজানিলে ৰিনজিতে তাইৰ মতামতক! সিটো ক'ব পাৰিলেহেঁতেন কিবা এটা।

কবটো পাৰিলেহেঁতেন! বুৰ্বক ছোৱালী! তেতিয়াও তাই শান্তি পালোহেঁতেন, কলেজৰ পৰা হোষ্টেললৈ, হোষ্টেলৰ পৰা ৰুমলৈ গৈ শোভনাই দহটা বিষৰ টেবলেট তুলি লৈ একেলগে খাই দিলে—

হঠাৎ মৰিবলৈ মন গ'ল তাইৰ।

চকু দুটা তাইৰ মুড খাই আহিল।

দহটা বিষৰ টেবলেট।

মৰিব নেকি বাৰু তাই! শোভনাৰ চকুৰ পতা দুটা অৱশ হৈ আহিল, —

মৰিবই বিচাৰিছো মই।

'নিজৰ ওপৰত বিশ্বাস নথকা ছোৱালীয়ে মাক দেউতাকক দুখ দিয়াতকৈ মৰাই ভাল,—

লেবেজান হৈ শুই পৰা শোভনাই পিছদিনা, ৰাতিপুৱা, চকু মেলিলে,..

ঘড়ীটোলৈ সেই শোভনা জাপ মাৰি উঠিল ..... ৬-৩০...

নমৰিলো মই। শোভনাই নিজকে এবাৰ ক'লে।

হাতত কাষতে পোৱা কাগজ এখনত শোভনাই দেউতাকলৈ চিঠি এখন লিখিবলৈ বহিল, শ্ৰদ্ধাৰ পাপা,

হাৰি গ'লো মই। হাৰি গলো পৰীক্ষাত। এনে লাগিছে পৰীক্ষা মোৰ ভাল নহ'ব, অহাবছৰ পৰীক্ষা দিয়াৰ সিদ্ধান্ত ললো। গাটো মোৰ বেয়া—

মৰমৰ

দেহীজনী

চিঠিখন লিখাৰ পাছত এসপ্তাহ পিছৰ পৰীক্ষাটো দিবলৈ দিয়াৰ আগ্ৰহ নেদেখুৱাই গোটেই দিনটো, বিচনাতে পৰি থাকিল শোভনা।

এদিন।

দুদিন।

তিনিদিনৰ দিনা দুপৰীয়া কমৰ দুৱাৰ মুখত স্বয়ং মাকক দেখি শোভনাৰ বুকুখন চিৰিংকৈ গ'ল— নিজৰ পৰা পলাবলৈ মন গ'ল শোভনাৰ।

মাকক বহিবলৈ দি, বেলকনিৰ পৰা বাৰান্দাৰ গেষ্ট ৰুমত থিয় হৈ থকা দেউতাকৰ ক'লা পৰি যোৱা মুখখন দেখি নিজকে তাইৰ বেছিকৈ দোষী দোষী লাগি গ'ল। ভিতৰত বহি থকা মাকৰ মুখামুখি হ'বলৈ, সাহস নাথাকিলেও, শোভনা মাকৰ মুখামুখি হ'বই লগা হ'ল।

ঃ মাত্ৰ এদিনৰ বাবেই আহিলো, পৰীক্ষাতো দি দে, বাকী চিন্তা বাদ দে, পাপাৰে তোক বুজাবলৈকে মোকো লৈ আহিছে। তই বুজা ছোৱালী, পৰীক্ষা বেয়া নহয়, এবছৰৰ বাবে ড্ৰপ দিয়া মানে দেউতাৰৰ কষ্ট।

ঃ হ'ব বাৰু দিম পৰীক্ষা। বেয়া হ'লে গালি নাপাৰিবি।

মাকে তীক্ষ্ণ দৃষ্টিৰে শোভনালৈ চালে, কেনেবাকে কিজানি বুজিব পাৰেই কি হৈছে তাইৰ, —অসন্তুষ্ট মাকে, মুখেৰে বিৰবিৰাই ক'লে— কেৱল পঢ়িবৰ বাবেই আছ ইয়াত. পৰীক্ষা বেয়া হোৱাৰ চিন্তা আহিল ক'ৰ পৰা?

শোভনাই একো উত্তৰ দিয়াৰ প্ৰয়োজন বোধ নকৰিলে, ক'ৰ পৰা আৰম্ভ কৰিব তাই, ৰেগিং, খামখিয়ালি, হ'মচিকনেচ, নে ৰিনজিত, নে অশোকৰ পৰা, নে চুটিত ঘৰলৈ উভতি গৈ সদায় মুখামুখি হোৱা মাক-দেউতাকৰ তৰ্কাতৰ্কিৰ পৰা, নে ভিতৰত তাইৰ বাঢ়ি অহা জেনিছৰ মৃত্যুৰ পাছৰ পৰা ডিপ্ৰেচন নামৰ ব্যাধিটোৰ পৰা.....

মাক, দেউতাকক আগবঢ়াই দি শোভনাই পৰীক্ষা দিয়াটোক থিক কৰিলে।

এদিন, এদিন, ভালকে পঢ়ি পৰীক্ষা দিব। মেট্ৰিকলৈকে পঢ়াবোৰেৰে চাগে ওৰে জীৱন চলাই দিব লাগিব।

কিতাপৰ, পৰীক্ষা পদ্ধতিবোৰৰ প্ৰতি এটা অনাস্থা বাঢ়ি গ'ল তাইৰ, মানুহবোৰক. সম্পৰ্কবোৰক, জীৱনবোৰক, ভালকে জানিবলৈ ভিতৰখন ধুমধুপাল হৈ উঠিল,—

পঢ়িয়েইটো আছো বহুত কিবা কিবি, কিমানযে চৰিত্ৰ!

ঃ ৰেগিং সহ্য কৰিব নোৱাৰি হোষ্টেল এৰি ঘৰলৈ গুচি যোৱা কবিতা।

ঃ আশ্ৰমলৈ গুচি যাবলৈ মন যোৱা বন্দনা।

ঃ গৰু-পশুৰ দৰে যাকে তাকে হিংসো কৰি ভাল পোৱা ছোৱালীবোৰ।

ঃ কিতাপৰ পঢ়াৰ বাহিৰে একো চিনি নোপোৱা কৰাইচ-কৰিৰাজ বন্দিতা।

ঃ চাৰ্টৰ দৰে বয়ফ্ৰেণ্ড সলোৱা কল্পনা, ৰজনী।

ঃ মাৰ্ক্সবাদত বিশ্বাস ৰখা ৰ'জি, আৰু কলেজখনত কিমান যে চৰিত্ৰ।

ঃ নিজকে সাঙুৰ খুৱাই গঢ় লৈ উঠা অশোক।

ঃ নিজকেই দেখোন সাঁথৰ সাঁথৰ লাগে কেতিয়াবা।

০০০ শেষ দিনৰ বাবে পৰীক্ষা দি আহিও এই একেবোৰ কথাকেই পাগুলি থাকিল তাই এনেতে বৈশালী দৌৰি দৌৰি আহি শোভনাৰ ওচৰতে ৰ'ল, নিজৰ বেগৰ পৰা এটা খাম উলিয়াই দি, তই শোভনালৈ অৰ্থপূৰ্ণ ভাবে চাই তললৈ মুৰ কৰি ক'লে —

ঃ বাইদেউ, সমৰ মোৰ ৰবদেউতাৰ ল'ৰা।

ঃ তাতে কি হ'ল? শোভনাৰ এইবাৰ আচৰিত হোৱাৰ পাল—

ঃ মই যাওঁ, বৈশালীয়ে আৰু একো নকৈ গুচি গ'ল।

'আৰু বা কি অঘটনে বাট চাই আছে মোৰ বাবে —

এই নিগেটিভ চিন্তাবোৰে মনত একেবাৰে বাঁহ কৰি লৈছে।

সমৰ! মনত পেলাবলৈ মন কৰিলে শোভনাই, সেই যোৱা দুইটা বছৰে তাইক সদায় এভইড় কৰি থকা সমৰে আকৌ কিয় চিঠি লিখিব তাইক?

পাগল হোৱা নাইটো সমৰ।

কি লিখিছে সি?

চিঠি লিখিব লাগে কিয়?

প্ৰশ্নবোৰৰ উত্তৰ পাবলৈকে শোভনাই খামটোৰ পৰা চিঠিখন উলিয়াই ল'লে—

ধুনীয়া হাতৰ আখৰৰ গোট গোটকৈ লিখা চিঠি।

শোভনা মৰমৰ,

আটাইতকৈ,

বিদায় তোমাক এইখন চিঠিৰেই দিছো। প্ৰথম দিনাই তোমাক কটনত দেখি ভাবিছিলো অহংকাৰী ছোৱালী কিন্তু লাহে লাহে তোমাক বুজি পেলালো। কটনৰ মঞ্চত আবৃত্তি, অভিনয়, বক্তৃতা এইবোৰৰ শোভনাজনীক মোৰ ভাল লাগি গ'ল। মাকো ক'লো, মা মই প্ৰেমত পৰিছো। যদিও পঢ়াৰ বাবে দিল্লী পামগৈ কিন্তু এই মই নামৰ সমৰটো তোমাৰ বাবে বন্দী হৈ থাকিব, সদায়। তুমি ছাগে বেলেগক ভাল পোৱা, এৰা স্বাভাবিক। অন্ততঃ তোমাৰ দৰে ধুনীয়া ছোৱালী এজনীৰ বাবে একো নিবিচৰাকৈয়েই তোমাক মই ভাল পাই থাকিম। চিৰকাল

বিদায় — সমৰ।

এটা সৰল হুমুনিয়াহ সৰি পৰিল শোভনাৰ ভিতৰৰ পৰা।

চিঠিখন জাপি ইতিমধ্যে জমা হোৱা তেনেকুৱা ৫০ খনমান চিঠি থকা পলিথিনৰ বেগটোত ভৰাই থ'লে তাই।

কলেজৰ ব্ৰেক বোৰ্ডত লিখিথোৱা...

'মায়াবীনী শোভনা।

'অ' মোৰ অপৰূপা, — এইবোৰ বাৰু সমৰৰ কাণ্ড আছিল নেকি?

অথচ, চিঠিখন পোৱাৰ আগলৈকে এই ল'ৰাটোৱে তাইক জানি শুনি বেছি বেছি কৰি কৰি থাকে বুলি তাইৰ খং এটা আছিল।

তাৰ মানে সেয়া সংকোচ আছিল সমৰৰ।

ভাল পোৱা ছোৱালীজনীক ক'বলৈ চাগে তাৰ কথাই নাছিল।

খালী আবেদন নিবেদন,

নিবেদন আবেদন,—

প্ৰেমিক! গণ্ডা! গণ্ডা

প্ৰেম পত্ৰ! গণ্ডা ! গণ্ডা,

শোভনা, I love you!

০০০ মংগল গ্ৰহৰ দোষ আছে নহয়, তোক পুৰুষে দিগদাৰ দিবই তই নমৰালৈকেই- – মাকৰ কথাষাৰ মনত পৰি গ'ল তাইৰ চেৰেংকৈ।

অথচ কাকো ভাল লগা নাই মোৰ।

কিয়?

পাৰিব, এই প্ৰেমিকবোৰ মোৰ কাৰণে মৰিব?

পাৰিবনে সিহঁতে মোৰ বাবে চৰ্ত নোহোৱাকৈ জীয়াই থাকিব??

নোৱাৰে! উত্তৰতো তাই নিজেই দিলে,.....

কিন্তু এই সকলোৱে যে বিচাৰিছে মোক, এই বিচৰাটোও অদ্ভুত ভাল লগা,... এক ধৰণৰ আত্মবিশ্বাস বেছি কৰাৰ দৰৰ।

বিনজিতক কাপুৰুষ যেন লাগিল আকৌ, তাইৰ—

নাই নাই সমৰৰ চিঠিখন বেলেগ, সি একো দাবী নকৰাকৈ মাত্ৰ তাৰ মনৰ ভাব প্ৰকাশ কৰিছে,.....

চিঠিখন ভৰায়েই শোভনাই বৈশালীক বেলকনিৰ পৰা চিএৰি চিএৰি মাতিলে—

ঃ বৈশালী, সমৰক কৈ দিবা তাক মই যোৱাৰ আগতে লগ কৰিবলৈ বিচাৰিছো.....

যোৱাৰ আগতে, সঁচাকৈ তললৈ মুৰ কৰি থকা সমৰ অপ্ৰস্তুত হৈ হোষ্টেলৰ মুখত বৈ থকা দেখি শোভনাই মাতি আনি গেষ্ট ৰুমত বহুৱাইছিল। সমৰক তাই কৈছিল –

সমৰ, তোমাৰ অনেষ্টি মোৰ ভাল লাগিছে, মোৰ Boy friend নাই, কিন্তু প্ৰেমৰ কথাও ভবা নাই! কেৰিয়াৰৰ কথা ভাবিছো, এইবাৰ ৰিজাল্ট বেয়া হ'লেও অহাবাৰ M A কৰিবলৈ দিল্লী যাম, আৰু তই! হঠাৎ সমৰক 'তই' বুলি সম্বোধন কৰি দিছিল তাই।

সমৰলৈ হাতখন আগবঢ়াই। তাই কৈছিল—

"Somor! will you be my friend, only a true friend"?

সমৰে বিষন্ন হাঁহি এটা মাৰি মুৰ দুপিয়াইছিল।

আৰু শুন, "I love you when you write" তোৰ চিঠিত, আখৰত যাদু আছে,

ভৱিষ্যতে বিখ্যাত সাহিত্যিক হ'ব পাৰিবি। চেষ্টা কৰিবি। মোৰ এড্ৰেছ ল। ঘৰৰ।

মাক তোৰ কথা কম, মাইঁতে পঢ়িব পৰাকৈ চিঠিবোৰ লিখিবি। মোৰ দেউতাৰ নাম.....

ঃ জানো! সমৰে তলমূৰকৈ কৈছিল।

জানো!

কি জানে আৰু সমৰে? ভাল পালে সকলো কথাই চাগে জানিবৰ মন যায়।

.... সমৰ গধূলিৰ দীঘলীয়া ছাঁ হৈ আন্ধাৰৰ লগত মিলি গৈছিল। নিজৰ ৰুমলৈ গৈ ঘৰলৈ যাবৰ বাবে কাপোৰ কানি বান্ধিবলৈ লৈ শোভনাই খঙতে কান্দি উঠিছিল, বন্দিতা আহি শোভনাৰ ট্ৰাংকটোত বস্তুবোৰ ভৰাই ভৰাই শোভনাক ঠাট্টা কৰিছিল—

এনে একেবাৰে, বস্তুবোৰ ভৰাওতেওঁ ভয় খায় — কটনত লেক্‌চাৰ দিবলৈ ভয় নাখায়।

বন্দিতাৰ নিজৰো স্বাৰ্থ আছিল। তাই প্ৰেমত পৰা কথাতো ক'বলৈ আহিছিল, সুবোধ নামৰ ল'ৰাটোৰ প্ৰেমত!

পৰীক্ষা বেয়া হ'লে কান্দিবলৈও আহিছিল বন্দিতা!

আৰু এতিয়া ট্ৰাংক সামৰি দিবলৈ তাই আহিছে।

কবিৰাজ বন্দিতাৰ পঢ়া টেবুলত মাজে মাজে লিখি থৈ অহা শোভনাৰ প্ৰেমৰ কবিতাবোৰ পঢ়ি আবেগত কান্দি দিয়া বন্দিতা এইজনী।

কাক, বাৰু নিজৰ দৰে লাগিছিল এই দুবছৰত?

বাহিৰত বৈ আছিল শোভনাৰ দেউতাক ।

বন্দিতা, ৰুণুমীহঁতক মাত লগাই, হোষ্টেলটোলৈ ঘূৰি চাইছিল শোভনাই —

আকৌ আহিমনে বাৰু?

আহিলেও, এই দুবছৰৰ দৰে নতুন নতুন নালাগিব।

আৰু পৰীক্ষাৰ ৰিজাল্ট?

দুবছৰত ইমানবোৰ পৰীক্ষা দি ভাগৰি লৈছো নেকি,

নে অলপ দোধোৰমোধোৰত পৰিছো। শোভনাই যাবৰ সময়ত ভাবিলে — ।

□□□

# সেই প্ৰেম

কলেজৰ সেই দুবছৰৰ কথা ক'লেই মোৰ খং উঠে অভিলাষ—

কিয়? আকাশৰ কেকোঁৰা চুলিখিনিত হাত বুলাই দি অভিলাষে শোভনালৈ চাই সুধিলে।

বেছিকৈ প্ৰেম পত্ৰ আৰু প্ৰেমিকৰ ভিৰ লাগিছিল বাবে নহয়? নহয়। নহয়। শোভনাই ন- দি ক'লে,

'কলেজৰ প্ৰথম দুবছৰ চাগে মোৰ বাবে এটা "Shock Therapy আছিল' — মই শ্বক প্ৰুফ নাছিলো।

জীৱনৰ চৈধ্যটা দীঘল বছৰৰ কিতাপ, ঘৰ আৰু ভাল ভাল মানুহবোৰৰ পৰা আৰু কুট্টিৰাজনতকৈও জটিল মানুহবোৰ দেখি চাগে ক'ৰবাত কিবা এটাই আঘাট পাইছিল,

ঃ ভবা ধৰণেৰে মই পুৰস্কাৰ পোৱাৰ খুচিত উত্ৰাৱল হোৱা পাপাটিৰ বা স্কুলৰ বাইদেউবোৰ নেদেখি ভিতৰি ভিতৰি চাগে মোৰ খং উঠিছিল —

খিলঙত পঢ়াৰ বাবে নিজকে অন্যগ্ৰহৰ প্ৰাণী বুলি ভবা প্ৰেৰিতা, ৰাতিৰ আন্ধাৰত ভায়লিন বজাই থকা সুস্মিতা, এনেকুৱা ক'ত যে ভিন্ন ভিন্ন মানুহে, ভিন্ন ভিন্ন চৰিত্ৰই মোক অবাক কৰিছিল ঠিকনা নাই।

লিপিকা নামৰ 'পেন ফ্ৰেইণ্ড পাতি পাতি শেষত, পেন ফ্ৰেণ্ডৰ প্ৰেমত পৰা ছোৱালীজনী।

বহুত। বহুত ভিন্ন সুৰী চৰিত্ৰ....

সেই বছৰতে মই ভাবিছিলো, লিখা কামতো ভালকে কৰিম, ভৱিষ্যতে।

আৰু উপলব্ধি কৰিছিলো, কোনো কাৰো লগত নিমিলে।

ঃ আৰু....... আৰু......... বুজিছিলো,

পৃথিৱীত ভাল মানুহ, বহুত কম আছে।

ঘৰৰ সমস্যাৰ পৰা সেইবাৰ নিজৰ ভিতৰলৈ সোমাইছিলো, ঘৰৰ সমস্যাৰ পৰা, খালি এৰাপৰলীয়া ঘৰৰ দৰে আছিল ভিতৰৰ হৃদয়ৰ কোঠাবোৰ—

ঃ কাৰোবাক মই বিচাৰিছিলো অভিলাষ, কাক নাজানিছিলো।

এই কথাবোৰ ক'বলৈ, মোক দিশ দেখুৱাবলৈ, মোক উৎসাহ দিবলৈ, মোক অলপ সান্নিধ্য দিবলৈ,...।

মোক কোনোবাই বুজাতো বিচাৰিছিলো। পৰীক্ষা বহীৰ উত্তৰৰ শোভনাজনীক সঁচাকৈয়ে কোনোবাই জনাতো বিচাৰিছিলো।

সঁচা প্ৰেম বিচাৰিছিলো—

বয়সেই আছিল চাগে সেয়া।

প্ৰেমৰ বয়স।

অথচ অপাত্ৰত প্ৰেম জাহিৰ কৰিবলৈও মন নাছিল।

পৰীক্ষাৰ পিছত মাত্ৰ এবছৰ—

বছৰৰ খোজত এই এবছৰৰ অভিজ্ঞতা, গোটেই জীৱনতোৰ অভিজ্ঞতা আছিল—

নতুনকৈ প্ৰেম কি বুজা, পখিলাৰ দৰে উৰি ফুৰা, কলেজ, এক্সাৰচন, পিকনিক্, কেৰিয়াৰ, এইবোৰলৈ ব্যস্ত থকা মোৰ বয়সৰ ল'ৰা-ছোৱালীবোৰৰ বিপৰীতে এবছৰতেই মোৰ অগ্নিপৰীক্ষা হৈছিল।

ঘৰত।

সমাজত।

কলেজত।

আৰু অশোকৰ ওচৰত।

ৰত্নাকৰক বাল্মিকীলৈ পৰিবৰ্তন কৰিবলৈ গৈ, পোত খাইছিলো চকুপানীত, তেজত, অন্ধকাৰত, আৰু এক দোষবোধত!

মই ভালপোৱা দেউতাক কষ্ট দিয়াৰ দোষবোধত!

মোৰ পৰা মোৰ কষ্টবোৰৰ মাজত আৰু কোনো নাছিল,

মোৰ পৰা মোলৈ, চকুপানীৰ এখন দীঘল শেলুক লগা সাকো আছিল সেইখন।

বৰ পিছল শেলুক লগা সাকো!!!

'সেই প্ৰেম' ৰ প্ৰথম আৰু শেষ পৃষ্ঠাটো এইয়া কৈছো মই অভিলাষ—

শুনি যাবা, শোভনাই অভিলাষৰ চকুলৈ চাই কৈ গ'ল,

অভিলাষৰ চকুত তেতিয়া খেলি আছিল কৌতুহলে—

'সেই প্ৰেম'ৰ অধ্যায়টো জনাৰ কৌতুহল!!

□□□

## শ্ল পয়জন - ১

কেতিয়াবা কেতিয়াবা জীৱনটোকেই কাঠগড়াৰ দৰে লাগে। কেৱল প্ৰমাণ আৰু প্ৰমাণ, আৰু এক প্ৰকাৰৰ যুক্তিতৰ্ক —

কৃষ্ণই বুজাইছিল অৰ্জুনক, গীতাত।
যীশুখ্ৰীষ্টই বুজাইছিল।
হিটলাৰে বুজাইছিল ইহুদিবিলাকৰ বিপক্ষে।

নিজক ভুল নাই কৰা বুলি পতিয়ন নিয়াবলৈকে যেন সংসাৰ বাণীৰ সৃষ্টি, গুৰুৰ সৃষ্টি,
জীয়াই থাকিবলৈ এক মূল্যবোধৰ দৰকাৰ, সঁচা।
কিন্তু এই মূল্যবোধ লৈ, আদৰ্শ লৈ জীয়াই থকাতো বেচ কঠিন।
কোৱা কথাবোৰ কাৰ্যক্ষেত্ৰত পালন কৰা কঠিন কাম।
ভীষ্ম, পিতামহ ভীষ্ম হ'বলৈ সাধনা লাগিব।
বহুত সাধনা......।
প্ৰলোভনৰ পৰা আঁতৰাই ৰাখিবলৈ মনোবল লাগিব,
ভাল হৈ থকাৰ বাসনা,
বগা কাপোৰখন মাটিত পৰি প্ৰায় আধাঘণ্টামান.....................

চকুযুৰি মুদি থকা ধ্যানস্থ শোভনা পুনৰ ঘূৰি আহিল নিজৰ মাজলৈ—

এইদৰে ধ্যানত বহা, ঘণ্টা ঘণ্টা ধৰি ভগৱানৰ লগত কথাপতা — আত্মা-পৰমাত্মা— এইবোৰ ভাল লাগে তাইৰ, কেতিয়াবা সন্ন্যাসীৰ দৰে আসক্তিহীন জীৱন এটা কটাবলৈও ভীষণ ইচ্ছা হয়।

ডঃ এনটন মেচমাৰে যে ১৭৭৫ চনতে মানুহৰ গাত এক ধৰণৰ চৌম্বকীয় (মেগনেটিক) শক্তি আছে বুলিছিল, কিমান সঁচা? এইযে ভিতৰত, মনতো ইচ্ছাশক্তি, এইবোৰ কিমান সঁচা? পৃথিবীত সচাঁটোৱেই যদি জয় হয় তেন্তে ক'তা কেৱল সচাঁৰে উশাহ নিশাহ লোৱা এই মা-দেউতা নামৰ সহজ সৰল পৰোপকাৰী প্ৰাণী দুটাৰ ইমান বিলৈ কিয়? ভগৱানৰ প্ৰতি বিশ্বাস কেতিয়াবা কমি যায় তাইৰ!

নাহেকৈ, মুখেৰে আওৰালে তাই.....

.......That knowledge by which one undivided spiritual nature is seen in all living entities...........

গীতাই সৰ্বশ্ৰেষ্ঠ, কৰ্মই ধৰ্ম, যুদ্ধও কৰিব লাগিব, শত্ৰু বিনাসৰ বাবে, নে গীতা এক প্ৰবোধ, এক ধৰণৰ চিৰাচৰিত Reasoning—

০০০ হ'ব, হ'ব তপস্বীনী, কি এইবোৰ ধ্যান-চ্যান!

স্থলস্থূল কৰি অশোক সোমাই আহিল— বাকী কি খবৰ কুমাৰ গৌৰৱ আৰু তোৰ সমৰৰ। যোৱাবাৰ যে চিঠিত লিখিছিলি?

ক্ষন্তেক মৌন হৈ শোভনাই আৰম্ভ কৰিলে, সমৰ বেলেগ ধৰণৰ ল'ৰা, সি মোক পাবলৈও বিচৰা নাই।

ঃ ওহো, মিছা! চব ভালপোৱাৰ শেষ হয়গৈ লাভত, পোৱাত। তই Yes কৈ দেছোন সময়েও তোক বিচাৰিব। মই কিন্তু ভাল পালে নিজৰ কৰিমেই! বিৰবিৰাই ক'লে অশোকে।

ঃ কাক? কাক? শোভনাই শুধিলে

ঃ যা[illegible]াম।

ঃ তেন্তে চিৰকুমাৰ হোৱাৰ প্ৰতিজ্ঞা.....

অ' মোক ইম্প্ৰেছ কৰিবলৈ কোৱা কথা?

ঃ নহয়?

ঃ হয়, শোভনাই চিঞৰি ক'লে, আৰু এইবোৰ কথা পাতিবলৈ মন নাই, এইবাৰৰ পৰা বচ কেৰিয়াৰ, পঢ়া এয়াই আৰু —

ঃ IAS হোৱাৰ ধাণ্ডা,

ওহো, ভাবিছো, হয়ো নহয়ো, মুঠতে কাৰো গোলাম নোহোৱা, নিজৰ ভৰিত থিয় হোৱা, যিটো পাপাইতে বিচাৰে —

ঃ মই হ'বলা নিবিচাৰো তোৰ ভাল হোৱাতো —

অশোকৰ এই অনুযোগৰ সুৰতো তাইৰ ভাল লাগিল, কথাবোৰ ক'বলৈকে অশোকৰ ওপৰত যে তাই নিৰ্ভৰশীল হৈ আহিছে এই কথাতো গম পাইছেই তাই। অশোকৰ লগত নতুন এনফিল্ড বুলেটত ঘূৰি ফুৰোতে কিবা একধৰণৰ নিৰাপত্তাযে অনুভৱ কৰিছে তাই। কি এই নিৰাপত্তা?

প্ৰেম নহয়তো। ওহো বন্ধুত্ব। শোভনাই ন দি বুজালে নিজক 'তাতকৈ বেছি ভবাতো পাপ, হ'ব!'

এক তাৰিখে ৰিজাল্ট দিব। ৩১ তাৰিখে, মানে আজি মোৰ ভয় লগা আৰম্ভ হ'লেই। ৰাতি এবাৰ মোৰ ওচৰলৈ আহিবনা? কেৱল মোৰ হাতখন ধৰি থাকিবলৈ? এইবাৰ মোক Moral Support এটাৰ দৰকাৰ হৈছে, বেছিকৈ।

সঁচাকে, তাই অনুভৱ কৰিছিল, কোনোবাই তাইক কেচুৱাৰ দৰে বুকুত সাবতি বা হাতত ধৰি থাকিব; মাত্ৰ আজি ৰাতিটোৰ বাবে,

আহিব? তাই পুনৰ সুধিলে—

ও, sure অশোকে ক'লে—।

সাপৰ দৰে শব্দ নোহোৱাকৈ খুপি খুপি আহিছিল অশোক। হাতত থকা ৰেডিয়ামৰ পোহৰ ঘড়ীটো জিলিকি আছিল। আন্ধাৰ ৰাতি ক'লা মেকুৰী এটাৰ ট ট দুটা চকুৰ দৰে। আঠুৰাখন ডাঙি বিস্ময়ত চকু বহল হৈ গৈছিল অশোকৰ —

'হালধীয়া ৰঙৰ চিক্কৰ নাইটি এটা পিন্ধি, বিচনাত এইজনী শোভনা তপস্বীনীটো নহয়; মায়াবিনী।

ককাললৈকে বৈ পৰা সাপৰ ফনাৰ দৰে চুলিকোচা,

গুলপিয়া বৰণৰ ওঠ,

পদুম ফুলৰ দৰে গাৰ পৰা ওলাই থকা গোন্ধ,

এইজনীৰ লগত যদি তাৰ এতিয়া সম্পৰ্ক হয় এয়াই সম্পৰ্ক হ'ব—

আদম আৰু ঈভৰ

আদম আৰু ঈভ—

নিজকে বুজাব নোৱাৰিলে আৰু অশোকে শোভনাক টানকৈ সাবতি ধৰি চুমাৰে তাইৰ সৰ্বশৰীৰ কামাতুৰৰ দৰে গিলি পেলাব খুজিলে অশোকে— এটা পলৰ বাবে অবাক শোভনাই অশোকৰ বাহু বন্ধনৰ পৰা আতৰাবলৈ অশোকৰ উদং পিঠিটোত নখেৰে আচুৰিবলৈ ধৰিলে — 'মতলবি, এৰি দে, তই কি বুজিবি, একো নুবুজিবি। শোভনা খং আৰু দুখত ফেঁকুৰি উঠিল — অশোক এনেকৈ ভোকাতুৰ বাঘৰ দৰে জপিয়াই পৰিব বুলি শোভনাই ভবাই নাছিল—

ছতত আহিয়েই অশোক কমটোৰ পৰা ওলাই গ'ল —

ছেক্স নোহোৱাকৈ প্ৰেম হ'ব নোৱাৰে নেকি?

বন্ধুত্ব প্ৰেম হয় নেকি?

নে মই অলপ Abnormal? নে মই ডাঙৰ হ'লো সঁচাকৈয়ে? চকু দুটা মেলি, কান্দি কান্দি থাকোতেই — সূৰ্যৰ পোহৰৰ লগে লগে তাইৰ কাণত পৰিল বুলেটখনৰ চিনাকী শব্দ। কাকো মাত নলগোৱাকৈ অশোক গুচি গ'ল, ...........

হাতুৰীৰে যেন তাইৰ বুকুখনতে কোবাই থৈ গ'ল সি.......।

বিচনাৰ পৰা উঠিয়েই শোভনা চিধাই বাথৰুমত সোমাল, চাবোনেৰে ঘহি ঘহি নিৰিচৰা ৰাতিৰ চুমাবোৰ তাই ধুই পেলাব বিচাৰিলে............

পিছদিনা ৰাতিপুৱাতো বিস্ময়ৰ ৰাতিপুৱা, ৰিজাল্ট ভাল হোৱাৰ ...

শোভনাৰ হাঁহি উঠি গ'ল। এদিন এদিনকৈ পঢ়া পৰীক্ষাৰ ৰিজাল্ট ইমান ভাল কেনেকৈ হয়?

জেঠাই, কালিলৈ মন্দিৰলৈ যাম ওলাবা!

শিব মন্দিৰলৈ, পৰীক্ষাত যদি পাঁচ কৰিছো তেওঁৰ বাবেই, গাঁৱৰ পৰা প্ৰায়েই আহি থকা, বিধবা জেঠাই গৰাকীয়ে কলে, হ'ব বাৰু কালি সোমবাৰো যেতিয়া সোনকালে ওলাবি.....

সোমবাৰে সোমবাৰে মন্দিৰলৈ গ'লে নিজৰে মনটো বৰ পবিত্ৰ যেন লাগি যায় — ঘৰৰ পৰা ওলায়েই জেঠায়েকে শোভনাক কৈ গ'ল —

শোভনাই শুনি গ'ল, তিনি দিনো হোৱা নাই, অশোকৰ আচৰণে তাইক তেতিয়াও দুখ দি আছিল, একো উত্তৰ দিবলৈ বা কথা পাতিবলৈ তাইৰ মন নগ'ল—

মন্দিৰৰ বিগ্ৰহৰ সন্মুখত বেলপাত এটা দি প্ৰণাম কৰোতেই হঠাৎ তাই চক খাই উঠিল,

এয়া দেখোন অশোক! নিচেই কাষতে। অশোকৰ চকুৰ চকুপানী দুটোপাল স্পষ্ট দেখিবলৈ পালে শোভনাই।

তাইৰ কাণৰ কাষত সি সৰুকৈ আবেগতে কৈ উঠিল,

Sorry সেইদিনাৰ বাবে। কিন্তু মই তোক সচাঁকৈয়ে ভাল পাওঁ।

মোৰ ভুল হৈ গ'ল।

মাত্ৰ এটা মুহূৰ্ত, তেজবৰষা চকুৰে শোভনাই তালৈ চাই,—

মন্দিৰৰ বিগ্ৰহৰ চাৰিওকাষে ঘূৰাত লাগিল, অশোকে সমানগতিত গৈছে পিছে ঘুৰি মন্ত্ৰৰ দৰে উচ্চাৰণ কৰি গ'ল

Forgive me, sorry, sorry–

মন্দিৰৰ পৰা ওলাই আহি দীঘলকৈ উশাহ এটা ল'লে শোভনাই।

সৌৱা ভালেমান দূৰত জেঠাইয়ে ভগবানক আঠু কাঢ়ি প্ৰণিপাত কৰিছে! কিমানবা দেৰী কৰিব আৰু উহ্...।

অশোক মন্দিৰৰ পৰা খৰ খোজেৰে ওলাই শোভনাৰ হাতখন থাপ মাৰি ধৰিলে।

শোভনা উচাপ খাই উঠিল, সোঁহাতখনত অশোকৰ এটা বেণ্ডেজ! তেজ বিৰিঙি আছে।

বেয়াও লাগি গ'ল তাইৰ। তথাপিও চকু মুখত বেয়া লগাতো প্ৰকাশ নকৰি তাই ক'লে, 'এইবোৰ কি? আজিৰ পৰা আৰু বন্ধু নহওঁ?'

: তেতিয়াহ'লে ঠিক আছে, সমান জোৰতে অশোকে ক'লে, বাইদেউ মানে তোৰ মাকো মই sorry ক'ম, কৈ দিম, তই মোক বেয়া পাইছ আৰু কিহৰ কাৰণে তাকো.....

: হাবে পাগল নেকি, মাক কিয় ক'ব লাগে এইবোৰ? মায়েতো ভুল বুজিব, বুজি পাব মায়ে এইবোৰ মিছাকৈ? ক্ষন্তেক অশোকৰ চকুলৈ চাই তাই বুজি ল'ব বিচাৰিলে আচলতে অশোকৰ চৰিত্ৰটোত কিমান বেছি অনুতাপ সনা আছে। অশোকৰ মুখৰ পৰা পুনৰ তাই চকু গ'ল হাতৰ বেণ্ডেজটোলৈ।

: ইচ ৰাম, তেজ ওলাই আছে দেখোন, বলক ঘৰলৈ যাম, ইতিমধ্যে জেঠায়েকে পূজাৰীক দীঘলকৈ সেৱা এটা কৰি শোভনাৰ ফাললৈকে আহি আছিল .....

: বলক

জেঠায়েকে খৰ ধৰকৈ গৈ থাকোতে কৈ গ'ল.....

মাৰ চাগে স্কুললৈ বুলি ওলালেই, ময়ো ১০ বজাৰ বাছখন ধৰিব লাগে। দেউতাৰা বা গুৱাহাটীৰ পৰা তোৰ কেতিয়া আহে। মোৰ ছোৱালীজনীৰ চাকৰিৰ কথাতোও ক'ব লাগিছিল। তইঁতি হালেইতো আমাক চাই আছ।

ঘৰ পায়েই জেঠায়েকে চাহ একাপ খায়েই যাবলৈ ওলাল। জেঠায়েকৰ পদুলি মুৰত থৈয়েই, শূন্য কোঠালীবোৰলৈ সোমাওতেই কাণত স্পষ্টকৈ পৰিল তাইৰ চিনাকী শব্দটো

ঢক..........ঢক.........ঢক..........ঢক.........

নতুন এনফিল্ডখনৰ শব্দই বিদিৰ্ণ কৰি গ'ল তাইৰ হিয়া।

ঢক..........ঢক.........ঢক..........ঢক......... বুকু চেবাই যোৱা শব্দ।

অশোক আহিছে, শব্দই যেন মেহগনি পালেঙত শুই শুই কথা কয়, শব্দই দিয়া বিস্ময় আৰু অনিশ্চয়তা এয়া।

আৰু এইয়া মাত্র এহাত আঁতৰত কান্দি আছে এটা সুঠাম পুৰুষ, সৌঁহাতখন কাটি প্ৰায়চিত্ত কৰিছে, তললৈ মুৰ কৰি কৈ আছে পুৰুষজনে।

যথেষ্ট নহয় জানো এয়া, মোৰ পাপৰ প্ৰায়শ্চিত্ত যিমানেই তোক বুজি পাইছো, সিমানেই মই ভাল পাই গৈ আছো তোক। তই বহুত ভাল, বেলেগ, আৰু মোক তোৰ দৰেই ছোৱালী এজনীৰো প্ৰয়োজন আছিল।

নাকান্দিবা, প্লিজ প্লিজ আবেগেৰে অশোকৰ মুৰতো বুকুত সাবতি লৈ শোভনাও কান্দি উঠিল,

প্লিজ, আমি আকৌ বন্ধু হ'ম, পাক্কা বাদা, এয়া We are friends again, শোভনাক অশোকে, ডাঙি লৈ এইবাৰ বিচনাখনত শুৱাই দি, ওঠত আকৌ তাই বেয়া পোৱা চুমাতো খাই দিলে, বাধা নিদিলে তাই, অথচ স্পৰ্শৰ বিশেষ একো অনুভৱ নকৰিলে, এইটো মুহূৰ্তত, এটা অনেষ্ট মানুহক শান্ত কৰাটোৱেই যেন তাইৰ দায়িত্ব আছিল, — নিজকে দায়িত্বশীলা মাকৰ দৰেহে লাগিল তাইৰ, আৰু বিগ্ৰহৰ ওচৰত কান্দি থকা অশোকৰ দেহসৰ্বস্ব পুৰুষ যেনো তাইৰ নালাগিল,

যাওক, মুখ হাত ধুই আহক, মই চাহ কৰাম, মাকৰ দৰে কথাখিনি কৈ শোভনা পাকঘৰলৈ বুলিয়েই কমটোৰ পৰা ওলাই গ'ল—

বাধ্য ল'ৰাৰ দৰে মুখহাত ধুবলৈ গৈ বেডৰুমৰ দীঘল আইনাখনত নিজৰ মুখখন দেখি অশোকৰ হাঁহি উঠি গ'ল,—

হাতত মাৰি যোৱা বেণ্ডেজটো আৰু তাত লগাই থোৱা তেজ বৰণৰ কাহৰ দৰবখিনি সি এবাৰ শুঙি চালে,

ভিতৰি ভিতৰি হাঁহিত কাটি পৰিল সি... ভাল ছোৱালী পোৱাই নাযায়, আৰু এই শোভনা নামৰ ভাল ছোৱালীজনীক সম্পূৰ্ণ পাবলৈ, অশোকে যি কোনো ফৰ্মুলাই খটাই যাব—।

ইভিল, ডেভিল, চব ফৰ্মুলা—

অশোকে ওঠ দুটা জিভাৰে তিয়াই ল'লে,

শোভনাৰ গুলাপী ওঠ দুটাৰ স্পৰ্শ পুনৰ অনুভৱ কৰিবলৈ চেষ্টা কৰিলে সি—

০০০ ডাঙৰ হ'লো নেকি মই, শোভনাই নিজকে চুই চালে আৰু এবাৰ। সেই যে সৰুতে বুকুত দুপাহ পদুম ফুল নুফুলাৰ বাবে মনে মনে আইনা চাই কান্দিছিলো। আগৰ দাঁত দুটা বেৰিয়া গজি দেখিবলৈ বেয়া হয় বুলি ভয়ত দাঁত লুকুৱাই হাঁহিছিলো। এতিয়া? এতিয়া দেখোন চব ভাল হৈ গ'ল — বুকুত যেন এইয়া দুটা নক্ষত্ৰ।

চুই চালে তাই, ভৰিৰ গোৰোহাৰ কাষৰ দকে ঘূৰুণীয়া পাতটো। চাইকেলৰ স্প'কত লগা দাগটো এতিয়াও আছে। দেউতাকে গাঁৱৰ স্কুললৈ লৈ গৈ তাইক বহুৱাই থৈছিল ওচৰতে। হাতত পেঞ্চিল লৈ তাই আঁকি থাকে। আঁকবোৰ শেষ হ'লে আকৌ আকে— ঘূৰণীয়া, চেপেটা, বৃত্ত..... আৰু স্কুল চুটিৰ পিছত চাইকেলৰ কেৰিয়াৰত দুফালে দুটা ভৰি মেলি আগলৈ হাউলী দুয়োখন হাতেৰে পকা ধানৰ মুঠা ধৰাদি দেউতাকৰ কঁকালত ধৰি চকু দুটা মুদি গৈ থাকে ঘৰলৈ বুলি। আৰু...... সেই এদিন চকাৰ স্পকত লাগি তেজেৰে ৰাঙলী হৈছিল তাইৰ ভৰি। গম নোপোৱাকৈ অকণমানি ভৰিটো চাইকেলৰ চকাত সোমাই গৈছিল। ডাক্তৰে নোচোৱাকৈয়ে দিছিল পেনিচিলিনৰ খোঁচ......

ৰাতিপুৱা দেউতাকে তাইক কান্ধত লৈ ওচৰৰ হস্পিতেললৈ দৌৰিছিল।

ঃ চোৱা ডাক্তৰ, মোৰ ছোৱালীৰ যদি কিবা হয় মই জুই লগাই দিম হস্পিতেল। ডাক্তৰী কৰিবলৈ আহিছে? Test নকৰাকৈ পেনিচিলিন দিয়ে — চাল্লা ষ্টুপিড্.....

.....আৰু বহুত মাহ লাগিছিল সেই পেনিচিলিনে পিষ্ট কৰা অকণমানি দেহাটিয়ে স্বাভাৱিক অৱস্থা ঘূৰাই পাবলৈ। তাইৰ মনত আছে, স্পষ্ট মনত আছে তাইৰ। চকুমুদি কৈ দিব পাৰিব তাই। কেনেকৈ তাই ফুলিছিল বাৰিষাৰ বাঢ়নী পানী ফুলা দি। গেলা দোকানৰ মাৰোৱাৰীৰ পেটটোৰ দৰে তাইৰ ফুলা দেহাটোত গাঁৱৰ কোনোবাই খৰিকাৰ ৰচী বান্ধি দিছিল। তাইক কোলাত লৈ দেউতাকে চুমা খাইছিল। ডাক্তৰবোৰক গালি দিছিল....।

দাঁতৰ আলুবোৰ ক'লা পৰি গৈছিল তাইৰ। নখবোৰ এৰাই গৈছিল মৰুভূমিৰ চিৰাল ফটা মাটিৰ দৰে। কিযে বিড়ম্বনা.....! সেই তেতিয়াৰ পৰা দেউতাকে ভালকৈ মূৰত ভৰাই দিছে তাইৰ — মা, দেহীজনী। No peniciline – No penicilin.......

মই মৰিলেও, তই পেনিচিলিন নল'বি। কেতিয়াও নল'বি। তোৰ দেহে নলয় এই দৰবটো। তই মৰি যাবি...... পেনিচিলিন কিয়, দৰবলৈকে সেই ভয়টো তাই কঢ়িয়াই ফুৰিছে। মৰাতকৈ দৰব নোলোৱাই ভাল।

আৰু সেই পুৰ্নজীৱন পোৱা দেহাটি যিদিনা পূৰ্ণযৌৱনা হৈছিল, দেউতাকে যেন আকাশৰ ৰামধেনু বুকুৰ মাজতে দেখা পাইছিল। হয়তো, সেই বয়স তিনিৰে পৰা ভিতৰৰ তেজবোৰে তাইক দিগ্‌দাৰ দিছিল। অ'ত ত'ত সৰু সৰু ফোঁহা, ভৰিৰ বিষ, দাঁতৰ বিষ — এইবোৰে কাবু কৰি ৰাখিছিল তাইক অনবৰত। অনবৰত দেউতাকৰ কোলাত উঠাৰ অভ্যাসৰ দৰে এই বেমাৰবোৰে খুটখাটকৈ তাইক দিগ্‌দাৰ দিছিল আৰু সেই ডিঙিত হোৱা ফোঁহা এটাৰ অপাৰেচন কৰাৰ দিনাই হঠাৎ তাই আৱিষ্কাৰ কৰিছিল তাই গাভৰু হৈছে। মাক উত্তেজিত হৈছিল। নিয়ম; নিয়ম পালিব লাগিব। ছোৱালীৰ পতিহীনা যুগ — পতিহীনা। ছয় মাহ ব্ৰত কৰিব লাগিব।

ছয় মাহ ! দেউতাকে চিঞৰি উঠিছিল। এই ফুকলীয়াজনীয়ে ছয় মাহ মাছ-মাংস, কণী-ভাত নাখাই পিঠাগুৰি আৰু এসাজ ভাত খাই থাকিব?

ঃ নহ'ব ??

সমান জোৰত মাকে কৈছিল— নহ'ব। মানুহতকৈ নিয়ম ডাঙৰ আৰু এইবোৰ শাস্ত্ৰৰ নিয়ম।

ঃ শাস্ত্ৰ — শাস্ত্ৰ। এই মানুহজনীয়ে বলিয়াৰ দৰে কেৱল শাস্ত্ৰ — শাস্ত্ৰ লৈয়েই পগলা। হেৰ' মানুহৰ জীৱনতকৈ শাস্ত্ৰ ডাঙৰ নে। ছোৱালী কেৱল মোৰেইনে, তোৰো ছোৱালী। চাচোন তাইৰ মুখখন — পৃথিৱীত কিতাপৰ শব্দবোৰৰ বাহিৰে, মঞ্চখনৰ বাহিৰে একোৱেই নাজানে। কেং-মেং দেহটোৱে কিমানযে তাইৰ জঞ্জাল।

পাপাটি, এইটো নাখাওঁ।

পাপাটি, উখুৱা চাউল নাখাওঁ।

পাপাটি, সৰু মাছ নাখাওঁ....

পাপাটি, দাইল নাখাওঁ.....

তাই খায় কি? আৰু এই শাস্তি হ'ল বুলি, পূজাৰীয়ে ক'লে বুলি ছয় মাহ তাইৰ ওপৰত উপবাসৰ অত্যাচাৰ চলিব??

ওচৰৰ বৰবৌ আহিছিল তাইৰে খবৰ ল'বলৈ। বৰবৌৱে মাজতে মাত দি কৈছিল—

ঃ বোলো মাষ্টৰণী, মোৰজনীবো একেই যুগ। কিয়, এই আমাৰ ডাঙৰজনীৰ যুগ আছিল পতিব্ৰতা। কিন্তু বিয়াৰ এবছৰৰ পাছতে তাই বিধবা হৈছিল। এইবোৰ ক'বলৈহে। ৬ মাহত ৩ মাহ ধৰি ১৫ দিন ব্ৰত কৰোৱা। হ'ব আৰু। পঢ়া-শুনাত ভাল ছোৱালী। তাইৰ কপালখন দেখিলেই ক'ব পাৰি ভাগ্যৱতী তাই। ৬ মাহ ব্ৰত কৰাই ছোৱালী নামাৰিবা। আঐ, এই আলাসৰ লাডুটো। দেউতাকৰ কোচতে দেখোন সোমাই থাকে।

ভয়ত তাই থৰ্থৰ্কৈ কঁপিছিল। বান্ধ ভাঙি অহা ফাকুৱাৰ ৰঙৰ দৰে তেজৰ নৈ এখনে তাইক বিস্ময়ৰ চূড়ান্ত শিখৰলৈ লৈ গৈছিল। নিজকে লৈ তাই ভয় খাইছিল। মাকলৈ তাইৰ ভয় লাগিছিল। বহুত বেছি ভয়। বহি থকাৰ পৰা তাই স্পষ্টকৈ শুনিছিল মাক-দেউতাকৰ কাজিয়া —

ঃ এতিয়া দহ দিনলৈ তাই খেৰত শুব লাগিব।

ঃ কি খেৰত? মধ্যযুগত আছো নেকি আমি? দেখা নাই তাই অপাৰেচন কৰি আহিছে? ডাক্তৰে মাছ-মাংস খাবলৈ কৈছে আৰু তাই তুলিত শুব। পেলাই দিবি চুবা হ'লে। এই ঠাণ্ডাখনত, পকাৰ ঠাণ্ডাত ঠেৰেঙা লাগি ছোৱালী যদি মৰি যায় তোকো উটুৱাই দিম নদীত। চুপ্। অই বীণা, দেহীজনীক শুবলৈ পকাত তুলি দুখন পাৰি দে। ....মাকে মতা নাছিল। — কিন্তু মাছ-মাংস।

ঃ ক'ত যায়, ৰ'ব। পুৰুষৰ মুখ তাই পাঁচ দিনলৈ চাব নাপায়। চাওঁ দিয়ক বেগটো। মাছ-মাংস খাব তাই নোৱাৰে। গাখীৰ-বুট-মগু খাব, বচ্। তাকো একেলা। নিয়ম আছে নহয়।

ঃ পাঁচ দিন হ'বলা তাইক চাবলৈ নাপাম..... দেউতাকৰ মাতটো শুনি তাইৰ বুকুখন বিবাই গৈছিল। — পাঁচ দিন আৰু পাপাটিৰ কোলাত বহিবলৈ নাপাওঁ। হঠাৎ উচুপনি এটাই তাইক কাবু কৰি পেলাইছিল। মাকৰ প্ৰতি ঘৃণাত তাইৰ হাতৰ মুঠি দুটা টান হৈ গৈছিল।

মাক নে কচাই! নাৰীৰ সহানুভূতিৰে তাইক বুকুত লৈ মাকে আঁকোৱালি লোৱা নাছিল। বা ওচৰতে বহি, তাইক তাই বিচৰাৰ দৰে হাতত এগিলাচ গাখীৰ লৈ খুৱাই দিয়া নাছিল। সময় ক'ত? ভগবান, পূজাৰী, স্কুল, আলহী, পাকঘৰ আৰু দেউতাকৰ লগত দ্বন্দ্বৰ পৰা তাইৰ বাবে সময় ক'ত বাচিছিল ?

ছয় মাহ, মাত্ৰ এবাৰ এবাৰ ভাত খাব পাৰিম? স্কুললৈ বা যাবলৈ নিয়ম আছেনে শাস্ত্ৰত? নিজকে তাই সুধিছিল......

গাঁৱৰ পৰা তাইৰ খুৰাকৰ জীয়েকবোৰ আহিছিল। — জোনালী! তাই কথা পাতিছিল তাইৰ লগত। সূৰ্যৰ পোহৰ নপৰিবলৈ, খিৰিকি বন্ধ কৰি দিয়া আন্ধাৰ কমটোত অসূৰ্যস্পৰ্শা তাই অগ্নিগড়ৰ উষা যেন। জোনালীয়ে কৈছিল— 'শোভনা, তোৰ মাজনী মানে আমাৰ বৰবৌ বৰ কাঢ়া। ল' এইয়া তোৰ বাবে আনিছো, খা। হাতৰ টিপত তাই ৰসগোল্লা এটা আনি দিছিল— 'আলসুৱা, খা। কেতিয়াবা ব্ৰত কৰি পাইছ? ভোক লাগিব। খা, ভোকত থাকি কি নিয়ম?'

ঃ নাই.... নাই নাখাওঁ। —হাতেৰে আঁতৰাই দিছিল তাই মিঠাইটো। নাই নাখাওঁ। মন নাই, গাটো দুৰ্বল লাগিছে....। মায়ে জানিলে হুলস্থূল কৰিব। তই খাই দে।

জোনালীক ওচৰতে বহুৱাই তাই কৈছিল— উহু কেতিয়া যে গা ধুম!

ঃ কেলৈ, তোক কইনা সজাব নহয়! তোৰ কাৰণে বনোৱা সোণৰ চেটটো বৰবৌৱে আমাক দেখুৱাইছে। মস্ত বাখৰ খটোৱা চেট। তঁহতি ধনী মানুহ নহয়, আমাৰ দৰে নহয়তো! তোৰ বিয়া চাগে কিমান ডাঙৰ হ'ব? শান্তি বিয়াৰ বাবেই ডাঙৰ বিয়াৰ দৰে আয়োজন। গাঁৱত দৈ বনাইছে। মানুহ হ'ব চাগে হাজাৰৰ ওচৰা-ওচৰি..... কইনা, কইনা খেলি ভাল লাগিবনে? তই তোৰ পাটৰ কাপোৰবোৰ চাবি? — লাহেকৈ দুৱাৰখন জপাই তাই সাৱধানে বগা গুণাৰ পাৰীৰ পাটৰ কাপোৰযোৰ উলিয়াই আনিছিল। বিয়াত দিয়া কলগছৰ লগত তাইক বিয়া দি দিয়াৰ নিয়মবোৰ কৰি গৈছিল।

গাঁৱৰ মানুহবোৰ চহৰলৈ তাইৰ শান্তি বিয়াৰ বাবে আহিছিল।

মানুহবোৰ যোৱাৰ পাছত আইনাখনত তাই তন্ন তন্নকৈ নিজকে চাইছিল। কাপোৰযোৰ, খোপাটো আৰু খোপাৰ ফুলবোৰ......

আৰু এয়া! এয়া দেখোন আইনাত পাপাৰ ছবি। পিছলৈ চাই তাই সিঁএৱাৰি উঠিছিল। তাইলৈ একান্ত মনে চাই আছিল তাইৰ মৰমৰ পাপাটিয়ে।

তাইক..... তাইক —কইনাক। দহ দিনৰ পাছত। হয়, মানুহজনে একান্তহে চাই আছিল। পাহৰি গৈছিল নিজৰ অৱয়ৱ।

এই আইনাখনত এইজনীয়েই মোৰ সোণজনীনে। সেই পেনিচিলিনত মৰিবলৈ গুলোৱা লখিমী কাইটজনী..... উহু, বেদনা আৰু আহ্লাদত বুকুখন বিষাই গৈছিল তেওঁৰ। এইক এনেকৈয়ে সঁচাকৈয়ে এদিন উলিয়াই দিব লাগিব নহয়। সেইদিনা বাৰু জীয়াই থকাৰ অৰ্থ থাকিবনে?? চকুদুটা বেদনাত তিতি গৈছিল তেওঁৰ। দুহাতেৰে সাউতকৈ মোহাৰি কমটোৰ পৰা তেওঁ ওলাই গৈছিল।

শোভনাই দেখিছিল সেই চকুপানী! বেদনাত তায়ো কঁপি গৈছিল। দেউতাকে নোকোৱাকৈয়ে তাই বুজি পাইছিল দেউতাকৰ মনৰ ভাব। জলজল-পটপট হৈ তাই খেপিয়াই ফুৰিছিল নিজক। আৰু মাক? —

ঃ হ'ব হ'ব। আৰু পোন্ধৰ দিনৰ পাছত স্কুললৈ যাব পাৰিবি। কিন্তু ছয় মাহ ব্ৰত কৰিব লাগিব। যদি অসুবিধা হৈ যাব তেতিয়া কৰিব নালাগে। কিন্তু তেতিয়ালৈকে কৰিব লাগিবই....।

ছয় মাহ তাই ব্ৰত কৰিছিল। ভোকত স্কুলৰ পৰা আহি বেলি পৰালৈকে তাই বাট চাইছিল মাকৰ আদেশলৈ। মাটিৰ মলা এটাত আমৰ খৰিৰে তাই ভাত বনাই নিজেই খাব লাগিছিল। মাত্ৰ এমুঠি ভাত। আৰু মগু দাইল। অলপমান ঘিউ। মাকৰ প্ৰতি দুৰ্দান্ত ঘৃণা এটাই পুনৰ তাইক বিহ্বল কৰিছিল। কিন্তু ফাঁকি দিয়া নাছিল তাই। স্কুলত বিনীতাহঁতে তাইক কৈছিল — 'বাদ দে, খা চিংৰা।' স্কুলৰ কেণ্টিনত একো খোৱা নাছিল তাই।

মাকে গালি পাৰিছিল তাইক। জহনিজাতি — খাবলৈ তত নাই। বেলি নপৰিলে খাব নোবাৰিবি। পতিহীনা ব্ৰত তোৰ। তাই কান্দিছিল। মাকক অন্তৰেৰে শাও দিছিল। ভগবানক প্ৰাৰ্থনা কৰিছিল— 'ভগবান, কাকো এনেকুৱা মাক নিদিবা। স্কুল, ব্ৰত আৰু তাৰ ওপৰত গালি! .....মাকক বেয়া পাবলৈ, বেছিকৈ বেয়া পাবলৈ আৰম্ভ কৰিছিল তাই। জোনালী মাজে মাজে গাঁৱৰ পৰা আহিছিল। তাইৰ লগত খেলিছিল, কথা পাতিছিল। ৰাণীহঁতৰ লগত গধূলি গধূলি খেলিবলৈ তাই যাব পৰা নাছিল। মাকে কৈছিল— খবৰদাৰ, ব্ৰতৰ সময়ত খেলা-ধূলা নাই। পাপ লাগিব।

পাপ! পাপ! এইযে মোৰ অকণমানি মনটো, ভোকলগা পেটটো — এই দুটাক কষ্ট দিয়াৰ পাপটো বা কোনে কৰিছে? তাই নিজকে কৈছিল.....

আৰু ছয় মাহৰ অন্তত তাইক মুখত মাছ-মাংস দিবলৈ মাকে আয়োজন কৰিছিল ভোজৰ। দেউতাকৰ মুখত হাঁহিটো তাই দেখিছিল। স্বস্তিৰ হাঁহি। বেছি একো কথা নকৈ তাই চিঞৰি দেউতাকৰ কোলাত জাপ মাৰি তেওঁক সাৱটি ধৰিছিল। 'পাপাটি!'

দেউতাকে একো কোৱা নাছিল। কিন্তু নিশ্চয় বুজিছিল— নিয়ম আৰু শাস্ত্ৰই বলিয়া কৰা নিজৰ মানুহজনীৰ যুক্তিহীন তৰ্কবোৰ। আচলতে তৰ্ক কৰি তেঁয়ো ভাগৰি পৰিছিল। লাভ যে নাছিল তেঁয়ো জানিছিল।

ঃ অহ্ এতিয়া মাছ-মাংস থিকচে খাই ভালৰ হ'ব লাগিব। চাওঁ তোৰ ডিঙিৰ দাগটো, চাওঁ...... তললৈ হাউলি হাতেৰে চুই চাইছিল তাইৰ অপাৰেচনৰ দাগটো। ঠিক আছে, ঠিক আছে। আৰু শুন— No peniciline.......

ঃ Yes Papa, No peniciline.......

ঃ আৰু শুন, কটনত পঢ়িবলৈ ৰেডী হ ..... বাদ দে মাৰৰ নিয়ম-চিয়ম। বহুত কৰিলি..... ছয় মাহ ব্ৰত।

ঃ বুকুৰ ওপৰলৈ উজাই অহা দুখটো তাই বখাব পৰা নাছিল। ৰাতি শুবৰ সময়ত তাই আকৌ এবাৰ ভাবি চাইছিল— মাক নে কচাই! ক'ত, আজি ছটা মাহ এবাৰোতো মাকে তাইৰ ওচৰত নবহিলে..... তাইৰ হাতত হাত থৈ চুলিবিনিত হাত ফুলাই এবাৰোতো নক'লে

— মাজনী, কলিজা, ভোক লাগিছে নেকি? বা — বাদ দে নিয়মবোৰ। নোখোৱাকৈ থকাৰ কিবা নিয়ম আছে নেকি? স্কুললৈ অতদূৰ খোজ কাঢ়ি যাবি, দিনটো নোখোৱাকৈ কষ্ট নাপাবি জানো মা ??

— ওঁহো! মানুহজনীয়ে নিজৰ বাহিৰে কাৰো কথাই ভবা নাছিল। মানুহজনীৰ মৰমবোৰো আছিল নিয়ম মাফিক। মানুহক আঁতৰাই পেলোৱাৰ নিয়ম। মানুহজনীয়ে চাগে গমেই পোৱা নাছিল। এই অমানুহ নিয়মবোৰৰে মানুহজনীৰ পৰা আঁতৰি গৈছিল প্ৰথম সন্তান শোভনা।

মৰমৰ বাহিৰে জানো কিবা নিয়ম থাকে? ভগৱান মানেইতো প্ৰেম। নিয়মৰ তুঙ্গতাত মানুহজনী কঠোৰ হৈ গৈছিল। পাষাণ টুকুৰা শিল যেন হৃদয়! এই নিয়মবোৰে ৰুণক কিয় স্পৰ্শ নকৰে? ৰুণ নিৰ্ভয়ে মাকৰ বুকুৰ মাজত শুই আছিল। এক ধৰণৰ সৰ্পিল হিংসাজড়িত চিন্তা এটাই কিল্‌বিলাই আছিল শোভনাৰ মূৰটোত? ক'তা ৰুণৰ বাবেতো মাকে নিয়ম বনোৱা নাই। ৰুণৰ বাবে নিয়ম নাই। যেতিয়াই মন যায় খেলিব পাৰে, চিনেমা চাব পাৰে আৰু টি.ভি চাব পাৰে। চব মাফ্। শাস্ত্ৰত ল'ৰাৰ বাবে নিয়ম নাই!

মাকৰ শাস্ত্ৰত ল'ৰাৰ বাবে নিয়ম নাই!

মোৰ জন্ম নিয়ম ভঙাৰ নিয়ম গঢ়িবলৈ। পাপাৰ নিয়মবোৰৰ অৰ্থ আছে। যেনে— মিছা কথা নোকোৱা, বেছিকৈ পঢ়া, শুদ্ধকৈ উচ্চাৰণ কৰা, বজাৰৰ চানা-বুট নোখোৱা। এইটো তাই বুজি পায়; কিন্তু এই অৰ্থহীন নিয়মবোৰ! মাকৰ! আৰু চাগে ক'ত নিয়মৰ উৎপাত আৰম্ভ হ'ব? টোপনি নধৰিল তাইৰ। ছয় মাহৰ ব্ৰত কৰাৰ খংটো ভিতৰি ভিতৰি উমি উমি জ্বলি থাকিল।

সাপৰ দৰে নেকি মই? বছৰে বছৰে ভিতৰে ভিতৰে খণ্ডত অগ্নিশৰ্মা হৈ থাকো যে? কিয় সহজে ল'ব নোৱাৰো? যান্ত্ৰণা — সেইবোৰ যান্ত্ৰণা, যিবোৰৰ বাবে মই দায়ী নহয়। কিয় সহ্য কৰিব নোৱাৰো ভুল....... শোভনাই নিজৰে লগত কথা পাতি থাকিল।

অমৃতা প্ৰীতমে যে আইতাকে আছুতীয়াকৈ ল'ৰাৰ বাবে থোৱা পানীৰ কলহটো ভাঙি পেলাইছিল। মনত পৰিল তাইৰ। ৰাতিটো তাই নুশুলে। ৰাতিপুৱাই চাইকেলখন লৈ তাই ফিল্ডলৈ ওলাই গ'ল। চাইকেল শিকিব নতুনকৈ তাই। জোৰেৰে চলাব, ডাঙৰ হ'লে জোৰেৰে গাড়ী চলাব। দেহটোৰ বাহিৰেনো ল'ৰা-ছোৱালীৰ কি পাৰ্থক্য থাকে?

একো নাই!

একো নাই!

থকা হ'লে, পাপাটিয়ে মোক ৰুণতকৈ বেছি মৰমেৰে নুতুলিলেহেঁতেন! ইন্দিৰা গান্ধীও দেখোন প্ৰধানমন্ত্ৰী? তেনেহ'লে? মাৰ গালিবোৰ এইকাণে সুমুৱাই সিকাণে উলিয়াই দিম...... আৰু মাকৰ চিএৰ-বাখৰ আৰম্ভ হৈছিলেই...... — হৰি বিষ্ণু! কালি-পৰহি ব্ৰত ভাঙিছেহে, দেও আজি চাইকেল লৈ দাংকাটি ওলাই গ'লেই। কাক বা গা দেখাবলৈ গৈছে? দাংকাটি — এইজনী গাভৰু হোৱাৰে পৰা উদণ্ড হ'ল? হাৰামজাদী! ঘৰৰ কাম এটা কৰিব নোৱাৰে, খালি ফিতাপ। আৰু এতিয়া চাইকেলত ধৰিছে। দাংকাটি, মোৰ মূৰটো খাব এই...।

চাইকেলখন জোৰেৰে টেঙুত থৈ, মাকৰ মুখামুখিকৈ থিয় হৈ তাই স্পষ্টকৈ মাকক প্ৰশ্ন

কৰিলে— 'চাইকেল শিকিলে কি হয়? দাংকাটি? আচ্ছা। কিন্তু কণ? তেনেহ'লে সি কি?

ঃ সি ল'ৰা আকৌ!

ঃ পঢ়াত কোন ফাষ্ট হয়? মই নে সি?

ঃ সি কাঁহি-বাতি ধোৱেনে? ঘৰ কোনে চাফা কৰে?

ঃ শুন, ঘৰটো মই চাফা কৰিম। কিন্তু কাঁহি-বাতি মই নোধোওঁ, চিলাই নকৰো। ছোৱালীয়ে কৰা একো কামেই নকৰো। শুনি ল। নকৰো — ন - ক - ৰো — ন-ক-ৰো। আগতে যদি কৰিছিলো এতিয়া নকৰো। মৰমেৰে ক'লে কৰিলোহেঁতেন। কিন্তু মই নকৰো। আৰু তই জানই, মই নকৰো বুলি ক'লে নকৰো। মৰি গ'লেও নকৰো।

এক ধৰণৰ তিক্ততাই চৰমসীমা পাইছিলগৈ শোভনাৰ মনত। মাকলৈ আঙুলি টোৱাই তাই তেতিয়াও চিঞৰি আছিল। ....কি কৰিবি তই মোক? মাৰিবি? মাৰ। কিন্তু মোক খণ্ডেৰে একো কৰাব নোৱাৰিবি। জন্ম তই দিছিলি, মই নিজে হোৱা নাছিলো নহয় —

ঃ নিজৰ সুখৰ বাবে মোৰ জন্ম!

ঃ কি.....। মাক স্তব্ধ হৈ গৈছিল।

ঃ অ' নিজৰ সুখৰ বাবে মোৰ জন্ম। মই নাজানো নেকি? কিয় মই ডাঙৰ হোৱা নাই? ৰ' মই এবাৰ এইখন ঘৰৰ পৰা ওলাই যাম। আৰু তোৰ কেটেৰা-জেঙেৰা খাবলৈ নাহো। ...... কেতিয়াও ......... ল'ৰাই কৰিব নোৱাৰা কাম মই কৰিহে মৰিম। চাম ল'ৰা ডাঙৰ নে মই ডাঙৰ। ল'ৰা ডাঙৰ নে ছোৱালী ডাঙৰ। পাপা থকালৈকে মই তোক আৰু কেয়াৰ নকৰো। মই চাম, তই কেনেকৈ কণৰ বোৱাৰীৰ লগত থাকিব পাৰিবি। তোৰ লগত কোনো ছোৱালী থাকিব নোৱাৰে। তই কাকো ভাল পাব নোৱাৰ, স্বাৰ্থপৰ তই! — You are sick, তোক মই ঘিণ কৰো মা। I hate U – I hate U.... মোৰ লগৰ বস্তি-বিজিইঁতৰ মাকবোৰ লখিমীৰ দৰে। কিমান মৰম! আৰু তই — তই মোক কেৱল গালিয়েই পাৰি থাক। তোৰ পৰা মই দূৰলৈ যামগৈ। মোক তই ধৰি ৰাখিব নোৱাৰিবি!

ঃ এই হ'ব হ'ব — চুপ্ থাক। মাজনী, তই ডাঙৰ হৈ কিয় মাৰৰ লগত লাগ'। জানই দেখোন মাৰাৰ এনেকুৱাই......। পঢ় পঢ়, পঢ়। দেউতাকে কৈছিল।

ঃ ওঁ, পঢ়িম। পঢ়িম। পঢ়িলেই চাগে গুচি যাব পাৰিম এই নৰকৰ পৰা। ঘৰ নে নৰক এইখন? খালি দ্বন্দ্ব। কোনে কি দিছে তাকে লৈ দ্বন্দ্ব। খালি হিচাপ নিকাচ গেলামালৰ দোকানীৰ দৰে — খালি আবদাৰ......

— চব কুন্তিবাজনৰ বাবে হ'ল। তাৰ আগলৈকে কিমানযে ভাল আছিল জীৱন!

— কুন্তিবাজন! কুন্তিবাজন! শোভনাৰ মাকৰ ওপৰত উঠা খংটো কুন্তিবাজনলৈ বিয়পি গ'ল। সমুখত তাইৰ আয়নাৰ দৰে স্বচ্ছ হৈ উঠিল তাইৰ মামাক আৰু মাহীয়েকৰ লানি.....

চাল্লা — চাৰিবছৰ পাৰ হৈ গ'ল, কোনেও খবৰ ল'বলৈ নাহিল। চব কুন্তিবাজনৰ দাস। যেতিয়া কামৰ বাবে দৰকাৰ হ'ব, তেতিয়া চাগে চব আহিব। চব.... পাপাৰ ভৰিত ধৰিবলৈ মৰিলেও কিলবিলাই ফুৰিব।...... সম্পৰ্কৰ ওপৰত আস্থাবোৰ তাইৰ সঁচাকৈয়ে হেৰাই গ'ল।

মোৰ নিয়ম হৈছে নিয়ম ভঙাৰ সঁচা নিয়ম

মোৰ নিয়ম হৈছে, পাপাই কোৱা কথাবোৰ,
মোৰ নিয়ম হৈছে —
মানুহৰ বাবে থকা — মানুহক শান্তিৰে জীয়াই
থাকিবলৈ দিয়া নিয়মবোৰ
মোৰ নিয়ম মায়ে বনাই দিয়া
মিছা নিয়মবোৰ ভঙাৰ.......
— টিং - টং

মনত ঘটনাটো আকৌ সবব হৈ উঠিল শোভনাৰ।
এইবাৰ কঠোৰকৈ —।

❑❑❑

## শ্ম' পয়জন -২

সেয়া কটনত ২য় বাৰৰ বাবে মই প্ৰবেশ কৰিছিলো। ৰুগ ডাঙৰ হৈছিল, ৰাজো। লাহে লাহে কথাবোৰ বুজাকৈ...... ভাল লাগি গৈছিল জীৱন, কবিতা ওলাই গৈছিল কলমেৰে —

সোণোৱালী জখলাৰ সিফালে
আছে চাগে, মই বিচৰা
স্বৰ্গ —
স্বৰ্গ? নে সুখৰ পাৰাপাৰ হেন্দোলনি
এই আকাশ,
ভয়ানক — মূৰ্ত্ত কৰা মোৰ বুকুৰ শব্দ
ভিতৰত কিহবাৰ কল্লোল
কাৰোবাৰ কৰাঘাট —
মৃদু মৃদু ধ্বনি.......
ওহ্ সুৰৰ চিম্ফনী —
ওহ্ সুৰৰ চিম্ফনী

পগলাৰ দৰে চঞ্চলাই আছিল মন। ভাষা, স্বপ্ন, পৃথিৱী.........

আৰু এয়াই আছিল সুখৰ শেষ স্বপ্ন। নুমাই যোৱাৰ আগতে বোলে চাকিৰ পোহৰ বেছি হৈ যায়। মোৰো হৈছিল চাগে এনে। কাৰণ অশোক জীৱনলৈ অহা মানেই — মৃত্যু আৰু নৰকৰ কীটৰ কাঁইটভৰা মৰুভূমিৰ গৰম বতাহ আছিল। এই বতাহত উশাহ ল'ব নোৱাৰি পিয়াহত ছট্‌ফট কৰিলেও পানী নাপায় যেন এয়া আছিল — মিৰেজ Mirage পানীৰ ভুৱা ছাঁয়া।

শোভনাই কৈছিল অভিলাষক—।

০০০ দুবছৰৰ আগেয়ে সপোন সপোন লগা একেই কলেজৰ একেই হোষ্টেলৰ বাৰাণ্ডাত ভৰি দি শোভনাই এক ধৰণৰ স্বস্তিৰ নিশ্বাস এটাই পেলালে। কোনো ধৰণৰ স্মৃতিয়ে তাইক আমনিও নকৰিলে। কলেজৰ প্ৰতিটো চুকে-কোণে যেন লিখা আছে— শোভনা ৱেলকাম।

আহা, ভালকৈ পঢ়া। আমি তোমাক ভালকৈয়ে জানো। কলেজৰ সন্মুখৰ সৌখন কেন্টিন। হাঁহি উঠি গ'ল তাইৰ। এবাৰ তাইৰ জন্মদিনত সিহঁতি মানে, ৰাজু, প্ৰাঞ্জল, ৰেৱী, মুঠতে দহটা মান অশ্বক্লান্তলৈ গৈছিল। দেউতাকে জন্মদিনৰ বাবে বেলেগকৈ পঠাই দিয়া পইচাৰে তাই সকলোকে খুৱাইছিল। বদিন কেবিনৰ মাংস আৰু পৰঠা, কমলা টেঙা।

চকুচৰহা ইমন্‌হঁতে প্ৰাঞ্জলক শোভনাৰ চাম্‌চা বুলি কওঁতে প্ৰাঞ্জলে হাতৰ গ্লাচটো মাৰি পঠিয়াইছিল। লণ্ডভণ্ড কেণ্টিনখনৰ কথা পিছতহে ৰাজুৱে কৈছিল শোভনাক। কল্পনাৰ কলেজখন কেনেকৈ যে কজ্জা হৈ গ'ল মোৰ — এটা গৌৰৱৰ হাঁহি মাৰিলে শোভনাই।

নিজকে চাগে মই এনেকৈ চোৱাই নাছিলো ইমান গুৰুত্ব দি। প্ৰয়োজনতকৈ গহীন, প্ৰয়োজনতকৈ চিৰিয়াছ, এইবোৰ নাড়ি-নক্ষত্ৰ বিচাৰি নিজক চোৱাই নহয়।

ঃ হেই শোভনা, ডিবেটিং চেক্ৰেটেৰী প্ৰভাতে পিচফালৰ পৰা মাত লগালে। — "হেই শোভনা বাঃ এই ৰিহাযোৰেৰে তোমাক অপূৰ্ব লাগে। আমাৰ লগৰ প্ৰাঞ্জলে তোমাৰ নিক্‌নেইম থৈছে 'ৰিহামাই'। তোমাৰ ড্ৰেছ চেন্সটো একেবাৰে বেলেগ! —প্ৰশংসাৰ দৃষ্টিৰে মুগ্ধ হৈ প্ৰভাতে শোভনাক ক'লে..... আৰু প্ৰাঞ্জল তোমাৰ কাৰণে পাগল।

ঃ কোন প্ৰাঞ্জল? —শোভনা এইবাৰ ৰৈ গ'ল।

ঃ পি-জিৰ। হাতীমুৰীয়া। তোমাৰ বাবে সি বোলে জান দি দিব।

ঃ মই কাৰো জান নলওঁ দেই। —শোভনাই হাঁহি হাঁহি ক'লে।

ঃ কোৱা, কি খবৰ? কেতিয়া আহিলা, মেজৰ কিহত ল'লা? আৰু শুনা, এইবাৰ কিন্তু তুমি ডিবেটিঙত উঠিব লাগিব। জিকিবাতো জিকিবাই, ছোৱালীবোৰৰ কথা নাজানো কিন্তু ল'ৰাবোৰৰ আধাবোৰ তোমাৰ প্ৰেমিক যেতিয়া তোমাক ভোট দিবই। —প্ৰভাতে ক'লে।

ঃ আহা কেণ্টিনত, চাহ-চিংৰা খুৱাম।

কলেজৰ বাৰান্দাৰ পৰা কেণ্টিনলৈ শোভনা, প্ৰভাতৰ সৈতে লাহে লাহে খোজকাঢ়ি গৈ থাকিল। কলেজত বহুবোৰ অচিনাকি মুখৰ মাজৰ চিনাকি মুখবোৰেৰে হাঁহি আৰু চকুৰ বিনিময় কৰি গ'ল শোভনাই।

ঃ শোভনা, তোমাৰ বয়ফ্ৰেণ্ড আছে নেকি?

ঃ ওঁ কিয়? অকস্মাৎ প্ৰভাতৰ এই প্ৰশ্নটোৰ উত্তৰৰ বাবে তাই প্ৰস্তুত নাছিল।

ঃ নহ'লে, ময়েই তোমাক প্ৰপ'জ কৰিলো হয়। —প্ৰভাতে হোঁ-হোঁৱাই হাঁহি দিলে। "আৰু হোষ্টেলত তোমাক লৈ পাগল বাকীবোৰৰ পৰা আৰামচে ঢুলাইটো খাই ল'লোহেঁতেন।"

ঃ বিদ্যা, শপত। প্ৰভাতে শোভনাৰ চকুলৈ স্পষ্টকৈ চালে এইবাৰ। চিৰিয়াছলি। শোভনা, তুমি জানানে — কলেজত তুমি কিমান পপুলাৰ। সমৰে তোমাক লৈ কবিতা লিখে, বিভাষে ভাল পায় তোমাৰ কঁকাললৈকে বৈ পৰা চুলিকোছা, চিলভিয়াছ নামৰ চাহ-বাগিচাৰ ল'ৰাটোৱে তোমাৰ মাতটো ভাল পায়। তোমাৰ মাতটো বোলে সাগৰৰ ঢৌৰ দৰে। উটি-ভাঁহি যাব মন যায় তাৰ। আৰু বিক্ৰমে ভাল পায় তোমাৰ খোজটো। তুমিযে অলপ আগলৈ হাউলি খোজ দিয়া— এইটো বোলে প্ৰচণ্ড আত্মবিশ্বাসৰ চিন। এ...... তোমাৰ প্ৰতিভাবোৰৰ গুণানুকীৰ্তন কৰে, নাটকৰ কথা, কবিতাত, লিখাত......

এইয়া কেইটা হ'ল— এক, দুই, তিনি, চাৰি আৰু মই প্ৰভাতে ভাল পাওঁ। ফিদা হওঁ তোমাৰ বক্তৃতাবোৰত আৰু এই....... এই....... হাঁহিটোত। বিদ্যা-শপত — এই ৰহমত কাই, এটা লালমোহন শোভনাৰ নামত দিয়া, দুই চিংগল চাহ। সঁচাকৈ শোভনা, বিদ্যা-শপত — তোমাৰ নেতৃত্ব দিব পৰা অদ্ভুত এটা গুণ আছে। ইন্দিৰা গান্ধীৰ দৰে এক চফিচটিকেশ্বন

আছে। এটা কামাগু আছে।

গৰম চাহকাপ হাতত লৈ শোভনাই ক'লে— "কিন্তু well wishers হে নাই। ছোৱালীবোৰৰ কোনেও মোক ভাল নাপায়।

ঃ নাপাবতো! মই ছোৱালী হ'লে ময়ো ভাল নাপালো হয়। ভাল নোপোৱাটো একপ্ৰকাৰ ইনফিউৰিটি কমপ্লেক্সৰ বাবে হয়। তোমাক কোনোবাই ঈৰ্ষা কৰিলে জানিবা তোমাৰ কিবা এটা বেছিকৈ আছে।

ঃ প্ৰভাত, হেই.... তোমাৰ কথাবোৰ বৰ মৰম লগা।

ঃ কিন্তু মানুহটোক কিয়যে মৰম লাগি নাযায় তোমাৰ। বিদ্যা-শপত! একেবাৰে বিয়া কৰাই দিলোহেঁতেন। আৰু চালাহেঁতেন প্ৰভাতে কি কি কৰিলেহেঁতেন! চিৰিয়াছলি!

ঃ আকৌ "Back to square one" শোভনাই লাহেকৈ প্ৰভাতৰ পিঠিতে ঢকা এটা দি দিলে।

প্ৰভাতে পুনৰবাৰ শোভনাৰ চকুলৈ চাই ক'লে— চিৰিয়াছলি শোভনা, এইবাৰ মোৰ পাছতে তুমি চেক্ৰেটেৰী আৰু। মোৰ প্ৰেমৰ বিল চাবমিট কৰিলো, পাচ কৰা নকৰা তোমাৰ কথা। বিদ্যা-শপত শোভনা, তোমাৰ গাত যাদু আছে, যাদু..... শোভা, কলেজ উইকৰ কিন্তু চব এনাউন্সমেণ্ট তোমাৰ! টিলভিয়াচে ভাল পাব, সাগৰৰ টৌত খেলি থকা যেন লাগিব তাৰ। আৰু শুনা, প্ৰভাতে শোভনাৰ চুলিকোছাত লাহেকৈ টান মাৰি ক'লে— তোমাৰ হালধীয়া মেখেলা চাদৰযোৰ পিন্ধি আহিবা, অপূৰ্ব লাগে তোমাক। কেতিয়াযে মোৰ বিল পাচ কৰিবা!

প্ৰভাতৰ নিৰৱচ্ছিন্ন কথাৰ আধাতে বাধা দি শোভনা, যাবলৈ ওলাল, ঘড়ীটোলৈ চাই তাই উচাপ খাই উঠিল, ১০ তাৰিখ। আজিতো অশোকৰ চিঠি অহাৰ কথা, কলেজৰ পৰা হোষ্টেললৈ প্ৰায় দৌৰি যোৱাদি শোভনা গ'লগৈ। লেটাৰ বক্সত, সেয়া তাইৰ চিনাকি আখৰৰ অশোকৰ চিঠিখন — বুকুখন ঢুক-ঢুক কৰিলে তাইৰ। প্ৰবল আগ্ৰহত চিঠিখন বাটতে খুলি ল'লে তাই।

"শোভা, পূজাৰ বন্ধৰ আগতে মই যাম, হোষ্টেললৈ, বহুত প্ৰশ্নৰ উত্তৰ বিচাৰি.........
—অশোক"

পূজাৰ বন্ধততো পাপাও আহিব।

ভয়ত শোভনাৰ অষ্ঠ-কণ্ঠ শুকাই গ'ল।

এইবাৰ কলেজলৈ অহাৰ আগতে, ঘৰত দেউতাকে মাকক কোৱা তাই স্পষ্টকৈ শুনিছিল— 'এই অশোকটোৰ বাবেই কণটো উদণ্ড হৈছে.... গুৰু-গোঁসাই নমনা হৈছে।

ঃ মোৰ পৰিয়ালৰ মানুহ আপুনি বেয়া পায়েই, গাঁৱৰবোৰহে ভাল। মাকে সচৰাচৰ কোৱাৰ দৰে ভেকাহি মাৰিছিল।

ঃ নহয় অ'। অশোকে কণক হিংসাৰ শিক্ষা দিয়াটো ঠিক হোৱা নাই। ইহঁতক অহিংসাৰ পাঠ শিকাই মই ডাঙৰ কৰিছো।

ঃ তেন্তে প্ৰথম দিনা তাক কিয় আশ্ৰয় দিছিল?

ঃ দেশপ্ৰেমিক বুলি ভাবি, বিপ্লৱী বুলি ভাবি। স্বাধীনতা আন্দোলন, ভাষা আন্দোলন; এতিয়া বিদেশী বিতাৰণৰ আন্দোলন— এইবোৰতে জীৱনটো শেষ হ'ল। এতিয়া জীৱনটোৰ অৰ্থই ল'ৰা-ছোৱালী কেইটাক উপযুক্ত শিক্ষাৰে মানুহ কৰা।

ঃ থওক লেক্‌চাৰবোৰ, অশোকৰ লগত থাকি ৰুণে ব্যায়াম-চ্যায়ামবোৰ শিকিছে, ভালহে হৈছে।

ঃ ভালনে কাল হৈছে, গম পোৱা যাব। খুউব তীক্ষ্ণ আৰু কঠোৰ এইষাৰ কথাত মাকৰ বুকু কঁপি গ'ল।

ঃ সি আজিকালি অসময়ত অহা হৈছে, আমাৰ মাজনীক সঘনাই খবৰ কৰিবলৈ হোষ্টেললৈও যোৱা হৈছে, তাইৰ কথাই ভাবিছো। কিবা বেয়া হ'লে নক'বি মোক।

ঃ কি বেয়া হ'ব! মোৰ ছোৱালীৰ ওপৰত মোৰ পূৰা বিশ্বাস আছে। বেয়া হোৱা বয়সবোৰত তাই কিতাপ আৰু পঢ়া লৈয়েই ব্যস্ত থাকিল। এতিয়া ইমান ডাঙৰ কলেজখনত তাইক প্ৰিন্সিপালৰ পৰা ছাত্ৰলৈ চবেই মৰম কৰে। (মাকে নিজকে কোৱাদি ক'লে)

ঃ ভাল কাৰণেইতো ভয় লাগে, বেয়াবোৰ বুজি নাপায়। আৰু তোৰ কটাৰীৰ দৰে জিভাখনৰ বাহিৰেতো মগজু বুলিবলৈ একো নায়েই, অশোকক বেছি লাই নিদিবি। —মাকে শুনি থাকিল।

.....ৰুণটো সঁচাকৈয়ে উদণ্ড হৈছে। পাপাৰ কথাবোৰ সি উপলুঙা কৰিবলৈ লৈছে। ডিমাণ্ড বেছি হৈছে তাৰ — কেৱল লাগে লাগে, বন্দুক-বাৰুদৰ কথা সুধি থকা হৈছে অশোকক। কথাই পতি ঘৰ এৰি যোৱাৰ ভাবুকি দিবপৰা হৈছে, হোটেলত খাবলৈ ঘৰৰ পৰা মাক তেল মাৰি পইচা সৰকাব পৰা হৈছে। আৰু শোভনাক, পাপাৰ চাম্‌চা বুলি বেছিকৈ ক'ব পৰা হৈছে। চব কথাই সি অশোকৰ দৰে কৰিব বিচৰা হৈছে।

......হোষ্টেলৰ ৰুমটোৰ ৰুমমেটবোৰ বেলেগ বেলেগ— এতিয়া—। অশোকৰ চিঠিখন জাপি থাকোতেই এসোপা নতুন ছোৱালীয়ে শোভনাক বেৰি ধৰিলেহি —

ঃ শোভনা বা, কলেজ উইকৰ বাবে ৰোমাণ্টিক কাপোল আৰু আবৃত্তি ...... এক্টিং শিকাব লাগিব।

ঃ হ'ব, কালিলৈ আহিবা। এসপ্তাহৰ ভিতৰত, সময় কমেই আছে। নিজকে স্কুলৰ দিনবোৰলৈ ঘূৰি যোৱা যেন লাগিল শোভনাৰ। দেউতাকে কোৱা কথাবোৰ চেৰেং চেৰেংকৈ মনত পৰি গ'ল।

"দেহীজনী,

যি ভাল, যি প্ৰতিভাময়ী— সুযোগ, সময় আৰু কৃতকাৰ্যতা তাৰ পিছতেই ঢাপলি মেলে। ঠাইনো কি? গুৱাহাটী, লণ্ডন, আমেৰিকা। এইবোৰৰ মানুহবোৰ একেই। মাত্ৰ প্ৰথম হ'বি, প্ৰথম। ফাৰ্ষ্ট, প্ৰথম শাৰীৰ। প্ৰথম শ্ৰেণীৰ নাগৰিক।

এক ধৰণৰ অদ্ভুত, এক মায়াবিক শব্দ প্ৰথম-Ist। ক্লাচ টেনত টিউচন ক্লাচত, ইংৰাজীৰ নৰোত্তম চাৰে বাসন্তীলৈ চাই বাকীবিলাকক যে কৈছিল— ইহঁতে 2nd div. পাব। গাৰ নোমবোৰ শিয়ৰি উঠিছিল তাইৰ। কি সাহসত নিজে ভাল পালেই বুলি চাৰে কিয় ক'ব

তাই 2nd div. পাব। পাঁচ দিন পাঁচ ৰাতি তাই নোশোৱাকৈ পঢ়িছিল। অদ্ভুত এই জেদটো — তাইৰ দ্বিতীয় নোহোৱাৰ জেদ। এক যেন নিৰাপত্তা আছে প্ৰথম হৈ চবতে। সেয়াও এক নিৰাপত্তা। এক ধৰণৰ দায়িত্ববোধ। এই যে স্কুলত প্ৰথম, এয়া কটনত। সেয়া এক গৌৰৱ, অহংকাৰ নহয়। ঠিক এক আত্মবিশ্বাস।

সদায় হৈ থাকিমনে বাৰু প্ৰথম চবতে।?

চবতে ——— ?

সম্পৰ্কত ——— ?

ক্লাচত ——— ?

কেৰিয়াৰত ——— ?

তাই ভাবিলে। নিজকেই ক'লে— ওহ্ এতিয়া কলেজখনত স্কুলৰ দৰেই মই প্ৰথম শ্ৰেণীৰ নাগৰিক। এমগ্ৰহৰ হ'ব লগা ব্যস্ততাবোৰেতো মোক দুখী কৰিব। —শোভনাই, ডায়েৰীৰ পৃষ্ঠাবোৰত কৰা প্ৰতিজ্ঞাবোৰত টিক্-মাৰ্ক দি গ'ল।

কলেজৰ শ্ৰেষ্ঠা অভিনেত্ৰী,

কলেজৰ শ্ৰেষ্ঠা লেখিকা,

কলেজৰ শ্ৰেষ্ঠা প্ৰতিযোগী,

কলেজৰ শ্ৰেষ্ঠা তাৰ্কিক।

মডেলবোৰ আৰু শ্বিল্ডবোৰ বাসন্তীয়ে হাতত লৈ সহায় কৰি দিছিল, শোভনাই হোষ্টেলৰ গেটৰ মুখত থিয় হৈ পুনৰবাৰ গন্তি কৰিছিল— গোটেইবোৰ ছোৱালী আহিছেনে?

— ওঁ....

গেটখন মেলি দি চকীদাৰটোৱে শোভনাৰ হাতত এটুকুৰা কাগজ দি চকুৰ ইঙ্গিতত ৰ'বলৈ দিলে।

ঃ কি হ'ল মধু কাই? দেখিছা এইবোৰ পুৰস্কাৰ?

ঃ মধুকাইৰ মুখত হাঁহি বিৰিঙি উঠিল। শোভনা মানেইতো পুৰস্কাৰ, কিয় যোৱাবাৰতো তুমি বহুত পুৰস্কাৰ আনিছিলা — তোমালোকৰ লগৰবোৰ ভাল আছিল দেই। শোভা, এটা মস্ত মানুহে, মানে তোমালৈ স্লিপটো দি যোৱা মানুহটোৱে মোক বহুত গালি পাৰিলে।

হোষ্টেলত বোলে নিয়ম-কানুন নাই!

ছোৱালীবোৰ এৰি দিয়ে!

ভাল কলেজ নহয়!

মই ক'লো বোলো, শোভনা বাইদেৱে ছোৱালীচবৰ 'ৰেচপনচিবিলিটি' লৈ গৈছে, কলেজ উইকত দেখি হ'বই।

মোক মানুহটোৱে গতা মাৰি দিলে।

তোমাৰ মানুহ কাৰণে মই হৈ-হাল্লা কৰা নাই। আৰু ৰ'বা, দৌৰি গৈ মধুকায়ে নিজৰ কমৰ পৰা এটা হৰলিক্স আৰু এপেকেট মিঠাইৰ টোপোলা এটা লৈ আহিল। তোমাৰ বাবে দি গৈছে।

হাতত মুঠি মাৰি থোৱা শ্লিপটো ঠাইতে পঢ়ি পেলালে শোভনাই—

"আহিছিলো, নাপালো। ৰাতি ১২ টালৈকে!
ৰৈছিলো, বেয়া লাগিল।"

– friend.

অ' অশোক!

ঃ মধুকাই, (ওচৰলৈ গৈ তাই ক'লে) এইবোৰ কথা কাকো ক'ব নালাগে। মোৰ নিজৰ মানুহ। হেঁপাহত আহিছে, নাপাই খং উঠিছে। বেয়া নাপাবা হা। — হৰলিক্স বটলটো আৰু মিঠাইৰ টোপোলাটো দুহাতত লৈ শোভনা ভয় আৰু শংকাত ঘামি গ'ল।

—অশোকে সন্দেহ কৰিছে মোক? ক'তবা গ'ল সি!

এনেকৈ কিয় ক'লে মধুকাইক? হঠাতে কিয় আহিল খবৰ নিদিয়াকৈ অশোক!

মধুকাইক কিয় ইমান অভদ্ৰামি কৰিলে! কি বুজাব খুজিছে সি!

কলেজ উইকত কি কৰিছো মই, সেইবোৰ খবৰ সি নল'লেই দেখোন।

ঃ মিত্ৰা! অশোকৰ বায়েকৰ ঘৰটোৰ ওচৰতে তোৰ ঘৰ নহয়? ছোৱালী জাকটোৰ মাজৰ পৰা মিত্ৰাক একাষৰীয়াকৈ মাতি আনি শোভনাই তাইক সুধিলে— "ঘৰলৈতো নাযাবই আজি। বয়ফ্ৰেণ্ডৰ লগত ৰাতি থাকিবলৈ যাব নালাগে। আজি মোৰ লগতে থাক। অশোক তোৰ সম্বন্ধীয়া বুলি মই জানো আৰু তোৰ ঘৰটো তাৰ বায়েকৰ ওচৰতেই যেতিয়া কালিলৈ ৰাতিপুৱাই মোক তালৈ লৈ যাবি, মোৰ কাম আছে।"

মিত্ৰাই আপত্তি নকৰিলে।

গোটেই ৰাতিটো শোভনাই চকু মেলি ভাবি থাকিল। এনেকুৱা প্ৰথমবাৰৰ বাবে হৈছে। কলেজত চব প্ৰতিযোগিতাত ফাষ্ট আৰু মই ফূৰ্তি কৰা নাই! ঘৰত হ'লে মায়ে চাগে গোসাঁইলৈ শৰাই আগবঢ়ালেহেঁতেন ভগৱানক 'Thank you' দিবলৈ। আৰু পাপাটি— নাকৰ পাহিটো ফুলি গ'লহেঁতেন। কণ-ৰাজে চিঞৰিলেহেঁতেন।

— বা - বা - বা — Hip Hip Hurray !

ৰাতিপুৱা মিত্ৰাক হৈ-হাল্লা কৰি উঠাই শোভনা একেবাৰে অশোকৰ বায়েকৰ ঘৰৰ আগতহে স্বস্তিৰ উশাহ এটা ল'লে। চুচুক চামাককৈ শোভনা মানুহগৰাকীৰ ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

ঃ নমস্কাৰ, মই ......... শোভনাই হাত দুখন জোৰ কৰি ভদ্ৰকৈ ক'বলৈ লওঁতে মানুহগৰাকীয়ে কৈ উঠিল —

ঃ এহ্ নমস্কাৰ চমস্কাৰ থ। মোৰ ভাই-বোৱাৰী হবি যেতিয়া। ৰাতি ক'লৈ গৈছিলি? ইয়াৰ খং উঠিছে বৰ, যা সি ভিতৰতে আছে।

শোভনা হতবাক হ'ল। ভাই বোৱাৰী! ক'তা অশোকৰ লগততো বিয়াৰ কথা পতা নাই তাই! আৰু আমিতো সম্পৰ্কৰ — পাগল নেকি অশোক? ইমান ডাঙৰ কথা এটা ইমান ভাতৰ লগত পানী খোৱা ধৰণেৰে কৈ দিছে। আৰু এই মানুহগৰাকীয়ে? অশোকৰ বায়েকে, ইমান সহজকৈ কৈছে কথাটো ??

স্কুৰ ঘমাদি ঘামি উঠিল তাই !!!

ঃ ভয় কৰিব নালাগে। তহঁতি আমাৰ দুৰ সম্পৰ্কৰ। চাউথ ইণ্ডিয়ান ফেমেলিতো একেবাৰে নিজৰ মোমায়েককেই বিয়া পাতে। সিহঁতি হিন্দু — কিয় আমাৰ পৰিয়ালৰ মুনুচা মাহীৰ পুতেকে নিজৰ পেহীয়েকৰ জীয়েককে বিয়া কৰা নাই!

ঃ আহ্ আহ্ বেডৰুমত ই শুই আছে। ই বৰ জেদী ল'ৰা, তই নক'লি যে কালি ৰাতিটো ক'ত থাকিলি?

ঃ অ' আমাৰ কলেজ উইকত দেৰি হ'ল। প্ৰাইজ ডিষ্ট্ৰিবিউচনত, মই বেষ্ট হৈছো চবতে।

বায়েক ৰুমটোৰ পৰা ওলাই গ'ল। শুই থকা অশোকৰ আগত শোভনাই বেগৰ পৰা উলিয়াই মেডেল কেইটা দাঙি ধৰিলে।

ঃ অশোক চাৰপ্ৰাইজ! এয়া চোৱা, মেডেল!

অশোকে একো উচ্ছ্বাস নেদেখুৱালে একেবাৰেই। শোভনালৈ কঠোৰকৈ চাই সি খঙত কৈ উঠিল— 'কালি ৰাতি.....?'

খং আৰু আশাহত শোভনাই এইবাৰ খঙতে উত্তৰ দিলে— ''কালি ৰাতি! কালি ৰাতি! মই কৈছোৱেই দেখোন, প্ৰাইজ ডিষ্ট্ৰিবিউচনত..... মিছা কথা কিয় ক'ম মই? জীৱনত মিছা কথাই কৈ পোৱা নাই! —চকুৰেদি পানী নিগৰি আহিল শোভনাৰ। 'মই যাওঁ, এইবোৰ কি সন্দেহ!'

যাবলৈ খোজা শোভনাৰ হাতত থাপ মাৰি ধৰি অশোকে কোলাত বহুৱাই ল'লে। — ক'ত যাবি! আজি থাকিবি!

ঃ কেনেকৈ? চুপাৰৰ পাৰমিচন লাগে। আৰু পাপাটিক নোকোৱাকৈ!

ঃ তোৰ বাপেৰ থাকে শ শ মাইল দূৰত! আৰু এতিয়া তই ডাঙৰ হৈছ, নিজৰ সিদ্ধান্ত নিজে ল'ব পৰাকৈ। ফোন কৰি ক চুপাৰক, তই L.G-ৰ তাত থাকিবি, গা বেয়া।

ঃ কিন্তু মিছা কথা!

ঃ একো নহয়। তোৰ লগত মোৰ কথা আছে। আৰু বাইদেউৰ ঘৰতহে থাকিবি, মোৰ লগত অকলে নাথাক নহয়!

সংকোচেৰে শোভনাই ফোনটো দাঙি ল'লে......

ঃ আৰু মিত্ৰাৰ দৰে বদমাচী ছোৱালীৰ লগত তোৰ সম্পৰ্ক হৈছে কেনেকৈ?

ঃ তোৰ বায়েৰৰ ঘৰটো চিনি নাপাওঁ কাৰণে তাইক ৰাতি লগত ৰাখিছিলো। তাই যে তহঁতৰ কোনোবা হয় মই জানো। —খঙত ফোপাই ফোনটো ঠেকেচা মাৰি থৈ দিলে। আৰু প্ৰশ্নৰ উত্তৰ মই নিদিওঁ। ইমান সন্দেহ!

শোভনাৰ খঙাল মুখখনত চুমা এটা খাই দি অশোকে হাঁহি দিলে শব্দ কৰি। কাণৰ কাষত সি তাইক ফিচ্‌ফিচাই ক'লে— 'আজি ৰাতি মোৰ কমলৈ আহিবি!'

ঃ কিয়? নাযাওঁ।

শোভনাৰ স্পষ্ট উত্তৰত আহত হ'ল অশোক, উছাং মাৰি সি গুচি গ'ল ইটো কমলৈ! লাহে লাহে আন্ধাৰ হৈ আহিল, কেউকাষ। হোষ্টেললৈকে যাওঁ বুলিও শোভনা নগ'ল।

অশোকৰ বায়েকৰ লেঠাৰি নিছিগা কথাবোৰত কেৱল শলাগি গ'ল তাই.....

ঃ তই ইয়াতে শো, অশোকৰ ওচৰৰ ৰুমটোত। এনেও সি তোৰ লগত কিবা কথা আছে বুলিয়েই কৈছিল।

ঃ সংকোচেৰে শোভনা বিছনাখনত শুই পৰিল। ভাগৰো লাগিছিল তাইৰ। বিছনাৰ কাষতে থকা টেপ-ৰেকৰ্ডাৰটোত জগজিৎ সিঙৰ গজল এটা তাই লগাই দিলে—

"পৰেশাঁ ৰাত, চাৰি হে,
চিতাৰো তুম ভি চ' যাব.....
"বহুত পহলেসে,
ইন কদম কি আহত জান লেতেহে,
তুঝে এ জিন্দেগি হম দূৰসে পহচান
লেতে হে......."

বিছনাৰ মূৰৰ ফালে থকা খিৰিকিখন খুলি দিওঁতে পূৰ্ণিমাৰ জোনাক আহি শোভনাক যেন ধুৱাই গ'ল..... খিৰিকিৰ কাষত, জোনটোলৈ চাই ৰৈ থকা শোভনাক এটা সৰল প্ৰাৰ্থনাৰ দৰে লাগিল।

খোলা চুলি,
প্ৰসাধনবিহীন শোভনাৰ ধুনীয়া মুখাবয়ব —
কামনাবিহীন প্ৰেমাচ্ছন্ন শোভনা.......

ক্ষন্তেকৰ বাবে উন্মনা হৈ শোভনাই ভাবিলে— অশোকেতো ভাল পায় কাৰণেই তাইক ওচৰত বিচাৰিছে। তাতে তাইক বিয়া কৰোৱাৰ কথাই ভাবিছে। চেঃ অশোকক বেয়াকৈ ক'ব নালাগিছিল।

সামান্য জপাই থোৱা দুৱাৰখন মেলি সোমাই গ'ল শোভনা। অশোক ওপৰমুৱা কৰি বিছনাত পৰি আছিল। শোৱা নাছিল।

ঃ চৰি, বাবাটো! কোবা কেলেই মাতিছিলা?

আবেগত শোভনাই সৰু ল'ৰাৰ দৰে অশোকক সাবটি ধৰিলে। অশোকে একো নকৈ শোভনাক বিছনাত লাহেকৈ শুৱাই দিলে। অশোকৰ ওঁঠে স্পৰ্শ কৰিলে শোভনাৰ কোমল ভৰিটো, তাত থকা তিলটো। শোভনাৰ চকু দুটা। শোভনাৰ ওঁঠটো.....

অলপো চঞ্চল নহৈ অশোকৰ ওঁঠত পাতলকৈ চুমা এটা আঁকি শোভনাই কাণৰ কাষত ধুনীয়াকৈ কবিতাৰ দৰে অশোকক কৈ গ'ল—

মোক পবিত্ৰকৈ ৰাখিবা অশোক ; নহ'লে নিজৰ ওচৰতে মই সৰু হৈ যাম। মোক সম্পূৰ্ণকৈ যদি কোনোবাই পায়, মোক বিয়া কৰোৱাজনেই পাব।

শোভনাৰ কোমল বুকুৰ মাজত ঘন ঘন উশাহ লৈ থকা অশোকে আবেগেৰে কৈ উঠিল—

ঃ বিয়া....... তোক মই নিজৰ কৰি বিচাৰো। একেবাৰে নিজৰ কৰি.....।

ঃ নহ'ব। অশোক, মা-দেউতাক ঠগি এই কামটো মই কৰিব নোৱাৰিম। কিন্তু এবাৰ তোমাক স্পৰ্শ কৰিবলৈ দিয়া শৰীৰটো মই কাকো নিদিওঁ। অশোকৰ কেকোৰা চুলিখিনিত

হাত বুলাই শোভনাই কবিতাৰ দৰে গাই গ'ল—

"পৰজনমৰ শুভ লগনত
যদিহে আমাৰ হয় দেখা
পূৰাবানে প্ৰিয়ে এই জনমৰ
মোৰ হিয়াৰ অপূৰ্ণ আশা......"

ঃ মোৰ কাৰণে বিয়াটো ডাঙৰ কথা নহয়, বাবাটো। ডাঙৰ কথা মৰম, প্ৰেম আৰু বন্ধুত্ব। আমি এনেকৈয়ে থাকিম। অশোকৰ চকুদুটাত পাতলকৈ চুমা খাই শোভনাই কৈয়েই থাকিল।

মোক এনেকৈ মৰম কৰি থাকিবানে?
সঁচা মৰম!
বুঢ়ী হৈ গ'লেও, তোমাৰ বুকুৰ মাজতেই বাৰু মোৰ
ঘৰটো পাতিলো।

ঃ হুঁ — অশোকে এইবাৰ জোৰেৰে সাবটি ধৰিলে শোভনাক। মমৰ দৰে কোমল এইটো শৰীৰ তোৰ মই আৰু কাকো চুবলৈ নিদিওঁ। মই তোৰ জীৱনত প্ৰথম আৰু শেষ পুৰুষ হৈ থাকিম। তই কেৱল মোৰ হবি....।

জীৱনত মনে বিচৰা বস্তুবোৰ লৈ লোৱাটো মোৰ অভ্যাস।

থাকিব নেকি বাকী মানুহবোৰ? তোৰ মা-দেউতাৰ।

মাৰেতো তোৰ দেউতাৰ বাবে ঘৰৰ মানুহবোৰ এৰি দিলে।

কিহৰ ত্যাগ? নিজৰ বিচৰা বস্তু হেৰুৱাৰ ভুল মই নকৰো।

ঃ নহয় অশোক। ভালপোৱা মানুহবোৰৰ বাবে কিবা এটা ত্যাগ কৰাৰ এটা আনন্দ আছে। সুখ আছে। এই সুখৰ কোনো দাম নাই কিন্তু, শান্তি আছে। মা, বিশেষকৈ পাপাটিক মই দুখ দিব নোৱাৰো।

ঃ মই সেইবোৰ নাজানো। একো নুবুজো। মই জানো মোক এইজনী লাগে। শোভনাৰ থুতৰিটোতে টোকৰ এটা মাৰিলে সি সৰুকৈ। "মোৰ চকুৰ আগতে ডাঙৰ হোৱা এইজনী ভাল ছোৱালীক মোক লাগে। —অশোকে সৰু ল'ৰাৰ দৰে কেঁকুৰি উঠিল।

জোনাকত বিধৌত দুটা শৰীৰ। অশোক আৰু শোভনা, যেন ৰাতি ফুলা কেইপাহমান শেৱালী ফুল। আলফুলীয়া কেইপাহমান দ্ৰোণ ফুল। ফুলৰ বাহিৰে যেন একোৰে লগত তুলনা নোহোৱা অনুভৱ। আলফুলকৈ বিছনাৰ পৰা দাঙি কোলাত তুলি অশোকে শোভনাক বাৰান্দালৈ লৈ গ'ল।

জোনাকৰ পোহৰত মন্ত্ৰমুগ্ধৰ দৰে অশোকে চাই ৰ'ল শোভনালৈ। লাজ আৰু কঠোৰতাই আবৰি ৰখা, সংকীৰ্ণ সঁচাকঠিয়া — হৃদয়ৰ ভাষা বুজি পোৱা ; দেহৰ ভাষা বুজি নোপোৱা এজনী কুমাৰী বাঢ়িবলৈ ধৰা ছোৱালী।

আবেগেৰে সাবটি ধৰিলে শোভনাক অশোকে।

শোভনাক দুবৈৰ পৰা প্ৰকাণ্ড কনীয়া বাঢ় এটাৰ বুকুত সোমাই থকা ফুটফুটীয়া হৰিণা পোৱালী এটাৰ দৰে লাগিল।

০০০ ৰাতিপুৱা হোষ্টেললৈ থবলৈ যাওঁতে অশোকৰ চকুকেইটা সেমেকি গ'ল, শোভনাৰ হাতত সৰুকৈ চুমা এটা খাই অশোকে ক'লে— 'কেতিয়া ঘৰলৈ যাবি?'

ঃ দুসপ্তাহ পাছত। পূজাৰ বন্ধত।

ঃ দুসপ্তাহ, মই নোৱাৰিম থাকিব!

ঃ কিয়? কাম কৰিবা অশোক, মোৰো বহুত কাম আছে। পঢ়াটো প্ৰথম প্ৰধান কাম।

ঃ যোৱাগৈ। Take care.....

পিছলৈ নোচোৱাকৈ হোষ্টেলৰ ৰুমলৈ গৈ চিধাই শোভনা বাথৰুমত সোমাল। গোটেই ৰাতিটোৰ ফুচ্‌ফুচাই পতা কথাবোৰ তেতিয়াও কাণৰ কাষত তাইৰ বাজি থকাযেন লাগিল। এহেজাৰ এনিশাৰ সাধুবোৰহে যেন দুটা মন্ত্ৰমুগ্ধ মানুহে ইটোৱে সিটোক কৈ আছিল। কিউপিডে চাইকীক কোৱা কথাবোৰ চাগে এনেকুৱাই আছিল। চাবাৰৰ শীতল পানীত গা ধুই ধুই শোভনাই নিজৰ শৰীৰটো চুই চালে। অশোকৰ ওঁঠটো তাতে থাকি যোৱা যেন লাগিল তাইৰ। আৰু অশোকৰ গাৰ গোন্ধটো! নাকেৰে উশাহটো ওপৰলৈ উজাই আকৌ ল'লে তাই গোন্ধটো! অশোকৰ ঘামৰ গোন্ধ! ঘামৰ গোন্ধটো যেন তাইৰ গাৰ গোন্ধৰ লগত একাকাৰ হৈ গৈছে। যিদৰে— নাকেদি শেৱালী ফুলৰ গোন্ধ পালে শৰৎ আৰু তগৰ ফুলৰ গোন্ধ পালে বহাগ অহা যেন লাগে ; ঠিক অশোকৰ গাৰ গোন্ধটোৱে তাইক যেন বাৰে বাৰে কৈ গ'ল— 'প্ৰেমত পৰিছা! প্ৰেমত! প্ৰথম প্ৰেমৰ! স্পৰ্শৰ প্ৰেমত! বুকুৰ এঠাইত ৰঙা পৰি থকা দাগটো চাই ৰঙা পৰি গ'ল তাই লাজত। টাৱেলেৰে ঠাইডোখৰ তাই নোমোহাৰিলে..... মৰমৰ দাগহে, ৰ'লে ৰৈ যাওঁক। —তাই ভাবিলে।

দুই দিনৰ পিছত পূজাৰ বন্ধ। এইবাৰতো পাপা পাগল হৈ যাব মোৰ মেডেলবোৰ দেখি। ক'লা ৰঙৰ চিনাকি ট্ৰাংকটোত পাৰেমানে জাপি জাপি কিতাপবোৰ ভৰাই ল'লে শোভনাই। এমাহত পঢ়িবও লাগিব ভালকৈ। নহ'লে আহি ইলেকচনত ব্যস্ত হ'ব লাগিব।

হাতেৰে তাই মনৰ আঙুলিত গন্তি কৰিলে —

B.A – 1st class

M.A – 1st class (Delhi University)

IAS – or job of a lecturer.

ৰেডিঅ'ৰ অডিচন, চিনেমা এখনৰ বাবে তাইৰ লগত বিনোদে কথা পাতিছেই, আলোচনী দুখনৰ বাবেও তাইৰ লগত কথা পাতিছে দুজন সম্পাদকে। মুঠতে পাঁচ বছৰৰ ভিতৰত এটা চিকিওৰড্ কেৰিয়াৰ। কি ঠিক দিল্লীত বা কেনেকুৱা ধৰণৰ সুবিধা ওলায়!

ঃ টক - টক - টক — ৰুমৰ দুৱাৰত কোনোবা অস্থিৰ হাতে আঘাত কৰিলে।

দুৱাৰখন খুলি দি শোভনা আচৰিত হ'ল। অশোকৰ বায়েকৰ অকণমানি ছোৱালীজনীয়ে তাইৰ হাতত ধৰি বাৰান্দালৈ টানি নিলে— 'মামী ব'লানা, স্কুল দেখি হৈ যাব।'

ঃ ক'লৈ ?

ঃ তলত অশোক মামা ৰৈ আছে। ব'লানা।

শোভনা অপ্রস্তুত হ'ল। চাৰিদিনহে হৈছে অশোক যোৱা। এই শোভনা, তোক মাম্মী বুলি মাতিলেযে? —পাপৰিয়ে সুধিলে।

ঃ জানো? অকণমানি নহয়! একো নাজানে.....

ঃ তুমি তললৈ যোৱা, মই গৈ আছো। অকণমানি জুনীক তললৈ পঠাই শোভনাই চুৰিদাৰযোৰ সলাই ল'লে। একেদৌৰেই তললৈ নামি গৈ শোভনা সঁচাকৈয়ে হতবাক হ'ল।

ড্ৰাইভিং চিটত অশোক!

ঃ ওঁ, ব'ল।

ঃ ক'লৈ? মোৰ ক্লাচ আছে.... অশোকৰ প্ৰশ্নৰ উত্তৰত শোভনাই কোৱা কথা শুনি অশোকে সামান্য মনে মনে থাকি ক'লে—

ঃ এদিন ক্লাচ নকৰিলে একো নহয়! ব'ল।

ঃ নাযাওঁ, নাই —

ঃ কিয়, তীক্ষ্ণ দৃষ্টিৰে চাই অশোকে সুধিলে— 'নতুনকৈ কোনোবা বয়ফ্ৰেণ্ড গোট খাইছে নেকি?

ইমান সন্দেহী কিয় তুমি? মাইতেই মোক সন্দেহ নকৰে। যোৱাবাৰ চকিদাৰৰ লগত দ্বন্দ্ব লাগিছা? ইমান সন্দেহ কিয়? শোভনাই উত্তৰ দিলে।

ঃ ঠিক আছে, আজি আৰু ক্লাচ নকৰো।

ঃ নালাগে। কোনোবা বয়ফ্ৰেণ্ড বৈ আছে যদি। তাতে চাৰি দিনতে আহি গ'লোতো। মোক চাগে আহিম বুলি ভবাই নাছিলি!

ঃ উঠিব খোজা খংটো দমাই শোভনাই ক'লে— 'প্লিজ, বেয়া কথা নক'বা। ব'লা...'

ঃ আবেলি কিন্তু হোষ্টেলত এৰি দিব লাগিব?

ঃ কিয় ?

ঃ পাপা আজি অহাৰ কথা। (শোভনাই মিছাকৈয়ে ক'লে।)

ঃ ঠিক আছে। ভিনদেউক ভয় লাগে। মিছাকৈ গণ্ডগোল কৰিব। শোভনাৰ ,হাতখন মুঠি মাৰি ধৰিলে অশোকে।

শোভনাৰহে ভাল নালাগিল। এই সন্দেহী অশোকতো, আৰু খালি বিয়া বিয়া বিয়া। এইটো মাহত তাই পাগল হৈ গৈছে। অশোকৰ হাতখন এৰুৱাই তাই যাবলৈ উঠিল।

ঃ আৰু ইমান ঘনে ঘনে আহি থাকিব নালাগে।

ঃ কিয়? নতুন বয়ফ্ৰেণ্ডে বেয়া পাব? শোভনাই একো নামাতিলে। অদ্ভুত খং এটাই তাইৰ মূৰৰ ওপৰলৈকে যেন বাগৰি গ'ল। খঙতে তাই দাঁত কৰচি উঠিল।

ঃ অশোক, মোক পঢ়িবলৈ দিয়া। পাপাৰ মোক লৈ বহুত সপোন। আৰু বিয়া মোৰ লিষ্টৰ শেষৰ বস্তু। বন্ধু এটা বিচাৰিছিলো, বচ্। তোমাক পাই গ'লো। কিন্তু বিয়া-চিয়া এইবোৰ আমাৰ নহয়। – Impossible !

: I make it possible – অশোকে উঠি আহি পাচফালৰ পৰা শোভনাক সাৱটি ধৰি কান্দি দিলে।

ঃ তই মোক ঠগিব নোৱাৰ। আৰু দিল্লী! হুঁ, তাৰ আগতেই তোক মই বিয়া কৰাম।

ঃ মোৰ মাত্ৰ যোল্ল বছৰ অশোক। ওঠৰবছৰ বয়স নহ'লে বিবাহ আইনমতে দণ্ডনীয়।

ঃ মোৰ কথাই আইন।

ঃ আৰু মোৰ কথাই শেষ সিদ্ধান্ত। সমান জোৰত শোভনাই ক'লে— মই তোমাক ভাল পাই থাকিম অশোক, কিন্তু মোৰ কেৰিয়াৰত বাধা নিদিবা। কিমান কষ্ট কৰি পাপাই পঢ়ুৱাইছে। মা-পাপাৰ কষ্টৰ ধন খৰচ কৰি মই বেইমানি কৰিব নোৱাৰো। পাপা মৰি যাব মই ভালকৈ নপঢ়িলে.... তুমি কিয় নুবুজা? আমাৰ ঘৰত দেখোন ইমান দিন থাকিলা। নাজানা পাপাৰ মোক লৈ কিমান সপোন?

ঃ মই যাওঁ। আৰু খবৰ দি থাকিবা। শুনা, মই বিয়া নহওঁ বুলি কৈছো ; কিন্তু আমি বন্ধু নহওঁ বুলি কোৱা নাই।

পিচলৈ নোচোৱাকৈ শোভনা হোষ্টেললৈ সোমাই গ'ল।

০০০ মাত্ৰ এসপ্তাহৰ পাচৰ কথা। শ্ল' পয়জন। লেটাৰ বক্সত অচিনাকি হাতৰ আখৰৰ চিঠিখনৰ আধাখিনি পঢ়ি শোভনা ভয়ত আৰু উত্তেজনাত ঘামিবলৈ ধৰিলে। লৰালৰিকৈ ৰুমলৈ গৈ গোটেই চিঠিখন উধৰ পৰা মূধলৈ বাৰে বাৰে তাই পঢ়ি থাকিল......

শোভনা,

মই ৰিপুঞ্জয়, অশোকৰ বন্ধু। কাৰেণ্ট সেইদিনা নাছিল, অশোকৰ টেপটোৰ বেটাৰী চেলটো খুলি দেখিলো এখন চিঠি। লগতে পঠালো। অশোকে শ্ল' পয়জন খাইছে। অশোকৰ চিনাকি হাতৰ আখৰৰ চিঠিখন পঢ়ি শোভনা ভিতৰি ভিতৰি কঁপি উঠিল —

মা মোক ক্ষমা কৰিবা, বাইদেউ ক্ষমা কৰিবা। এগৰাকী দেৱীক জীৱনত নাপালে জীয়াই থকাৰ লাভ নাই, এই মৰণ যাত্ৰাৰ শেষ হ'ব দুমাহ পাছতে। মই শ্ল' পয়জন খাইছো.......

বিদায় — বিদায় মোৰ দেৱী......

ৰিপুঞ্জয়ে লিখিছে— 'তুমিয়েই সেই গৰাকী দেৱী। আহা শোভনা, অশোকৰ হাতত সেন্দুৰ তুলি দিয়া। মৃত্যুতকৈ জীৱন ডাঙৰ। নহ'লে অশোকৰ মৃত্যুৰ বাবে তুমিয়েই দায়ী হ'বা।

— ৰিপুঞ্জয়।

ইমান ভাল পায় মোক অশোকে?
নাই, অশোকক কিয় মৰিবলৈ দিম?
বচাব লাগিব অশোকক। কিন্তু কেনেকৈ? বিয়া?
আৰু পাপাটি, পাপাটি যদি মৰি যায় হাৰ্ট এটেক হৈ —
মা, কশ, ৰাজ, সমাজ —
সোধো নেকি পাপাটিক? কি কৰো এতিয়া? নাই।

শোভনা ভয়ত কান্দি থাকিল— আশংকাত, দয়াত, প্ৰেমত। শোভনা পাগলীৰ দৰে হ'ল। কি হৈ আছে এইবোৰ? মাত্ৰ কেইটামান মাহ। অশোক জীৱনলৈ অহাৰ পাছৰ পৰা ওলট-পালট হৈ গৈছে সিদ্ধান্ত।

কিয় অশোকে এইবোৰ কৰি আছে?

কিয় অশোকে মোক পঢ়ি ল'বলৈ দিয়া নাই?

কিয় স্ল' পয়জন খাইছে অশোকে?

কাক ক'লে বুজিব? কোনে বুজিব? কোনোতো একান্ত বন্ধুৱেই নাই তাইৰ। টেবুলত থকা ভগৱানৰ ফটোখন বুকুত লৈ তাই হাতৰ তলুৱাখন ব্লেডেৰে কাটি দিলে। টপ্ টপ্‌কৈ তেজবোৰ ফটোখনত পৰিল। হাতযোৰ কৰি তাই কাতৰেৰে ভগৱানক প্ৰাৰ্থনা কৰিলে — বচাই দিয়া ভগৱান, অশোকক বচাই দিয়া। মোৰ বাবে কোনোবা মৰিব, হ'ব্বই নোৱাৰে।

ৰিপুঞ্জয়ে কোবা মতেই তাক টেলিগ্ৰাম এখন কৰিম। মই যাম অশোকৰ চহৰলৈ। অশোকক বচাবলৈ, ভগৱানে বুজিব। দুটা দিন কান্দিয়েই থাকিল শোভনা। হৃদয়ে শুনিলে সেই কান্দোন।

ক'লৈ সোমাই গৈ আছো মই। দুচকুত শোভনাৰ দেউতাকৰ মুখখন ভাঁহি উঠিল। শান্ত, গহীন, কঠোৰ, দয়ালু, ভাল মানুহ এজনৰ মুখ। কেনেকৈ কওঁ পাপাটিক, আৰু পঢ়া আধাতে এৰি বিয়া। হ'বই নোৱাৰে। কিন্তু সময়যে কম —

ৰিপুঞ্জয়ৰ চিঠিখন আকৌ উলিয়াই ল'লে শোভনাই। সময় কম, মৰি যাব সি..... নিজকে 'তাগ অফ ৱাৰ'ৰ খেলুৱৈ যেন লাগিল। এফালে ঘৰ আনফালে অশোক।

কাক লাগে মোক?

দুয়োকে। মনে ক'লে।

আৰু নিজক? নিজৰ সপোনবোৰ। তাততো গৃহিণী হোৱাৰ সপোন নাই, সৰুৰে পৰা অমৃতা হোৱাৰ সপোন আছে। ইন্দিৰা হোৱাৰ সপোন আছে, এইটো সপোনতো নাছিল কেতিয়াও। আৰু এয়াতো আৰম্ভহে জীৱনৰ, শেষটো নহয়। লক্ষ্যস্থান যে কিমান দূৰত! বিয়া-বাৰু, ল'ৰা-ছোৱালী, এইবোৰতো সপোন বহুত যোজন দূৰৈত মোৰ —

মোৰ সপোন।

মোৰ পাপাটিৰ মোক ডাঙৰ কৰাৰ সপোন।

আৰু মা!

০০০ এইবাৰ পূজাৰ বন্ধত ঘৰৰ দিনবোৰলৈ শোভনা উভতি গ'ল। তুলসী তলত চাকি এগছ জ্বলাই সেৱা কৰা মাকক তাই সাৱটি ধৰিছিল।

: মা, ক কি নতুন খবৰ আছে?

: তোৰ বিয়াৰ খবৰ। মাকে হাঁহি হাঁহি ক'লে— 'দেউতাৰক বোলে লগৰে বিনা পাঠকে আমেৰিকাত ইঞ্জিনিয়াৰিং পঢ়ি থকা ল'ৰাটোলৈ তোক নিবলৈ বিচাৰিছে। তোৰ প্ৰথম খুৰাকৰ ওচৰলৈ তিনিটা প্ৰপ'জেল আহিছে। এটা ডাক্তৰ, এটা বেংকৰ মেনেজাৰ।

ঃ আৰু চাগে এটা উকীল হ'ব! হাঁহি দিছিল তাই। "এই ৰুণ, এইবাৰ পূজা ফাংচনত হেল্প কৰিবি, কবিতা গাব লাগিব। তোৰ মাতটো ভালতো।"

ৰুণে উৎসাহত কৈছিল— "ঐ বা, চকু মুদি থাকাচোন — বস্তু এটা দেখুৱাম।"

ঃ কি বস্তু ?

ঃ চা..... ৱান, টু, থ্রি, টেপ ৰেকৰ্ডাৰ.....

ঃ কোনে আৰু ? গ্ৰেট পাপাই।

ঃ হয়, মোৰ বিশ্বাসেই নহয়!

মাকে আনন্দতে কৈছিল— "ৰুণ কম জানো, অশোকৰ পৰা পইচা খুজিম বুলি কোৱাৰ লগে লগেই পেঞ্চনৰ টকা কেইটাৰে টেপটোকে কিনি দিলে। এতিয়া ভালকে পঢ়িবি দেই বাবাটো।"

ঃ হ'ব মোৰ প্যাৰি প্যাৰি মা। পইচা ঘটিবলৈ পঢ়িবই লাগিব। এইজনীৰ দৰে কবিৰাজটো মই নহয়েই। আৰু শুননা, পাপাই কি গান শুনে জান?

প্যাৰ কিয়াতো ডৰনা ক্যা,
প্যাৰ কিয়াতো চু'ৰি নেহি হেই,
চুপ চুপ আহে ভৰনা ক্যা........

ঃ ঠিক আছে, ঠিক আছে। ডিয়েৰ, মোক আনি দিবি জগজিৎ-চিত্ৰাৰ গজল।

"ঝুটি ছচ্চি আপচে জীনা
আখিৰ কবতক
কবতক আখিৰ।"

ঃ শুন মা, কালিলৈ পৰমাইতৰ বিয়া। মেখেলা-চাদৰ পিন্ধিবি।

ঃ ধুৰ্, কোনে পিন্ধে? জীৱনত চেকেৰী ড্ৰেছ নকৰো। পিন্ধাত কি আছে!

ঃ চাম নহয় বিয়াৰ পিছত কি কৰ। মাকে কোৱা কথাত ৰস পাই মাকৰ ওচৰলৈ আহি শোভনাই, হাতেৰে অদ্ভুত ভঙ্গী এটা কৰি ক'লে—

বহুত দূৰ হে হামাৰা চাদী
মতলব, ছান্দ জিতনা দূৰ —
মোৰ দৰাটো তই কৈছই দেখোন বিদেশত আছে,
জন্মই হোৱা নাই চাগে। মোতকৈ সৰু হ'বতো।

ঃ এই ৰুণ, তই কি গান শুন?

ৰুণে গীটাৰ থোৱাৰ দৰে হাতখন কৰি চকীৰ এটা মূৰত ভৰি দি গাই দিছিল— I am a funnky fellow and donot know why he - rock - Rock - Rock ...

টেং - টেং - টেং - টেং টেং...... টেং...... ঢক ঢক ঢক..... গম্ভীৰ শব্দেৰে অহা এনফিল্ডখনত অশোক —

জোনাকৰ বিধৌত নিশাৰ পিছত লগ পোৱা অশোকৰ গোন্ধটো! অশোক আহিয়েই ৰুণক সাৱটি ধৰিছিল। আৰু ৰুদ্ৰমূৰ্তি ধৰি ওলাই আহিছিল দেউতাক।

: বন্ধ কৰ কুকুৰ। খালি হুলস্থূল। বাজে কাৰবাৰ। অশোকক দেখিও দেউতাকে মতা নাছিল।

ৰূপে বিৰ্বিৰাই আছিল। বস্তু কিনিও দিব, বজাৰলৈও নিদিয়ে। ব'লক অশোক চাৰ, হোটেলত চিকেন-টিকেন অলপ দি আহো।

পূজাৰ বন্ধৰ এটা দুপৰীয়াতে অশোকৰ লগত দ্বন্দ্ব লাগিছিল তাই : ভেতিয়া তাইৰ হাতখন ধৰি অশোকে কৈছিল— "শোভা, পলুৱাই নিম তোক। ঘৰততো নিদিবই।"

: কি, ওঠৰ বছৰ নোহোৱাকে বিয়া কৰালে আইন মতে দণ্ডনীয়। —বেছিকৈয়ে আচৰিত হৈছিল শোভনা।

: মোৰ লগত 'ক্র' নামৰ নেপালীটোৰ ঘৈণীয়েকে বাৰ বছৰত বিয়া পতা।

অশোকৰ প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ তাই বিবুদ্ধিত পৰিছিল। ক'লে বহুত কথাই ক'ব লাগিব অশোকক।

: অশোক, লাহে লাহেহে মই গম পাইছো— তোমাৰ প্ৰায়বোৰ বন্ধু ক্ৰিমিনেল। ক্রই ৰেপ কেচত ফচিচিল, আৰু তোমাৰ জেঠাইৰ ল'ৰাটোৰেই কৈছে— তাইঁতৰ গাঁৱত বোলে তুমি চৰিত্ৰহীনা ছোৱালী এজনীৰ ঘৰত সোমাই থকা। আৰু আছে, বস্তি নামৰ তোমাৰ সম্পৰ্কীয়া ছোৱালী এজনীৰ লগতো বোলে তোমাৰ সন্দেহজনক সম্পৰ্ক আছে। বহুত কথাই মই শুনিছো। বিশ্বাস কৰা নাই, কাৰণ মই সন্দেহ নকৰো।

নৱমীৰ ফাংচনতো অশোকে মদ খাই বেহুঁচ হৈ আছিল। ৰাস্তাত পোৱা অশোকৰ লগত কথা পাতোতে ভেকেটা-ভেকেট গোন্ধ পাইছিল।

'নহ'ব।' পূজাৰ বন্ধ শেষ হোৱাৰ দিনা, হোষ্টেললৈ অহাৰ আগদিনাও মন্দিৰলৈ আহোতে লগ কৰা অশোকক তাই কৈছিল, নহ'ব। অসম্ভৱ! আৰু কাৰণতো সমাজ, মাক-দেউতাক কোনো নহয়, তাই নিজেই — ইমান কম বয়সতে বিবাহৰ কোনো ধাৰণা তাইৰ নাই ..............

দুটা দীঘলীয়া দিনৰ দিনপঞ্জী যদি লিখিবলগা হয়, শোভনাই লিখিব— তেজ, চকুপানী, শংকা, ভয়, সন্দেহ আৰু অনিশ্চয়তাৰ দিন সেয়া। এয়া জানো প্ৰেম হয়! সঁচা প্ৰেম? সঁচা প্ৰেমেতো বাঢ়িবলৈ শিকায়, গঢ়িবলৈ শিকায়। অশোকৰ প্ৰেমত কবিতাৰ কথা নাই, অভিনয়ৰ কথা নাই, গদ্যৰ কথা নাই, মাত্ৰ লাগে লাগে —

কি লাগে ?

এনেকুৱাওতো হ'ব পাৰিলেহেঁতেন — পঢ়া, চাকৰি আৰু তাৰ পাছত বহুত ডাঙৰ মানুহ হোৱাৰ সপোনটো, তাৰ পাছত বিয়া। এনেকুৱাওতো হ'ব পাৰিলেহেঁতেন— বহল, জটিল সাগৰত অশোকৰ সুঠাম দেহাটো সুঠাম হাতখন সাগৰৰ ঢৌয়ে বালিচৰত নেপেলোৱা এখন নৌকা, জাহাজৰ জিলিকি থকা মগুলৰ দৰে অশোকে দেখুৱাই যায় শোভনাক সকাৰ দিশ — পাপাটিৰ দৰে। অশোক এজোপা আহঁত গছো হ'ব পাৰিলেহেঁতেন। নাই, হয়তো অশোক দুৰ্বল। হয়তো প্ৰেমত সি দুৰ্বল হৈ গৈছে। বচাব লাগিব তাক, বচাবই লাগিব। জোনাক বিধৌত

নিশাটো বন্ধ্যা নিশা যেন লাগিল তাইৰ।

চকুপানীবোৰ মোহাৰি শোভনা ডাকঘৰলৈ বুলিয়েই ওলাল— "Reaching your town tomorrow".

জীৱনত প্ৰথমবাৰৰ বাবে মিছা কথা ক'ব তাই— ঘৰক, চুপাৰক, লগৰবোৰক। জীৱনত প্ৰথমবাৰৰ বাবে জীৱনটো আধাতে শেষ কৰি কাৰোবাৰ জীৱনৰ বন্তি জ্বলাবলৈ যাব। হয়তো কোনেও নাজানিব। 'ব্লু' পয়জনৰ এই অধ্যায়'। 'Do or die situation'.

হাৰি যাম নেকি মই, ভাগ্যৰ সৈতে নিজকে কল্পনা কৰি চালে শোভনাই। পঢ়া-শুনা এৰি হেতা লৰাই থকা শোভনা, কলেজ নাই, লগৰীয়া নাই , লক্ষ্য নাই আৰু যদি মৰি যায় পাপাটি! দুখত, তেতিয়া হঠাৎ আকৌ এবাৰ suicideৰ Tendency এটা আহিল তাইৰ— মৰি যোৱাই ভাল।

কালিলৈ অচিনাকি অশোকৰ টাউনলৈ যাম অশোকক বচাবলৈ। ভগৱানৰ ফটোখনত সেৱা এটা কৰি সেইখন বেগটোতে তাই ভৰাই ল'লে। কি হ'ব যদি গৈ দেখে অশোক মৰি আছে! মৰি যাম! মৰি যাম! নিজেই নিজকে ক'লে তাই।

একো নোখোৱা, চকুৰ টিপ এটা নমৰা ভাগৰুৱা শৰীৰটো লৈ অশোকৰ টাউনখনত বাচৰ পৰা তাই নামিল। ৰিপুঞ্জয়ে চাগে টেলিগ্ৰাম পাইছে, বুকুখন আকৌ ধপ্‌ধপাবলৈ ধৰিলে তাইৰ। বাচত আহোতে বাটতে নদীৰ ওপৰত দলং এখন দেখিছে তাই। কোনো নাহিলে তাৰ পৰাই জাপ মাৰি মৰি যোৱাৰ সিদ্ধান্ত এটা ললে তাই। বেগটো কান্ধত লৈ দুখোজ আগবাঢ়োতেই চকুত পৰিল অশোক। অশোক কিয় ইয়াত? ৰিপুঞ্জয়ে যদি কৈছে, তেন্তে মোক কিয় কালি মানা কৰিলে। ধেমালি নেকি এইবোৰ? জীৱনক লৈ ধেমালি ইমান সহজ? মূৰটো ঘূৰোৱা যেন লাগিল তাইৰ। চকুদুটা জোৰকৈ মেলি দাঁত দুপাৰি কামোৰ মাৰি ধৰিলে তাই। ভিতৰৰ পৰা উদণ্ড খং এটাও উঠি আহিল তাইৰ। কোনো ভেল্যু নাই নেকি কথাৰ!

ঃ আৰে ইয়াত তই? মই আকৌ ৰিপুঞ্জয়ৰ তালৈ বুলি আহিছিলো মোৰ বন্ধু অলপ দিবলৈ।

মূৰৰ পৰা ভৰিলৈকে তন্ন তন্নকৈ চালে তাই অশোকক। ক'তা, ব্লু' পয়জন খোৱাৰ দৰে কোনো লক্ষণতো চকুত নপৰে। নে অশোকে অভিনয় কৰিছে ৰিপুঞ্জয়ে কোৱাৰ দৰে? হয় চাগে, ৰিপুঞ্জয়ে মিছা কৈছে বুলি এবাৰো নাভাবিলে তাই। বিনা বাক্যব্যয়ে অশোকৰ এনফিল্ডত উঠি চহৰত এমূৰৰ অশোকৰ ঘৰটোলৈ আহি থাকিল তাই।

ৰুমটোত সোমায়েই শোভনাই গাৰ জোৰেৰে ৰুমটোৰ একাষত থকা হিটাৰটো বেৰলৈ দলিয়াই চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। এটা সময়ত কান্দি কান্দি শোভনাই লাহে লাহে ক'বলৈ আৰম্ভ কৰিলে—

ঃ অশোক মই পাগল হৈ যাম। এইবোৰ কি হৈছে? তই কিয় ব্লু' পয়জন খাইছ? বেগৰ পৰা সেন্দুৰৰ টেমা এটা উলিয়াই তাই সেইটো অশোকৰ মুখৰ আগত দাঙি ধৰিলে— দি দে সেন্দুৰ তই। তই সদায় কৈছিলি নহয়, মই তোক মোৰ কেৰিয়াৰতকৈ কম ভাল পাওঁ। এয়া চা, মই তোক মোৰ পাপাটিতকৈও বেছি ভাল পাওঁ, কেৰিয়াৰ বহুত পাছত, মাত্ৰ মোক

এনেকৈ শাস্তি নিদিবি। নিজকে কষ্ট নিদিবি।

তাইৰ হাতৰ পৰা সেন্দুৰৰ টেমাটো মাটিত থৈ অশোকে অৰ্থপূৰ্ণ হাঁহি এটা মাৰিলে। শোভনাৰ মানসিক অৱস্থা অলপো জানিবলৈ আগ্ৰহ থকা যেন নালাগিল অশোকৰ। একেবাৰে শান্ত স্বৰেৰে সি ক'লে— এতিয়া নহয়, দুমাহ পাছত মই লৈ আহিম তোক একেবাৰে।

ঃ কিয়, কিয়? দুবছৰৰ পাছত নহয়। কিয় চাৰিবছৰৰ পাছত নহয়। উপায়হীন শোভনাৰ চকুপানীৰে মুখমণ্ডল তিতি গ'ল।

ঃ নালাগে নালাগে। আৰু মাত্ৰ দুটা বড়ি, মই মৰি যোৱাই ভাল। অশোকে ব্যঙ্গ হাঁহিৰে শোভনাক সকিয়াই দিলে। আহ্...... ডিঙিটোত ধৰি অশোকে সেহাই সেহাই পানী বিচাৰিলে।

পানী....... পানী......... পানী...... আহ্ ডিঙিটো শুকাই গৈছে..... মোক মৰি যাবলৈ দে শোভা — I feel lonely.....

ঃ নাই, নাই। ভয়ত অণ্ঠ-কণ্ঠ শুকাই গ'ল শোভনাৰ। ওচৰত থকা গিলাচটোত পানী অলপ ঢালি অশোকৰ মুখত দি ভাগৰুৱা শোভনাই অশোকৰ চকুলৈ স্পষ্টকৈ চাই ক'লে— হ'ব, তই যি কৱ তাকেই হ'ব। নমৰিবি। পাপাটিৰ মা আছে, কণ আছে, বাজু আছে — অশোকৰ শোভনা থাকিব। হ'ব অশোক, তই যি কৱ তাকেই হ'ব।

গোটেই ৰাতিটো শোভনাৰ অন্তৰাত্মা কঁপি থাকিল। কি হ'ব যদি পাপাটি হোষ্টেললৈ গৈ তাইক নাপায়? কি হ'ব যদি পাপাটি দুখত মৰি যায়?

শোভনাক নিজৰ চহৰখনত থৈ আহিবলৈ অশোক টেক্সিৰ বাবে ওলাই গ'ল। শোভনাই লাহেকৈ ভগবানৰ ফটোখন বেগত সামৰি ল'লে। গাৰুটো ভালকৈ থবলৈ গৈ তাই গাৰুৰ তলৰ পৰা আলোচনী কেইখনমান কৌতুহলবশত উলিয়াই আনিলে।

My My !

বিভিন্ন ভঙ্গীত উলঙ্গ নাৰী-পুৰুষ। ছিঃ — লাজতে চকুদুটা মুদি দিলে তাই।

ম্ল' পয়জন লোৱা মানুহে এইবোৰ মেগাজিন পঢ়ে?

জীৱনৰ প্ৰতি মোহ নথকা মানুহে এইবোৰ চায়?

অশোকে কিয় বাৰু এইবোৰ নাটক কৰিছে......?

ইতিমধ্যেই গাড়ী লৈ অহা অশোকৰ মুখৰ আগত আলোচনী কেইখন দাঙি ধৰিলে তাই।

ঃ এহ্ এই ষ্টুপিড্ বিপুঞ্জয়টো। ইচ্। সি এনেকুৱাই। পুৰি পেলা সেইবোৰ। জেপৰ পৰা জুইশলা এটা উলিয়াই অশোকে শোভনাৰ হাতৰ পৰা মেগাজিন কেইখন লৈ পুৰি পেলালে। হতভম্ব শোভনাই বেগত থকা ভগৱানৰ ফটোখন সাবটি টেক্সিত বহিলগৈ। ওৰে বাটটো মুখেৰে এটা শব্দও উচ্চাৰণ নকৰিলে তাই। মাত্ৰ ভাবি গ'ল— সকাহৰ পৰা নৰকলৈ এই বাটটো কেনেকৈ দীঘল হ'ল? কি হ'ব তাইৰ দুমাহৰ পাছত! বিয়া নহ'লে অশোক মৰি যাব, গোটেই জীৱন কাৰোবাৰ মৃত্যুৰ বাবে দায়ী দায়ী দোষ ভাবতকৈ ভাল ভৃত্যৰ দৰে তাই ভাগ্যক থিয়াই অশোকক জীয়াই ৰাখিব। আৰু সন্মান......?

কিমান কষ্ট আৰু ধৈৰ্যৰে এতিয়ালৈকে নিজৰ বাটটো শুদ্ধ কৰি থৈছে তাই! কেৱল প্ৰেমৰ বাবে, পাপাটিৰ প্ৰতি থকা প্ৰেমৰ বাবে কোনো বেয়া কামেই তাই কৰা নাই।

কুট্টিৰাজনহঁতক ডাঙৰ হৈ দেখুৱাই দিবলৈ, নিজে নিজেই বুজি লৈছে তাই। তাইৰ জন্ম দেউতাকক সুখ দিয়াৰ বাবেই।

চহৰৰ গৌৰৱ !

কলেজৰ গৌৰৱ !

পাপাটিৰ গৌৰৱ !

এইবোৰ ধূলিস্যাৎ হৈ যাব দুমাহৰ পাছত— যিদিনা তাই মনে মনে বিয়া হৈ যাব অশোকৰ লগত। তাতকৈ মৰিয়েই যাওঁ নেকি! অশোকৰ পৰা পলাই ক'ৰবালৈ গুচি যাবলৈ মন গ'ল শোভনাৰ। চিন্তাৰ বোজাত ভিতৰৰ ক'ৰবাত শোভনাৰ তেজ বৈ থাকিল নিগৰি নিগৰি। এক ধৰণৰ অনিশ্চয়তাৰ ভয় এটাই শোভনাক কাবু কৰি পেলালে।

এটা এটাকৈ ভাঁহি আহিল তাইৰ চকুলৈ 'My My' মেগাজিনৰ পৃষ্ঠাবোৰ, হোষ্টেলৰ চকিদাৰক গালি পৰা দৃশ্যবোৰ, অশোকৰ সন্দেহবোৰ। আৰু এই শ্ল' পয়জন আৰু ৰিপুঞ্জয়ৰ চিঠিখনৰ। ক'ৰবাত কিবা গণ্ডগোল যেন লাগিল তাইৰ।

❑❑❑

# কাৰাগাৰ - কাৰাগাৰ

বিশ্বাসৰ ঘৰটো তাচপাতৰ ঘৰ। এবাৰ তচনচ হৈ গ'লে আৰু কেতিয়াও সজাব নোৱাৰি। মানুহৰ সকলো পাঠেই বোলে শৈশৱৰ পঢ়াশালিতে শিকা হয়, যদি এয়াই হয় শৈশৱৰ পঢ়াশালিত— পৃথিৱীৰ সকলো গল্প কিতাপেই তাই পঢ়িছে। প্ৰায় হাতে ঢুকি পোৱা সকলো কিতাপ। পৃথিৱীৰ আটাইতকৈ সৰল, জ্ঞানী অনুভূতিশীল, সৎ মানুহ দুটাৰ মৰমৰ ডেউকাত যি বিচাৰিছে তাকেই পাইছে তাই। ধুমুহাৰ দৰে কুম্ভিৰাজনইতৰ স্বাৰ্থপৰতাত বিধ্বস্ত পৰিয়ালটোৰ একমাত্ৰ আশা তায়েই। মানুহৰ বাবে সেৱা কৰি কৰিও ভাগৰি নপৰা দেউতাকৰ বাবে তাই সন্তান নহয়, এটা সপোন.......

শোভনাক ডাঙৰ কৰাৰ সপোনেৰে ভালকৈ জীয়াই আছে এজন সাহসী সৎ মানুহ, তাইৰ দেউতাক।

জীৱনত কোনো দিনেই এই বিশ্বাসৰ বান্ধোন ভাঙিম বুলি তাই ভবা নাই।

প্ৰয়োজনো নাই, নিজাববীয়া স্বাধীনতা, শিক্ষা, সকলো পাইছে তাই, যি বিচাৰে তাকেই পায় তাই। কিয়, এইবোৰ জানো প্ৰেম নহয়? প্ৰেমৰ পৰিভাষাৰ......

মই,

মোৰ,

কেৱল মোৰ। এই শব্দবোৰ, এই স্বাৰ্থপৰ শব্দবোৰ তাই প্ৰথমবাৰৰ বাবে শুনিছে।

প্ৰশ্ন, প্ৰশ্ন আৰু প্ৰশ্ন!

ইমানবোৰ মিছা কথাৰ বোজা যেন আৰু বব নোৱাৰা হৈ আহিছে তাই। ভাবিছিল তাই, শামুকৰ দৰে হ'ব অশোক। বাহিৰৰ কঠোৰ মানুহটোৰ ভিতৰখনত শামুকৰ ভিতৰখনৰ দৰে কোমল কিবা এটা থাকিব। কিন্তু নহয়, দিনে দিনে কম সময়ত আৱিষ্কাৰ কৰা এই মানুহটোৰ ভিতৰখন সন্দেহ, স্বাৰ্থপৰতা, অযুক্তিকৰ কাৰ্য-কলাপেৰে ভৰ্তি — শোভনাই কি কৰিছে, শোভনাৰ হৃদয় খুলি অতল তলিৰ পৰা দুখ বা সুখ উদ্ধাৰ কৰাতকৈ শোভনাক গুচৰত পোৱাটো মানুহটোৰ একমাত্ৰ কাম হৈ পৰিছে। দহ-বাৰ বছৰৰ ডাঙৰ অশোকৰ জীৱনত সকলো উপভোগেই পূৰ হৈছে। বাকী আছে বিয়া!

শোভনাৰ জীৱনৰতো আৰম্ভহে এয়া, বয়স বোল্ল মাত্ৰ।

কলেজৰ নিৰ্বাচন আছে —

হাতলৈ অহা বোলছবি আছে,

পঢ়া কামবোৰ!

কিমান যে উত্তৰণৰ খবৰ !

আৰু প্ৰলোভন......?

আমেৰিকাৰ পৰা অহা ল'ৰা....।

তানজানিয়াৰ পৰা বিচৰা ভাবী বোৱাৰী।

আৰু গধূলি গধূলি ঘৰ, তাকো নিজৰ ঘৰ যেন লগা চহৰ খনৰ মাক-দেউতাকবোৰে ল'ৰা-ছোৱালীবোৰক দিয়া গালিবোৰ।

শোভনাৰ দৰে হ'ব নোৱাৰ জধামূৰ্খ। পঢ়াই-শুনাই, তৰ্কই-অভিনয়ে জাতিষ্কাৰ, তাইৰ দৰে সন্তান লাগে আমাক। ......এইবোৰ সকলো অৰ্থহীন হৈ যাব। মাত্ৰ এসপ্তাহৰ পাছত! আকৌ এবাৰ নিজকে সুধি চালে শোভনাই— 'মানুহে স্ল' পয়জন খাই মৰেনে? মৰিব পাৰে। আগাথা ক্ৰিষ্টিৰ নভেল এখনত পঢ়িছিল, 'প্ৰফেচাৰ গিল্ডস্মিথে ডিপ্ৰেচনত স্ল' পয়জন খাইছিল।' ইমান ভাল পাব পাৰে মানুহে মানুহক? মানে অশোকে মোক? মোক নাপালেই মৰি যাব? মই সেন্দূৰ তুলি নিদিলে হাতত পৃথিৱী এৰি যাব!

খট্ - খট্ - খট্ - খট্ .........

চিলাই মেচিনৰ শব্দ ভাঁহি আহিল সিটো কমৰ পৰা। অশোকৰ বায়েকে মেখেলা-চাদৰ এযোৰ চিলাই আছে। তেনেই সাধাৰণ। অশোকৰ ব্যৱসায় ভাল নহয়। একেবাৰেই পইচা নাই। কিন্তু কামাখ্যাত বিবাহৰ দিনা নতুন কাপোৰ পিন্ধাবই লাগিব।

মেখেলা-চাদৰ, নে শৱদেহৰ ওপৰত পাৰি দিয়া বগা কাপোৰ! মন, হৃদয়, দেহ, কোনোটোৱেই প্ৰস্তুত নহয় কালিৰ দিনটোৰ বাবে।

বিয়া নে মৃত্যু শোভনাৰ! অশোক আৰু বায়েকক মাত নলগোৱাকৈ শোভনা হোষ্টেললৈ বুলি বাচত উঠিলে। বহুত কামৰ ভিতৰত আছে — দেউতাকলৈ এখন চিঠি লিখা, বিয়াৰ দৰে সিদ্ধান্ত এটা কমমেট কাকো জনাব নোৱাৰিব। আৰু শেষবাৰৰ বাবে প্ৰভাতক লগ কৰি কোৱা— পাৰ্চনেল প্ৰব্লেম আছে, ইলেকচনত উঠিব নোৱাৰে।

কালিৰ দিনটোৰ পিছত বহুত ঘটনাই ঘটিব পাৰে।

পাপা মৰি যাব পাৰে —

কলেজত পলাই যোৱা মুখা পিন্ধা ছোৱালী বুলি বদনাম হ'ব পাৰে!

নিজৰ টাউনখনত ভাল ছোৱালী নষ্ট হৈ গ'ল পঢ়িবলৈ গৈ বুলিও বদনাম ওলাব পাৰে। হোষ্টেলৰ পৰা বৰ্খাস্ত কৰিব পাৰে। জীৱনত পঢ়া, অভিনয়, এইবোৰ একো নহ'বও পাৰে। মা, কণ, ৰাজহঁতে সমাজত লাজত মুখ উলিয়াব নোৱাৰিবও পাৰে।

..... এটা মানুহক মৃত্যুৰ পৰা বচাবলৈ —মন্ত্ৰৰ দৰে উচ্চাৰণ কৰিলে তাই এই শব্দ।

ট্ৰাংকটোত ভৰাই ল'লে কিতাপবোৰ। ভগবানৰ ফটোখন বুকুত সাৱটি সশব্দে কান্দি উঠিল তাই। কমৰ সকলোবোৰ কলেজলৈ গৈছিল তেতিয়া।

উহ্ — হাঁহাকাৰ কৰি উঠিল শোভনা। নিজকে মাৰি পেলাবলৈ মন গ'ল তাইৰ। হোমৰ জুইত ঘিউ ঢালি দিয়াৰ গোন্ধটোত তাইৰ এটা সপোন আছিল। তাইৰ ডাক্তৰ হোৱাৰ, বিখ্যাত হোৱাৰ সপোনৰ সমানে সমান সেই সপোনটো।

তাইৰ ফেন্টমৰ হাতত হোমৰ জুইৰ কাষে কাষে ঘূৰাৰ সপোন, তাইৰ কপালত সেন্দুৰৰ ৰেঘ টানি দিয়া, তাইৰ ইমৰজৰ সপোন। ফেন্টম বা ইমৰজ। তাইৰ বাহিৰে কাকো ভাল নোপোৱা, তাইৰ সপোনবোৰৰ হাতত ধৰি তাইক আগবঢ়াই নিয়া পুৰুষজনৰ সপোন। আৱদালিৰ তলত মোটা ক'লা ফ্ৰেমৰ চশমাৰে চকুলো বোৱাই পাপাটিয়ে এইবাৰ কথা কোৱাৰ সপোন...... — "চাবা এইক! বৰ মৰমত ডাঙৰ কৰিছো।"

আৰু ফেন্টমে উত্তৰ দিয়াৰ সপোন— 'হ'ব চাম। "নিজৰটো নাছিল তাই কোনোদিনে", নিজৰ প্ৰতিটো কামতে পাপাটিৰ সপোনৰ চাব মৰা আছিল। সেই সপোনবোৰ পাপাটিৰ বুকুৰ পৰা ফেন্টমৰ বুকুলৈ যাব।

এটা শান্তিৰ নীড়ৰ পৰা আনটো শান্তিৰ নীড়লৈকে এই পথটোৰ সপোনটোতো ইমান কণ্টকময় নাছিল! সহজ-সৰল ছোৱালী এজনীৰ সহজ-সৰল গতানুগতিক এটা সপোন, সপোনবোৰ আধাখিনিলৈকেতো তাই আহিছেই। ক'তো জটিলতা নাই।

আৰু এইবোৰ, কি হ'ব এতিয়া? পৰহিৰ পিছৰ দিনবোৰৰ ভয়ংকৰ ৰূপটো তাইৰ ভাবিবলৈ মন নগ'ল আৰু। মাটিৰ ক'লা চপৰাৰ মাজত ভাঙি যোৱা মোটা ফ্ৰেমৰ চশমাযোৰ। অহ্ — ভগৱান, পাপাটিক ভালে ৰাখিবা। একো জানিব নালাগে তেওঁ। অপলাসী উদণ্ড সন্তান বুলি মোক পাহৰি যাবলৈ তেওঁক মনত বল দিবা। তেওঁ বুজিব ; কাকো নুবুজিলেও তেওঁৰ আটাইতকৈ মৰমৰ জেদী সন্তানটোৱে যুক্তি আৰু কাৰণ নোহোৱাকৈয়ে একো নকৰে, সেয়া বুজিব। কঁপা কঁপা হাতেৰে তাই এখন চিঠি লিখিবলৈ ল'লে।

> Papa,
>
> Forgive me – Donot harass the super. I'll explain everything
> to you, later on. Right now I have saved a life. I have to sacrifice a lot.
> Papatee forgive me –

চকুপানীত তিতি যোৱা সেই চিঠিখন তাই তিনিবাৰ কাটি পেলাব লগা হ'ল। আখৰবোৰ বিয়পি গৈছে চাৰিওফালে......

ৰবিজিতাৰ টেবুলৰ ওপৰত, দেউতা আহিলে এইখন চিঠি দি দিবি বুলি লিখি খামটো থৈ নিশব্দে বস্তুবোৰ তাই তললৈ নমালে। হাউলি পৰা টেবুলখনত চুমা এটা খালে তাই। শেষবাৰৰ কাৰণে এবাৰ হোষ্টেলটো চাই ল'লে। আধাতে পঢ়া-শুনা এৰি এয়া কি কৰিবলৈ ওলাইছো মই! সৰ্বশৰীৰতে বিজুলীৰ দৰে অনিশ্চয়তাৰ বেগ এডাল পাৰ হৈ গ'ল তাইৰ।

লাভ নাই আৰু। চাওঁ কি হয়।

ভাবক পৃথিবীয়ে, সমাজে, কলেজে, ঘৰে, পৰিয়ালে মই স্বাৰ্থপৰ। কোনেও নাজানিলেও অন্ততঃ অশোকে জানিব, মই কি? কোনোবাই যদি সঁচা প্ৰেমৰ বুৰঞ্জী লিখে, ত্যাগৰ যদি উদাহৰণ দিবলগা হয়, তেতিয়া চাগে লিখিব মোৰ কথা! .. ....

প্ৰেম নে দায়িত্ববোধ, নে পুতৌ, নে চৰম ত্যাগ — ??

ওলাব খোজা চকুপানীখিনি ৰুমালেৰে হেঁচি ধৰিলে তাই। কাৰোবাক ক'ব পৰা হ'লে ভাল আছিল। কোনোবা বন্ধুক। কোনেও নুবুজিব বা ভুল বুজিব।

অশোকেইটো বন্ধু আছিল। অশোকে বাৰু নিজৰ পৰা ওলাই এবাৰ ভাবি চাইছেনে, অশোকৰ বাবে সাধাৰণ কথা এটা, মোৰবাবে ইমান মাৰাত্মক হৈছে? অশোকে বাৰু এবাৰ ভাবিছেনে? জীৱনৰ আটাইতকৈ ভয়ংকৰ সময়ত সহায়ৰ হাত আগবঢ়োৱা মানুহটোক, পৰিয়ালটোক আটাইতকৈ ভয়ংকৰ বাতৰিটো দিবলৈ ওলাইছে সি? ভাবিছেনে এবাৰ অশোকে, অশোক বিশ্বাসঘাতক হ'বলৈ ওলাইছে! নে ভূতৰ দৰে অন্ধ হৈছে অশোক!

স্বাৰ্থপৰ অশোক !

নাই, শেষবাৰৰ কাৰণে অশোকক মই বুজাব লাগিব। মাত্ৰ চাৰিটা বছৰ পঢ়িবলৈ দিয়ক মোক। সোতৰ বছৰ হোৱাই নাই দেখোন। অন্ততঃ নিজৰ ভৱিৰ ওপৰত থিয় দিলে মোৰ সকলো সিদ্ধান্তই কোনেও না নকৰে। স্বাধীনতাক সন্মান কৰা মানুহ আটাইবোৰ।

০০০ অট'খনৰ পৰা এটা এটাকৈ বস্তুবোৰ অশোকৰ বায়েকৰ ঘৰৰ আগত নমালে তাই। এটা ট্ৰাংক্, হ'লডল, দুটা ডাঠ বাকচৰ কিতাপৰ কাৰ্টুন। মুখেৰে একো নমতাকৈ ভিতৰলৈ টানি লৈ গ'ল তাই বস্তুবোৰ। অশোকে সহায় কৰি দিলে। শোভনাৰ ৰূঢ় মুখখনলৈ আৰু কান্দি কান্দি ৰঙা হৈ থকা চকু দুটালৈ চাই অশোকে ঠিকেই বুজি পালে— শোভনাই ইচ্ছাৰ বিপৰীতেই এইবোৰ কৰিছে।

বুৰ্বক ছোৱালী। এই কাৰণেইতো তাইক কালিলৈ নিজৰ কৰি ল'ম। শোভনাৰ শৰীৰটো সম্পূৰ্ণকৈ পোৱাৰ বাসনা এটাই অশোকৰ মুখত ক্ৰুৰ হাঁহি এটা সানি দিলে।

পাগল। হাঁঃ, খুউব বেছি তাৰ দেউতাক বা ককায়েক দুটাই তাৰ এই বিয়াখনৰ বাবে তাক নমতাকে থাকিব। বাকী এয়া বায়েকে কাপোৰ চিলাই আছে, বাকীবোৰ বায়েকক বুজাই ল'ব পাৰিব সি। মাকক সি যি ক'ব তাকেই শুনিব।

কোনে care কৰে? সিহঁতে আজিৰ দিনত শোভনাৰ দৰে জ্ঞানী, ভাল, ধুনীয়া, কুমাৰী ছোৱালী এজনী আনি দিব পাৰিব?

আৰু বাকী থাকিল শোভনাৰ দেউতাক? সাংঘাতিক মানুহ। গণ্ডগোল লগাব পাৰে। সাবধান হ'ব লাগিব। শোভনাৰ মাক, কণ, ৰাজ..... মুখকেইখন ভাঁহি উঠিল অশোকৰ আগত। উপায় নাই। লাভ নাই ভাবি। ঘড়ীটোলৈ চালে অশোকে। গধূলি হৈ আহিছে। ৬ টা বাজিছেই।

...... একো নোখোৱাকৈ বায়েকৰ ঘৰৰ নিভৃত কোঠা এটাত শোভনা বহি থাকিল। ৰাতি তেতিয়া নটা বাজিছিল চাগে। অশোক শোভনাৰ কাষতে বহি তাইৰ হাতখন হাতত ল'লে। শোভনাই হাতখন আঁতৰাই দি কঠোৰ স্বৰেৰে অশোকক সুধিলে—

ঃ এইযে অথনি চিলাই থকা কাপোৰযোৰ, কাৰ কাপোৰ?

ঃ তোৰ, আৰু কাৰ?

ঃ মেখেলা-চাদৰ? কিয়?

ঃ কিয় ? বিয়াৰ পিছততো এয়াই পিন্ধিব লাগিব।

ঃ ইমান চেঞ্জ হ'ব লাগিব ? মইতো মাৰ কথাই নুশুনো। পাপাটিয়েতো মোক ফ্ৰক আৰু পেণ্টৰ বাহিৰে একো ড্ৰেছেই নিদিয়ে। আৰু ইমান বেয়া ৰঙৰ, আৰু ক'ত থাকিম মই বিয়াৰ পিছত?

ঃ ক'ত আৰু, মোৰ ঘৰত।

ঃ আৰু পঢ়া কি হ'ব?

ঃ ঘৰত পঢ়িবি।

ঃ নহ'ব, নহ'ব। মই এইবোৰ নিপিন্ধো। মই বিয়া নহওঁ। মই তোমাকেই ভাল পাই থাকিম অশোক। কিন্তু মোৰ এইবোৰ ভাল লগা নাই। মোৰ বয়স হোৱা নাই অশোক। মই যাওঁ, মই হোষ্টেললৈ যাওঁগৈ...... — পগলাৰ দৰে শোভনা যাবলৈ ওলাল।

ঃ চালি, কুট্টি ! ......মোক ঠগিবলৈ আহিছ। মই মৰি যাম তোৰ খিয়াল নাই, পিন্ধা-উৰাত মন দিছ। মোক ঠগিবলৈ আহিছ? হিংস্ৰ জন্তুৰ দৰে অশোক গুজৰি উঠিল। — কালিলৈ আমাৰ বিয়া। তই এই মেখেলা-চাদৰ পিন্ধিব লাগিব।

ঃ নহ'ব, মই মৰি যাম। ওচৰত থকা ব্লেড এখনেৰে শোভনাই নিজৰ হাতৰ তলুবাখন কাটি দিলে। চৌ-চৌৱাই তেজ বিয়পি আহিল। ওচৰতে থকা ডেটলৰ বটলটোৰ পৰা ডেটল অলপ আনি হাতত লগাই দিবলৈ ধৰোতেই পাগলীৰ দৰে অশোকক খামোচ মাৰি ধৰি বিকট শব্দ কৰি শোভনা কান্দি উঠিল—

ঃ আজি.... আজি বিয়া হ'ব মোৰ। আজি! এতিয়াই। দে, দে সেন্দুৰ দি দে মোক....

ঃ এই..... ইমান জোৰ-জবৰদস্তি তোক বিয়া নকৰাওঁ মই। —অশোক দুখোজ পিছুৱাই গ'ল।

ঃ কিয় কিয়? নহ'লেতো তই মৰি যাবি। চিন্তাৰ ভৰত উন্মাদৰ দৰে শোভনা অশোকৰ ওপৰত জঁপিয়াই পৰিল। ড্ৰেচিং টেবুলৰ বায়েকৰ সেন্দূৰৰ টেমাটো খপহকৈ তুলি অশোকৰ ভৰিৰ বুঢ়া আঙুলি লগাই কপালখন লগাই দিলে শোভনাই।

ঃ চা, এয়া সেন্দূৰ মোৰ কপালত....... এয়া মোৰ বিয়া হৈ গ'ল। এইয়া! এইয়া!..... Happy ? অশোক? Happy তই?

সেন্দুৰ, চকুপানী, অবিন্যস্ত চুলি! কোঠাটোৰ চুক এটাত বহি বহি কান্দি কান্দি শোভনা এটা সময়ত টোপনি গ'ল। অশোক ওচৰতে বহি থাকিল। শোভনাৰ কপালৰ সেন্দুৰবোৰ, বা চকুপানীবোৰ মোহাৰি দিয়াৰ সাহস বা ইচ্ছা দুয়োটাই সি নকৰিলে। কান্দক, মৰক। যি নকৰক, ভালকৈ পঢ়িলেই দিল্লীলৈ গ'লেই এই ছোৱালীজনী মোৰ ওচৰলৈ নাহিব আৰু। বেলেগ হৈ যাব শোভনাৰ পৃথিৱী। এক অদ্ভুত আক্ৰোশত অশোকে হাত দুখন শক্ত কৰি মুঠি মাৰি ধৰিলে।

কালিলৈ ৰাতিপুৱা নটা বজাত কামাখ্যাত শোভনা মোৰ হ'ব, বচ্। নিজকে মই কোনো প্ৰশ্ন নোসোধো। এই নাটকবোৰ কিয় কৰিছো — Slow Poison-ৰ নাটক। শোভনাক ভাল পাওঁ বাবে। নিজৰ কৰি বিচাৰো বাবে। তাইক দেখিছো বাবেই জানো। এই জেদী ছোৱালীজনীক মৃত্যু ভয়ৰ বাহিৰে একোৰে কাবু কৰিব নোৱাৰিম।

ফৰ্মুলা। বচ্ !

বাকী একো নাভাবো!

পঢ়িব খুজিছে, পঢ়িব। মোৰ চহৰৰ কলেজত।

আৰু ড্ৰামা-ছ্ৰামা — এইবোৰে ছোৱালীবোৰক বেয়া কৰে। উদণ্ড কৰে। মোৰ যেতিয়া, শোভনাক বেয়া কিয় হ'বলৈ দিম? ছোৱালী মানুহ, গিৰিয়েকৰ কথা শুনিবই লাগিব। আৰু দুবছৰ.... দুবছৰ কিয় ৰ'ম? কি বিশ্বাসত!

ছেক্সৰ সোবাদ নাপালেও স্পৰ্শৰ সোৱাদ পাই গৈছে বেটীয়ে। বেয়া হৈ যাব, দুবছৰত তাই পুৰুষক সম্পূৰ্ণকৈ বিচৰা হ'ব। ছেক্স বিচাৰিব। আৰু সেই পুৰুষতো মই নহ'বও পাৰো দুবছৰৰ পাছত। ছোৱালীৰ বিশ্বাস নাই। মাইকীৰ বিশ্বাস নাই। কি হ'ল, যোল্ল-সোতৰ বছৰ হ'ল? খাবলৈ দিম, পিন্ধিবলৈ দিম.... মোৰ ওচৰত ৰাণীৰ দৰে ৰাখিম শোভনাক।

এতিয়া পইচা নাই। পইচা হ'ব। বন্দুক থাকিলে হাতত আৰু এই মস্ত ফিগাৰটো লৈ চব কৰিব পাৰিম। ছোৱালীৰ কি আকাল! লাগ বুলিলেই মিত্ৰা, জুৰি, বস্তি বা যাকে তাকে উঠাই নিব পাৰো। কিন্তু সিহঁতৰ বিশ্বাস নাই। মই নাথাকিলে মোৰ দৰে যিকোনো মতাৰ লগতে সিহঁত শুই দিব পাৰে। সেয়ে শোভনাক লাগে। ভাল পাওঁ মই তাইক। তাইৰ চৰিত্ৰ ভাল। তাইক পোৱাৰ সৌভাগ্য কিয় বেলেগ এটা পুৰুষৰ হ'ব? নহ'ব। নহ'ব!

টোপনিত লালকাল হৈ পৰি থকা শোভনাৰ কপালৰ আগৰ পৰা চুলিখিনি নিশব্দে হাতেৰে আঁতৰাই দিলে অশোকে। চুমা এটা খোৱাৰ লোভটোৰ পৰা নিজকে কষ্ট কৰি আঁতৰাই ৰাখিলে। দেউতাকক ভাল পোৱা সঁচাকঠিয়া ছোৱালীতো— অলপ কষ্ট হ'বই। অলপ ভয় খাবই, সৰু ছোৱালী। ডাঙৰ হৈ যাব কালিৰ পাছত। ল'ৰা-ছোৱালী হ'লে পাহৰি যাব কিতাপৰ মোহ, কেৰিয়াৰৰ মোহ.......প্ৰথমবাৰ ছেক্সৰ সোৱাদ পোৱা মাইকীবোৰ বোলে ভোকাতুৰ বাঘিনীৰ দৰে হৈ উঠে। —নিজৰ ভাষাতেই ভাবিলে অশোকে।

ঠাণ্ডা কৰি দিম তাইক বিয়াৰ পাছত। কিমান ছেক্স লাগিব তাইক। কিমান ভোকাতুৰ হ'ব তাই বিয়াৰ পিছত? ইমান বেছিকৈ ভয় খুৱাই দিম জীৱনত আৰু ছেক্সৰ বাবে বেলেগ পুৰুষক নাচাব তাই। এনেয়ো মোক লাহে লাহে ভয় কৰিবলৈ আৰম্ভ কৰিছেই তাই। জুৰি হ'লে ক'ত, ওলোটাই মোকেই ভয় খুৱালেহেঁতেন। মাক-দেউতাকৰ পৰা দূৰত শোভনাৰ ওপৰত ৰাজত্ব কৰিম মই। ভাল পাওঁ কাৰণেইতো কৰিম ৰাজত্ব।

শোভনাৰ ভৰি কেইটালৈ চকু গ'ল অশোকৰ। উত্তেজনাত সৰ্বশৰীৰ কঁপি গ'ল তাৰ। মেকুৰীৰ দৰে কোমল এইজনী। চকুৰ আগতে ইমান লোভনীয় হৈ গ'ল। কঁকাললৈকে বৈ পৰা কিচ্কিচিয়া ক'লা চুলিখিনি, তাম বৰণৰ শৰীৰটো। কালিৰে পৰা মন গ'লেই চুব পাৰিম।

হাঃ —

অলপ দিন underground হ'ব লাগিব পাৰে। দেউতাকে পুলিচত দিবতো দিবই। কথা নাই বতৰা নাই, ছোৱালীজনী নাইকিয়া হৈ যাব। ধেমালিতো নহয়? কিন্তু লাভ নহ'ব। দেউতাকে ছোৱালী পালেও, পেটত বাচ্চা থৈ পঠিয়াই দিম। মোকেই আঠু কাঢ়ি খুৱাই দিব লাগিব তাইক— অশোক, লৈ যোৱা এইক।

সৰুৰে পৰা পুলিচ, কৰ্ট, বন্দুক লৈ খেমালি কৰা অশোকৰ ফৰ্মূলা —

পাৰফেক্ট" ফৰ্মূলা!

চ: চ: ....... উঠি যাব ৰাজকুমাৰী। মনে মনে অশোক......

গোটেই ৰাতিটো নুশুলে অশোকে। কি ঠিক, শোভনা গুচিও যাব পাৰে মনে মনে! কাকো বিশ্বাস নকৰো! আৰু মাইকীক? No way.....

এক.... দুই.... তিনি....... কেতিয়া উঠিব শোভনা? ঘড়ীটোলৈ চাই থাকিল অশোকে।

ছয়..... সাত.... আঠ..... শোভনাক জগাই দিব খোজোতেই শোভনাই নিজেই চকু দুটা মেলি দিলে।

মাজনী.... মাজনী......

দেহীজনী....... দেহীজনী.......!

কোনে? কোনে মাতিছে? পাপাটি? সপোন নে দিঠক.... স্পষ্ট শুনিলে শোভনাই। পাপাটিয়ে মাতিছে। চকুদুটা বহলকৈ মেলি ঘপহকৈ উঠি বহি ল'লে তাই।

ইতিমধ্যে দুৱাৰত অশোকৰ বায়েকে টুকুৰিয়াই আছিল। —শোভা, দেউতাৰ আহিছে। উঠি আহ।

ঃ কি....? বাৰান্দাৰ দুৱাৰখন খুলি বতাহৰ দৰে অশোক নাইকিয়া হৈ গ'ল।

ঃ ক'লৈ গ'ল অশোক? দুৱাৰখন লাহেকৈ খুলি শোভনা আগবাঢ়ি গৈ থাকিল.....

ঃ পাপাটি? পাপাটি?

বুকুখনত খামোচ মাৰি ধৰি শোভনাৰ দেউতাকে মূৰৰ পৰা ভৰিলৈকে শোভনাক চাই থাকিল।

অবিন্যস্ত চুলি। কপালত সেন্দুৰ! হাতত তেজ!

ঃ কি.... কি হৈছে মা! কি হ'ল? এই....কি হ'ল? কি.... কি কৰিছা এইক তোমালোকে? আবেগত, মৰমত সাবটি ধৰিবলৈ হাত আগবঢ়ালে দেউতাকে। শোভনা বুলি কৈ......

ঃ নুচুব পাপাটি। নুচুব মোক! মোৰ বিয়া হৈ গৈছে। মই ক'লৈকো নাযাওঁ! দেখা নাই নাই মোৰ কপালত সেন্দুৰ! —দুখোজ পিছুৱাই গ'ল শোভনা।

বুকুখনত সামান্য খামোচি অলপো উত্তেজিত হোৱা যেন নেদেখুৱাই দেউতাকে শোভনাক আকৌ সাবটি ধৰিবলৈ হাত আগবঢ়ালে।

ঃ এক মিনিট, মই বাথৰুমৰ পৰা আহো।

বাথৰুমত সোমাই খিলিটো মাৰি দিওঁতেই শোভনা উচাপ খাই উঠিল। বাথৰুমৰ ভিতৰত অশোক। সম্ভবতঃ পিছফালৰ দুৱাৰেদি পলাই আহিছে ইয়ালৈ! শোভনাই কিবা কোৱাৰ আগতেই অশোকে শোভনাৰ কপালত বাথৰুমৰ একাষে থোৱা সেন্দুৰৰ টেমা এটাৰ পৰা সেন্দুৰ ৰেখা এটা টানি দিলে।

ঃ চা শোভনা! তোক সেন্দুৰ দি দিলো। তই যাগৈ, নহ'লে দেউতাৰে গণ্ডগোল কৰিব আৰু বাইদেউক কোনোপধ্যেই মই বিপদত পেলাব নোৱাৰো। তই য'তেই নাথাক, আজিৰ [illegible] স্মাৰ।

ঃ কিন্তু মই! গোটেই সৰগখন ভাঙি যেন শোভনাৰ ভৰিতেই পৰিল! —কিন্তু মই, মই, অশোক! ইমান মিছা কথা কৈছো, ঘৰত মোক কিন্তু মাৰি পেলাব। কেনেকৈ মুখ দেখুৱাম? তাতকৈ তুমি পাপাটিক মুখামুখিকৈ কৈ দিয়া এতিয়াই।

ঃ পাগল নেকি? বলিয়া কুকুৰক জোকাই ল'ম? তই যাগৈ, মই ঘৰৰ পৰাই তোক লৈ যাম। 'I love you'.

বাথৰুমৰ পৰা উন্মাদৰ দৰে শোভনা ওলাই আহি বিছনাৰ খুটা এটাকে সাবটি ধৰিলে। — ইমান সাহস নাই অশোকৰ! ইমান ভয়াতুৰ অশোক! দেউতাকৰ চকুৱে চকুৱে চাবলৈ সাহস গোটাবলৈ চেষ্টা কৰিলে তাই। অলপো নৰৈ ধুমুহাৰ দৰে সোমাই আহিল দেউতাক। শোভনাৰ গালত প্ৰকাণ্ড চৰ এটা সোধাই দেউতাক ফেঁকুৰি উঠিল।

— কি হৈছে এইবোৰ? ব'ল...... মা, ঘৰলৈ ব'ল। আৰু সেন্দুৰ, এইবোৰ? তই জাননে মা, কুমাৰী ছোৱালীয়ে সেন্দুৰ নলয়।

ঃ যা আকৌ, দেউতাৰে মাতিছে! তাইৰ গাটো বেয়া বাবে মোৰ ইয়ালৈকে আহিলে। কালি মন্দিৰলৈ গৈছিল। গণেশ মন্দিৰলৈ। অশোকৰ বায়েকে ক'লে।

বলিৰ পঠাৰ দৰে অশোক আৰু বায়েকে শোভনাক যাবলৈয়ে ক'লে—

ইমান কম সাহস অশোকৰ? অথচ কালি ৰাতিটো অশোকে একপ্ৰকাৰ আস্ফালনেই কৰিছিল! প্ৰতিকূল পৰিস্থিতিহে ভিতৰৰ মানুহটো ওলাই পৰে! মুখা পিন্ধি কোনো থাকিব নোৱাৰে অনন্ত কাল!

থুই..... থুই..... থুই........ থুই...... উন্মাদৰ দৰে বিশালকায় মানুহটোৱে জেপৰ পৰা ৰুমালখন উলিয়াই শোভনাৰ কপালৰ সেন্দুৰবোৰ মোহাৰি গ'ল ভিতৰখনত।

থুই.... থুই..... থুই........

বাটেদি যোৱা মানুহ দুই-এজে চাই গ'ল অদ্ভুত চাৱনিৰে।

থুই.... থুই..... থুই........ কপালৰ সেন্দুৰবোৰ! যেন ছালখনৰ সৈতে উভালি আনিব দেউতাকে। বিকট শব্দ এটা ভিতৰত আৰম্ভ হ'বলৈ ধৰিলে শোভনাৰ ভিতৰখনত।

আশাভঙ্গৰ কিবা শব্দ থাকে নেকি?

কালিলৈকে উৎপাত কৰি থকা মগজুৰে কাম নকৰা, মৰিবলৈ ওলোৱা অশোক নামৰ ল'ৰাটোৱে বলিশালত সেন্দূৰৰ ফোট দি এৰি দিয়া ছাগলীৰ দৰে এৰি দিলে মোক। কি হ'ব এতিয়া? ঘৰত কি হ'ব? মাকৰ কালসৰ্পিনীৰ দৰে প্ৰতিচ্ছবি এখন ভাহি উঠিল তাইৰ চকুৰ আগত।

বাছৰ চকাৰ লগত পাকঘূৰণি খাই ঘূৰি থাকিল দুজন মানুহৰ শংকা।

শোভনাৰ দেউতাক !

শোভনা নিজেই !

কোনেও কাকো একো ক'ব নোৱাৰিলে। মৌনতাই চুই গ'ল দুটা মানুহৰ অন্তৰৰ গোপন অনুভূতি। আঘাতগ্ৰস্ত দুজন মানুহৰ বিশ্বাস, আশা আৰু ভাগ্য এই শব্দকেইটা জাৰকাজিৰ শুকান গছৰ শেষ সৰু পাতখিলাৰ দৰে ওলমি থাকিল। ঘৰ পাই কি হ'ব? আঘাত! কেনেকুৱা

আঘাত? আৰু কি আঘাত পাবলৈ বাকী থাকিল! কি আঘাত দিবলৈ বাকী থাকিল? বিশ্বাসৰ সৌধটো এনেকৈয়ে ভাগিব বুলি কোনোবাই ভাবিছিলনে শোভনাৰ দেউতাকে! বা শোভনাই!

অশোকৰ মুখখনৰ ঠাইত, প্ৰেমত কাতৰ মৰিবলৈ ওলোৱা অনুভূতিশীল মানুহ এটাৰ ঠাইত, জিলিকি উঠিল বেলেগ এটা মানুহৰ অবয়ব। স্বাৰ্থপৰ! সন্দেহী। ভীৰু, অবিশ্বাসী মানুহ এটাৰ অবয়ব। মুখা পিন্ধি থকা মানুহ এটাৰ অবয়ব।

কিন্তু কিয় ময়েই হ'লো! কিয় মোৰেই এনে হ'ল....!

নিজেই ভাল হ'লেই সকলো ভাল নহয়।

নিজেই শুদ্ধ হ'লেই সুখৰ পাৰাপাৰ নহয়।

কুট্টিৰাজনইতৰ মুখখন আকৌ এবাৰ ভাঁহি উঠিল শোভনাৰ চকুৰ আগত।

অহ্ — কিয় এই মানুহবোৰক মই দুখ দিছো। কিয়, মই ক'ব নোৱাৰিলো অশোকক — মৰিব খুজিছা, মৰি যোৱা। পাপাটিৰ বাটলুগুটীয়া সপোনবোৰ তচনচ কৰি বুকুৰ ওপৰেদি বগাই মই তোমাৰ হ'ব নোৱাৰো। আৰু হ'লোৱেইবা — কি দিবা তুমি মোক?

আমি ভিন্ন মনৰ প্ৰাণী। ভিন্ন দেশৰ ভিন্ন লক্ষ্যৰ। জীৱনৰ লক্ষ্যবোৰ মই শব্দত বুটলো, বিশ্বাসত, কবিতাত, গল্পত, অভিনয়ত। এনেকৈয়েই ডাঙৰ হৈছো।

আৰু তুমি? আহাৰ, মৈথুন, নিদ্ৰা — এয়াইতো। আমি প্ৰেমিক হ'ব নোৱাৰো। হয়তো বন্ধুও হ'ব নোৱাৰো। প্ৰেম অসম্ভৱ দাবী নহয়। প্ৰেম ত্যাগ। প্ৰেমবিশ্বাস— যোৱাগৈ, যোৱাগৈ। মোক কষ্ট নিদিবা।

কিয় ক'ব নোৱাৰিলো !

কিয় নোৱাৰিলো !!

কিয় নোৱাৰিলো !!!

অনুতাপত দগ্ধ ছোৱালীজনী, গৈ থাকিল অনিশ্চয়তালৈ।

ইমানবোৰ চিন্তাৰ বয়স নাছিল এয়া। তাই নাজানিলেও দেউতাকে জানিছিল। ৰঙা কোমল মুখখন চাই চাই ওৰেটো বাট দেউতাকে ভাবি গৈছিল — এই কণমানিজনীক, মোৰ হিয়াৰ আমঠুজনীক তোৰ জালত তই বন্দী কৰি পেলালি? কিহৰ মোহত তোক মই ঘৰত থাকিবলৈ দিছিলো, দেশপ্ৰেমিক বুলি! বুকুখন জোৰে বিষাই উঠিল শোভনাৰ দেউতাকৰ।

নাই! নাই! ঘৰ পাবলৈ লাগিব। ভগৱান, মোক নামাৰিবা। মোৰ কলিজাডোখৰক মই মানুহ কৰিব লাগিব। অশোকৰ ভূতটো খেদাব লাগিব। ভগৱান! অস্ফুট স্বৰেৰে উচ্চাৰণ কৰিলে তেওঁ মনৰ ভিতৰত ভ....গ....ৱান...... উহ্..........

০০০ কানিমুনি এন্ধাৰত চহৰখন ভালকৈ নাচালেই শোভনাই। চকুদুটাত কেৱল এক বিভৎস দিনৰ প্ৰতিচ্ছবি ভাহি উঠিল। কি হ'ব? কি হ'ব? আজি দুটা মাহে এই এটা প্ৰশ্নই তাইক খুলি খুলি খাইছে, কি হ'ব?

এতিয়া কি হ'ব?

এতিয়া কি হ'ব?

জীৱনৰ আটাইতকৈ অনিশ্চিত গধূলিটোৰ কেনেকৈ মুখামুখি হ'ব তাই? গেটখন খুলিয়েই দেউতাকৰ পিছে পিছে চুচুক-চামাককৈ শোভনা ঘৰত সোমাল। বুকুখন তাইৰ কঁপিবলৈ ধৰিলে। ড্ৰইংৰুমত বহি থকা মাক আৰু ৰুণে এক মুহূৰ্ত বাট নাচালে। যেন সিহঁতে অধীৰ আগ্ৰহেৰে এই দিনটোলৈকে অপেক্ষা কৰি আছিল! দুটা উন্মত্ত জন্তুৰ দৰে সিহঁতে শোভনাৰ ওপৰত জপিয়াই পৰিল। শব্দত প্ৰকাশ কৰিব নোৱাৰা ক্ষোভবোৰ উজাৰি আহিল মাৰ, কিল, ভুকু হৈ........!

কেং কেং কেং কেং — ৰাস্তাৰে গৈ থকা ফপৰা কুকুৰবোৰক শিলগুটি দলিয়াই খেদিলে যেনে শব্দ হয় তেনে শব্দ — কেং কেং কেং কেং.....

চকুপানী, তেজ আৰু কান্দোন —

বুকুভঙা কান্দোনবোৰৰ লগতে মাক আৰু ভায়েকৰ মাৰৰ কোবত নাক আৰু মুখৰ পৰা বৈ অহা তেজবোৰৰ লগত বুকুৰ ভিতৰৰ তেজবোৰ গোট খাই গোটেইখন তেজময় হৈ গ'ল। নিজকে কামাখ্যা মন্দিৰত বলিশাললৈ আগবঢ়াই দিয়া পঠা এটাৰ দৰে লাগিল তাইৰ। আৰু এবাৰ।

অশোকে আগবঢ়াই দিছে মাক-দেউতাকক, ভায়েকক!

মাক-দেউতাকে, ভায়েকে তাইক আগবঢ়াই দিছে অনিশ্চয়তালৈ!

ইতিমধ্যেই তেজেৰে তিতি যোৱা কাপোৰযোৰ সোলোকাই অৱশ দেহাটো কোনোমতে চোঁচৰাই তাই নিজৰ বিছনাখনতে শুই পৰিল।

হঠাতে কাৰোবাৰে মাতত অকল চকুৰ পতা দুটা সামান্য মেলি শোভনাই দেখিলে— ওচৰত বহি আছে দেউতাক, হাতত এগিলাচ গাখীৰ, নে বৰ্ণভিটা..... হাতৰ গিলাচটো তাইৰ ফালে আগবঢ়াই দি কঁপা কঁপা মাতেৰে দেউতাকে তাইক ক'লে—

ঃ খা দেহীজনী, বৰ কষ্ট হৈছে তোৰ, খা আই, খা.... খা..... —বলিয়াৰ দৰে একোটা শব্দকে বাৰে বাৰে কৈ দেউতাকে তাইক সাৱটি ফেঁকুৰি উঠিল। শোভনাৰ চকুৰ পৰাও টপ্ টপ্‌কৈ পানী পৰিবলৈ ধৰিলে। বুকুৰ বিষবোৰ, দেহৰ বিষতকৈ কিমান যে ভয়ানক হয়!

দেউতাকৰ ধৈৰ্যৰ বান্ধ চাগে ছিগি গ'ল। কিমান সাৱধানেৰে, ধৈৰ্যৰে গোটেই বাটটো লৈ আহিছে তাইক। গালি এটা পৰা নাই, ধমকি এটা দিয়া নাই। পঢ়ি-শুনি I.A.S হ'বলগা ছোৱালীজনী, বিয়া নহ'ব লগা বয়স এটাত শিৰত সেন্দুৰ লৈ লোকৰ ঘৰত বহি আছে— কিয়, কিয় নহ'ব অধৈৰ্য? সকলো বুজি পায় কাৰণে সহ্য কৰিছে তাই। সেয়াইতো বিপদ। ক'ৰপৰা আৰম্ভ কৰিব তাই? একো নুবুজিলেও তাই বুজিছে— এই নিৰ্দোষী মানুহকেইটাই আঘাত পাইছে।

হাতৰ গাখীৰৰ গিলাচটোত শোহা এটা মাৰি শোভনা বহাৰ পৰা উঠিল। লগত অনা বেগটোৰ ভিতৰৰ পৰা ৰঙা ৰঙৰ ডায়েৰী এখন উলিয়াই দি তাই অনুচ্ছ সুৰত দেউতাকৰ হাতত দি ক'লে—

ঃ পাপাটি, জীৱনত মই এই এটাই মিছা কথা কৈছো। এটাই নজনোৱাকে কাম কৰিছো। কিয় কৰিলো এয়া লিখা আছে, পঢ়িব। মা আৰু ৰুণৰ কথা নাজানো, আপুনি মোক ভুল নুবুজিব। লণ্ডক!

শোভনাৰ চকুলৈ চাই দেউতাকে ৰঙা ৰঙৰ ডায়েৰীখন হাতত তুলি লৈছিল। শোভনাৰ মূৰত হাতখন ফুৰাই দেউতাকে বৈ অহা চকুলোখিনি ৰোধ কৰি নিঃশব্দে নিজৰ কমলৈ গ'লগৈ। গোটেই ৰাতিটো মানুহজনে নুশুলে। ৰঙা ডায়েৰীখন তেওঁ এফালৰ পৰা পঢ়ি গ'ল। পঢ়ি পঢ়ি এটা সময়ত তেওঁৰ চকু শোভনাৰ আখৰৰ এটা পৃষ্ঠাত বৈ গ'ল।

Slow Poison..... —অশোকে এইবোৰ কৰিছে ??

প্ৰচণ্ড খঙত পৃষ্ঠাটো তেওঁ সামৰি থলে। অন্তৰ ভেদি, তেওঁৰ মুখেদি এটা গেঙনি বাহিৰ হ'ল। হাতৰ মুঠি দুটাও টান হৈ গ'ল।

— কুকুৰৰ পোৱালী। সোতৰ বছৰীয়া এই কণমানিজনীক তই Slow Poison-ৰ দোহাই দি তাইৰ সৰলতা আৰু বদান্যতা স্পৰ্শ কৰিব খুজিছ, বৃটিছ খেদোৱা এইখন হাত, ইমান সহজে তই এই সপোনৰ পৰীজনীক মোৰ পৰা ছিঙিব নোৱাৰিবি।

কি দিবি তই তাইক? কি দিবৰ বাবে সি তাইক বিচাৰিছে? জ্ঞান দিবলৈ? ভৱিষ্যত দিবলৈ? নে প্ৰেম.....?

মিছাত প্ৰেম নাথাকে — এই ফুকলীয়া ছোৱালীজনীক মিছা কথা কৈ তাৰফলীয়া কৰি লৈ যাবলৈ বিচাৰিছে। আৰু আমিবোৰ। আমাৰ সপোনবোৰ সি লঠিয়াই যাব?

আহ্ বাপেকে!! —এইবাৰ মুখৰ পৰা প্ৰচণ্ড চিৎকাৰ এটা ওলাই আহিল দেউতাকৰ।

নিশাৰ নীৰৱতা ভেদি, সেয়া এটা চিৎকাৰৰ দৰে লাগিল। বিছনাবোৰৰ পৰা ধহ্-মহকৈ মাক-ভায়েক সকলোবোৰ উঠি আহিল। কি হ'ল, কি হ'ল...... হঠাৎ হাৰ্ট এটেক হ'ল বুলি মাকৰ মুখখন শেঁতা পৰি গ'ল। মাকৰ ওচৰত ক্ষণ। ক্ষণে এগিলাচ পানী আনি দেউতাকক খাবলৈ দিলে।

পানী গিলাচ খাই দেউতাকে কাৰো ফালে নোচোৱাকৈয়ে ক'লে, 'যা, তহঁতি শুই থাকগৈ। আৰু শুন, দেহীজনীৰ গাত আৰু হাত নিদিবি। তাইক বেয়াকৈও নক'বিহক। তাই নজনাকৈয়ে পাকচক্ৰত পৰিছে। অশোক নামৰ কুলাঙ্গাৰ এটাৰ পাকচক্ৰ। তাই অজ্ঞানী ছোৱালী, তাইক বুজাই দিব লাগিব অশোকৰ দৰে দুষ্ট প্ৰকৃতিৰ গুৰু-গোসাঁই নমনা ল'ৰা এটাই তাইক লৈ বহুত ষড়যন্ত্ৰ কৰিব পাৰে। তাইক বেচি পইচা লোৱাৰ ষড়যন্ত্ৰ! তাইৰ মগজুৰে ডকাইতি কৰাৰ আৰু অসৎ কাম কৰাৰ ষড়যন্ত্ৰ। তাইৰ গাত দোষ নাই। তাইৰ ওচৰত সি মুখা পিন্ধি আছে। তাইক তহঁতি আমনি নিদিবি। বুজাই-বঢ়াই তাইক আকৌ হোষ্টেললৈ পঠাই দিম। ওচৰৰ কোনেও জানিব নালাগে কি হৈছে, ছোৱালী মানুহ এনেয়ে বদনাম হ'ব। যাইক, শুই থাকগৈ।

দেউতাকৰ চকু দুটা তেতিয়াও ৰঙা পৰি আছিল। খঙত, ক্ষোভত, বুকুখনত সামান্য বিষ হোৱা যেনো লাগিল তেওঁৰ।

০০০ মাকে বহুত কথাই কৈছিল তাইক— খঙত, কেতিয়াবা মৰমত আৰু কেতিয়াবা হুমুনিয়াহ কাঢ়ি, কিহৰ বাবে মাকৰ ইমান খং উঠিছিল, কিহৰ বাবে ক্ষণেও তাইৰ গাত হাত দিছিল। মাকৰ কথাৰ সাৰাংশ আছিল —

দেউতাৰক ময়েই পঠাইছিলো, ইতিমধ্যে তই বোলে অশোকৰ টাউনলৈ যোৱাই নহয়, অশোকৰ লগত ৰাতি আছিলিও। আমি বিশ্বাস কৰা নাছিলো ; কিন্তু তথাপিও বাপেৰক পঠাই দিলো। বুজিয়েই পোৱা নাছিলো কি হৈছে।

ৰুণ আৰু মই, দেউতাৰক গুৱাহাটীলৈ পঠোৱাৰ দিনা অশোকৰ টাউনলৈ গৈছিলো। অশোকৰ মাকে মোক বাৰান্দাতে বহিবলৈ দি বহুতো নক'বলগীয়া কথা কৈছিল।

মই বোলে পইচাৰ বাবে অশোকৰ হাতত তোক গতাই দিছো।

মই বোলে অশোকক ধ্বংস কৰিলো, আৰু বহুত কিবা কিবি......

একো নোকোৱাকৈয়েই, ৰাতিয়েই আমি গুচি আহিছিলো আৰু পিছদিনা তোক লৈ আহিছিল দেউতাৰে।

ঃ তই সঁচাকৈয়ে অশোকক ভাল পাৱ নেকি? কিয়, তোক মই কৈছিলো নহয় — পুৰুষবোৰৰ সঞ্জাত নাই, পুৰুষৰ সম্পৰ্কৰ হিচাপ নাই। তই কিয় নুবুজিলি?

নিজৰ মানুহক ভাল পাব নোৱাৰি, বিয়া হ'ব নোৱাৰি। বংশত কলংক হয়। আৰু অশোক! তাক নিজৰ পেটৰ পোৱালিৰ দৰে বিপদৰ দিনত ৰাখিলো। ভাইৰ মৰম তাৰ পৰা পাম বুলি ৰাখিলো। সি ইমান বিশ্বাসঘাতক! সি বাৰু নুবুজিলে? তই?

গোটেই জীৱন কিতাপৰ মাজতে ডাঙৰ হৈ কিতাপৰ পৰা মাক-দেউতাকক দুখ দিয়াৰ শিক্ষাহে ল'লিগৈ! মইতো বাৰু তোৰ কোনো নহয়! তোৰ পাপাৰ! তোকে লৈ জীয়াই থকা এই মানুহটোক কিয় দুখ দিলি?

এই কিয়টোৰ উত্তৰ শোভনাৰ চকুত নাছিল ; জিভাটো নাছিল, মগজুত নাছিল, হিয়াত নাছিল, ক'তোৱেই নাছিল। এই দীঘল কিয়টোৱে বহুদিন শোভনাৰ হৃদয়ত খুন্দা খাই ঠেকা খাই খাই দীঘল এটা কিয়ৰ সৃষ্টি কৰিছিল — এটা জান্তৱ কিয়ৰ.......

কি....য়? .........কি.....কি.....য়....য় ?

আৰু এই কিয়টোৱেই এতিয়া পৰিয়ালৰ সকলোৰে বুকুত ঠেকা খাইছে, যেন গুহাত ঠেকা খাই একধৰণ ই'ক এটা বাহিৰ হৈছে। প্ৰতিধ্বনি.......

কি......য়.....? কি.....য়....কি..য়?

ঘৰলৈ অহাৰ পাছত এই এসপ্তাহত বহুতো কিয়ই শোভনাক জুমুৰি দি ধৰিছে।

ক'তা, এসপ্তাহে অশোক নাহিল কিয়? এটা দিনো তাইক এৰি থাকিব নোৱাৰা অশোক এতিয়া পৰিস্থিতিৰ মুখামুখি হ'ব পৰাকৈ সাহসী নহয়। অথচ তাই ভাবিছিল যিমান বলিয়ালিৰে অশোকে তাইক বিয়াত বহিবলৈ বাধ্য কৰাইছে সিমান বলিয়ালিৰে সি দেউতাকৰ খঙৰ আগত মূৰটো পাতি ক'ব— "মাৰক মোক, কাটক মোক। এই মোৰ দেহলাও, তাইক মোক দিয়ক!"

নাই, অশোক দেখোন নাহিল। আৰু দেউতাকে তাইক ৰাতিপুৱা বহুৱাই শান্তকৈ কোৱা কথাবোৰ —

মাজনী, তোৰ ডায়েৰী মই পঢ়িলো, তই নিৰ্দোষ। যি কৰিলি তই কৰিলি, কিন্তু Slow Poison এটা ধুং, এয়া প্ৰেম নহয়, আক্ৰোশ। প্ৰেম হোৱা হ'লে সি তোৰ উত্তৰণ

বিচাৰিলে হয়, তোক ডাঙৰ হোৱাটো বিচাৰিলেহেঁতেন। ভাল হোৱা হ'লে তোৰ সম্পৰ্কৰ হ'লেও মই তাক তোলৈ দিলোহেঁতেন, কিন্তু সি ভাল নহয়। তাৰ চৰিত্ৰ বেয়া, বন্ধুবৰ্গ বেয়া। তোক নি ক'ৰবাত বেছি দিয়ে যদি আমি কি কৰিম? আৰু তই কোৱা মতে সেইদিনা সি বায়েকৰ তাতেই আছিল, তেন্তে? মোক সাহসেৰে কিয় নক'লে সি, লুকাই গ'ল কিয়? বেয়া কিবা কৰিবলৈ লৈছে বাবেই...... সৎ সাহস নাই তাৰ! সৎ সাহস নথকা মানুহ পশু হয়। মানুহ নহয়! তেতিয়াও মই ভাবি চালোহেঁতেন।

যি হ'ল হৈ গ'ল, আৰু এসপ্তাহৰ পাছত তোক কলেজত থৈ আহিম। তোৰ ওপৰত মোৰ পূৰা বিশ্বাস আছে— তই পঢ়....পঢ়, ডাঙৰ মানুহ হ। আই, মই সম্পূৰ্ণ কৰিব নোৱাৰা কামবোৰ তই সম্পূৰ্ণ কৰ। ....ক'ৰবাত আবেগত খুন্দা খাই দেউতাকৰ মাতটো বন্ধ হৈ গৈছিল।

হয়তো! হয়তো!! সৎ সাহস নাই অশোকৰ।

শোভনা পঢ়িবলৈ সাজু হৈছিল। বুকুখন মোচৰ মাৰি দিয়াৰ দৰে লাগিছিল তাইৰ।

কি অৰ্থহীন প্ৰেম এয়া? মানুহৰ জীৱনৰ প্ৰথম প্ৰেম ইমান অৰ্থহীন হয়নে? আৰু এই জীৱনৰ প্ৰথম প্ৰেমিকজন, যাৰ বাহুত মূৰ থৈ থৈ পৃথিৱীৰ তৰাবোৰ গণাৰ সাহস কৰিছিল তাই, যাৰ বুকুত মূৰ থৈ দেউতাকৰ দৰে সৎ মানুহজনক পাহৰি যোৱাৰ চেষ্টা কৰিব খুজিছিল তাই। যাৰ জীৱন ঘূৰাই দিবলৈ গোটেই জীৱনটোলৈ বদনামৰ বোজা লোৱাৰ সাহস কৰিছিল তাই! যাৰ প্ৰেমৰ ছাঁত তাই ঘৰ বন্ধাৰ সপোন দেখিছিল। নিজৰ মাটিত এটা নিজৰ সৰু ঘৰ! যাৰ সৰল হাতত হাত দি নিজৰ ভৰিত নিজে থিয় দিয়াৰ সপোন দেখিছিল তাই। যাৰ চকুত চকু থৈ পাহৰি যাব খুজিছিল তাইৰ উজ্জ্বল এটা কেৰিয়াৰ। কি ভুল আছিল সেয়া! বুজি পাইছো। কিমান মিছা আছিল অশোক! ইমান মিছা কেনেকৈ হ'ব পাৰে মানুহৰ কথা?

......শোভো, আজি কাতি বিহু নহয়। মন মাৰি থাকিব নালাগে, গা-পা ধুই ল, আৰু এবাৰ তোৰ কাৰণে শৰাই দিছো তুলসীৰ তলত— ভাল হৈ যাব চব। ৰাক্ষসটোকো ভগৱানে চাব। যা - যা, বহি থাকিলে মনটো বেয়াহে লাগে। দেউতাৰা আহি পালে কবি, পূবাঞ্চলী সংঘৰ মানুহে কালিৰ মিটিংখনলৈ মাতি গৈছে। আৰু এই ৰুণটো, ৰাতি ৰাতি দেখিঁকৈ ঘৰলৈ অহা হৈছে। অশোকৰ বাবেই সি ধ্বংস হ'ল। গোটেই ঘৰখন সি কুকুৰে ধ্বংস কৰি গ'ল।

মূৰটো পাতল পাতল লাগিল শোভনাৰ। মাকে মৰমেৰে কথা ক'লে তাইৰ বৰ ভাল লাগে। মৰমেৰে কথা ক'বলৈ নজনাই হৈ গৈছে মাকে— হ'বও। যাকে বিশ্বাস কৰিছে, মৰম দিছে সিয়েই বিশ্বাসঘাতকতা কৰিছে।

প্ৰথমতে মাকে, তাৰ পিছত ভায়েকহঁতে, তাৰ পিছত গিৰিয়েকে, তাৰ পিছত জীয়েকে, তাৰ পিছত অশোকে..... কিমান যে দীঘলীয়া লিষ্ট! আৰু এইযে বিশ্বাস, ভগৱানে চব ঠিক কৰি দিব। এইযে পূজা-পাতলবোৰ! ইমান বেছিকৈ কিয় ভগৱানক সমৰ্পণ কৰি দিছে মাকে.....? মাকৰ বহুত কথাই তাইৰ ৰহস্যময় যেন লাগে। গাভৰু কালত বুকুত হেঁচি হেঁচি কষ্টবোৰ দুখ ভৰাই থোৱা যেন লাগে। লাগে মানে হয়েই চাগে। এইযে বাৰে বাৰে মাকে

কৈ থকা — কাকো বিশ্বাস নকৰিবি! নিজৰ মামাবোৰকো, কাকোৱেই! তাত কিবা ঘটনা আছে নেকি? হ'বও পাৰে, নহ'বও পাৰে। গাটো জোকাৰ এটা মাৰি শোভনাই গা ধুবলৈকে ওলাল। মাক ইতিমধ্যেই গোসাঁইঘৰত সোমাইছিল।

বাথৰুমৰ পৰা ওলাই শোভনাই আঁঠুলৈকে পৰা হৰিণা বৰণৰ ফ্ৰকটো পিন্ধি ল'লে। এই ফ্ৰকটো পিন্ধিলে হোষ্টেলত তাইক চবেই ক্লাচ ফাইভ বুলি জোকাইছিল। মূৰ ফণিয়াওঁতে আইনাত তাই নিজক তন্ন তন্নকৈ চালে।

কঁকাললৈকে বৈ পৰা চুলিখিনি!

ডিঙিৰ ক'লা তিলটো,

বাদামী ৰঙৰ চকুৰ মণি —

ক'লা ঘন চেলাউৰি......

অলিভ ৰঙৰ দেহৰ বৰণ..... নাই, ক'তো আঁচোৰ নাই। মুখখনতো চিন্তাৰ চাপ নাই, চকুৰ গুৰি ক'লা পৰা নাই। নিজকে ভাল পায় তাই। নাৰ্চিছাছ! পাবই লাগিব, নিজক ভাল পালেহে মানুহক ভাল পাব পাৰি। আনক ভাল পাব পাৰি।

নিজৰ ওপৰত আস্থা নেহেৰুৱা তাই এসপ্তাহৰ পাছত আকৌ যাবগৈ কলেজলৈ। এইবাৰ আৰু একো চিন্তা নকৰে তাই। মাত্ৰ পঢ়িব, মাত্ৰ পঢ়িব! I.A.S নকৰালৈকে, ডাঙৰ মানুহ নোহোৱালৈকে। মূৰ ফণিয়াই থাকোতে চুলিৰ গুৰিত এক প্ৰচণ্ড বিষ অনুভৱ কৰিলে তাই। সেইদিনা মাকে চুলিত টনাৰ পৰা এই বিষটো। আচৰিত লাগে তাইৰ, মাকৰ ইমান আক্ৰোশ কিয়? নে অশোকহঁতৰ প্ৰতাৰণাৰ পৰা হোৱাৰ বেদনাৰ জোৰ?

"গোপাল গোবিন্দ যদু নন্দন,
কৃষ্ণৰ চৰণে লৈলো শৰণ।
গোপাল গোবিন্দ যদু নন্দন......"

হাত চাপৰি বজাই বজাই মাকে গোসাঁইঘৰত প্ৰাৰ্থনা গাবলৈ আৰম্ভ কৰিছিলেই।

দুডাল বেণী গুঠি শেষ কৰি শোভনা পোনছাটেই ড্ৰইংৰুমত বহিল। গোসাঁইঘৰৰ পৰা প্ৰাৰ্থনা শেষ কৰি মাক তুলসীৰ তললৈ যাব। তেতিয়াই প্ৰাৰ্থনাত বহিব তাই।

চোফাখনত গাটো পেলাই বহি দিলে তাই। নিৰাপদ লাগিল, নিজকে তাইৰ ঘৰখনত। স্মৃতিয়ে তেতিয়া আমনি নকৰে যেতিয়া তাত সঁচাৰ বিন্দুমাত্ৰও নাথাকে। এসপ্তাহতে অশোকক পাহৰি গৈছে তাই। পাহৰি ঠিক যোৱা নাই, চেষ্টা কৰিছে। কৰিবইতো লাগিব।

চিন্তা কৰি কৰি মাকৰ প্ৰাৰ্থনা গোৱা শুনি থাকোতেই ড্ৰইংৰুমৰ সেউজীয়া পৰ্দাখন ঠেলি বিশালকায়, দড়িয়া অচিনাকি যুবক এজন সোমাই তাইক অবাক কৰি নিচেই কাষতে ৰ'ল......। ভয়ত শোভনাৰ মুখৰ পৰা আৰ্তনাদ এটা বাহিৰ হ'ল। আ.....আ....আ....! চকুদুটা ভয়ত মুদি দিলে তাই। হাত দুখন কোনোবাই চেপি ধৰা যেন লাগিল।

এয়া....এয়া দেখোন অশোক.......!

ঃ ব'ল শোভনা! —অশোকে উত্তেজিত হৈ শোভনাৰ হাতত এৰাব নোৱাৰাকৈ মুঠি মাৰি ধৰিলে।

ঃ ক'লৈ?

ঃ ক'লৈ? মোৰ লগত। এতিয়া বাপেৰৰ ঘৰ পাই মোক ঠগিবলৈ আহিছ? নোৱাৰ ঠগিব, ব'ল.....

হাতখনেৰে তাইৰ বাহু এটাত অশোকে খাপ মাৰি ধৰিলে। আনটো দড়িয়া মানুহে তাইৰ আনটো বাহু খাপ মাৰি তাইক চোঁচৰাই ড্ৰইংৰুমৰ পৰা উলিয়াই লৈ গ'ল। এটা বিকট চিঞৰ শোভনাৰ মুখৰ পৰা ওলাই গ'ল— মা.....মা.... মোক.......বচা।

থাপনাৰ সন্মুখত প্ৰাৰ্থনা গাই শেষ কৰা মাকে স্পষ্টকৈ শুনিলে— সেয়া শোভনায়ে চিঞৰিছে। উধাতু খাই মাক দৌৰি আহি ড্ৰইংৰুম পালেহি।

ইতিমধ্যে শোভনাক চোঁচৰাই চোঁচৰাই অশোক আৰু বিশালকায় মানুহটো বাৰান্দা পাইছিলগৈ —

মাকে দুটা বিশালকায় মানুহে চকুৰ আগতে শোভাক চোঁচৰাই লৈযোৱা দেখি খাপ মাৰি ধৰিলে এটা মানুহৰ চাৰ্টটোত...... এৰি দে মোৰ ছোৱালীক! ধা....প......

প্ৰকাণ্ড গোৰ এটা শোভনাৰ মাকৰ বুকুত পৰিল — অ....শো.....ক..... তই.......

শোভনাৰ মাক মাটিত বাগৰি পৰিল.......

শোভনাক তেতিয়াও মানুহ দুয়োটাই এৰি দিয়া নাছিল......

বাৰান্দাৰ পৰা গেটলৈ, গেটৰ পৰা ৰাস্তাত দুটা উদ্যত ৰিভলভাৰ লৈ ৰখি থকা বগা এম্বেছেদৰ খনলৈ, চোঁচৰাই লৈ যাওঁতে, শোভনাৰ দুয়োটা আঠুৰ পৰা চৌ-চৌৱাই তেজ বৰলৈ ধৰিলে...... ৰঙা ৰঙা তেজ !!!

মুহূৰ্ততে শোভনাক অশোকে এম্বেছেদৰখনত তুলি ল'লে। ভয়তে তাই চিঞৰা বন্ধ কৰি দিলে—

চুবুৰীটোৰ মাজেদি ভুচুংকৈ গাড়ীয়ে গতি ল'লে,

দুয়োখন খিৰিকিৰ দুয়োফালে উদ্যত দুটা ৰিভলভাৰেৰে, আৰু দুটা বিশালকায় মানুহক শোভনাৰ চকুৱে আবিষ্কাৰ কৰিলে— এই মানুহকেইটা শোভনাই কেতিয়াও অশোকৰ লগত দেখা নাছিল। তাইক টানকৈ আঁকোৱালি ধৰি থকা অশোকৰ হাতখন আঁতৰাই অশোকৰ শিয়ালৰ দৰে জিলিকি থকা চকুকেইটালৈ চাই তাই ফেঁকুৰি উঠিল।

অশোক। মায়ে চাগে বহুত দুখ পাইছে। মোক ঘৰত থৈ আহা অশোক। মই কলেজলৈ যাব লাগে। শোভনাৰ হাতখন সামান্য শিথিল কৰি দি, সামান্য কঠোৰ স্বৰেৰে অশোকে তাইক সুধিলে — কিয়? কিয় চিঞৰিছিলি? কিয়? —

ফোপাই ফোপাই এইবাৰ শোভনাই চিঞৰি কৈ উঠিল— No, No - you will rape me, No. No..... I hate you.....

অশোকে একো নক'লে। চকুৰ থাৰেৰে আগছিটত বহি অহা দুটা মানুহৰ এটাক কিবা এটা ইঙ্গিত দিলে।

ইতিমধ্যেই গাড়ী যথেষ্ট জোৰত টাউন পাৰ হ'ল— ক'লৈ গৈ আছে গাড়ী শোভনাই ধৰিবই নোৱাৰিলে।

টু মেৰা জানো হে,
টু মেৰা দিলবৰ হে,
মেৰে প্ৰেম কাহানীকা
টু হিৰ' হে.........

জেকি শ্ৰফে হিৰ'ত গাইছিলে এই গীতটো......

শোভনাৰ প্ৰিয় চিনেমা, প্ৰিয় হিৰ, প্ৰিয় গীত...... গাড়ীৰ টেপটোত গানটো বাজি উঠিল। তাই চকুপানীবোৰ মচি ল'লে।

চাৰিওটা মানুহৰে মুখত মদৰ ভেকেটা-ভেকেট গোন্ধ। হঠাতে ভলিওম কমাই দি আগৰ চিটৰ দড়িয়া মানুহটোৱে পিছলৈ চাই অশোকক কৈ উঠিল— তই কৈছিলি নহয়, এওঁ কবিতা ভাল পায়। চা মই প্ৰফেচনেল কিলাৰে এতিয়া কবিতা গাম....

"তুমি মোৰ জোনাকৰ বুটা বছা,
কবিতাৰ শাৰী,
বিলত পদুম ফুলৰ দৰে — "

অট্টহাস্য কৰি হাঁহি উঠিল আটাইকেইটাই— "প্ৰফেচনেল কিলাৰ"?

শোভনাৰ মনত আন এটা ভাৱে ঠাই ল'লে — পলাই যোৱাৰ।

য়েচ, এই মানুহবোৰৰ হাতত পৰা কায়দা কৰি ঘৰলৈ আহিবই লাগিব। গাড়ী চলি থাকিল। ওৰে বাটটো শোভনাৰ চকুত, মাকৰ বুকুৰ গোৰতো ভাহি থাকিল।

মা......আ......মা....আ.....

বুকুখন ভাঙি গ'ল তাইৰ। অশোকে তাইক ধৰি থকা মুঠিতো শিথিল কৰি মৰমেৰে তাইলৈ চাই এবাৰত সুধিলে —

ঃ এসপ্তাহত ইমান চেঞ্জ হৈ গ'লি তই, জৰুল তোক যাদু-মন্ত্ৰ কৰিছে, মোৰো মানুহ আছে, মইয়ো চাই লম সিহঁতক। বহুত কথা ক'বলৈ তাইৰ মন আছিল। কিন্তু তাই নক'লে। লাভো নাই। কিয় হ'ল বাৰু এইবোৰ? এতিয়া কি হ'ব?

মূৰটো আচন্দ্ৰাই কৰিলে তাইৰ। কি কৰিছে বা মাহঁতে? একেটা কথাই তাইৰ বুকুত খুন্দা মাৰি থাকিল।

তাইক অশোকে যি কৰে কৰক। কিন্তু মাহঁতৰ যাতে একো নহয়, ভগৱান। — অন্তৰেৰে তাই কাবৌ কৰিলে।

চকুদুটা মুদি হাত এখন কপালত লগাই তাই কোনেও নেদেখাকৈ কান্দি উঠিল। ভগৱান — ঘৰখনৰ একো বেয়া নকৰিবা!

গাড়ীখন আন্ধাৰ বাটেদি গৈ থাকিল। চাৰিওকাষে জোনাকী পৰুৱা। ক'লৈ গৈ আছো বাৰু? নিজকে কৰা প্ৰশ্নত নিজেই উত্তৰ দিলে তাই— নৰকলৈ! নৰকলৈ! বাৰে বাৰে মনৰ ভিতৰত উচ্চাৰণ কৰিলে শোভনাই।

০০০ মাটিত পৰি থকাৰ পৰা ক্ষন্তেক তভক মাৰি উঠি শোভনাৰ মাকে নিজৰ বুকুখন খামোচ মাৰি ধৰিলে। কিহবাই মুচৰি নিয়া যেন লাগিল বুকুখন তেওঁৰ। বুকুত হাতখন মোহাৰি দি হঠাৎ মাকে এটা চিৎকাৰ মাৰিলে—

ঃ আঐ, মোৰ বুকুৰ ধনজনীক লৈ গ'ল অ' ৰাক্ষসে....! মেলা সাপৰ দৰে কিন্‌কিচিয়া চুলিখিনি নবন্ধাকৈয়ে মাক ঘৰৰ বাহিৰ ওলাই পুলিচ ষ্টেচনলৈ দৌৰ মাৰিলে।

ৰাস্তাৰ অলেখ মানুহ,

চহৰৰ ৰংমহল পাৰ হৈ মানুহগৰাকী দৌৰি থাকিল পুলিচ ষ্টেচনলৈ —

কাকো একো নোসোধাকৈ মানুহগৰাকী চিধাই অ'চি জনৰ কমলৈ সোমাই গ'ল।

ঃ হেই হেই, কৰ মাইকী মানুহ? এপইণ্টমেণ্ট নোলোৱাকৈ কিয় সোমাইছে? জকজকাই উঠিল। পুলিচ কনিষ্টবল এজন।

কাৰো কথালৈ কেৰেপ নকৰি মানুহগৰাকীয়ে অ'চিৰ কমটোত সোমায়েই কান্দিবলৈ আৰম্ভ কৰিলে....... ক্ষন্তেক কন্দাৰ পিছত মানুহগৰাকীয়ে আৰম্ভ কৰিলে— মই......

বহাৰ পৰা অ'চিজন ঘপহকৈ থিয় হ'ল।

কি.....ই.....আপুনি চহৰৰ বিখ্যাত সাংবাদিকজনৰ বাইফ।

ঃ অহ্ — hard to believe. I am sorry —

ঃ বহক, বহি লওঁক।

ঃ এই — কলিং বেলটো টিপি অ'চিজনে এগিলাচ পানীৰ অৰ্ডাৰ দিলে। যথা সময়ত পানী লৈ কনিষ্টবলজনে টেবুলত থৈ কমটোৰ পৰা ওলাই গ'ল।

ঃ খাই লওঁক বাইদেউ। বেয়া নাপাব, আপোনাক মই চিনিবই পৰা নাছিলো। কওঁক কি হ'ল......?

ক্ষন্তেক সুস্থিৰ হৈ মানুহগৰাকীয়ে মেলা চুলিখিনি বান্ধি ল'লে। তেতিয়াও তেওঁৰ দুচকুত পানীৰ দাগ শুকোৱা নাছিল। তললৈ মূৰ কৰি থকাৰ পৰা অ'চিৰ চকুলৈ চাই তেওঁ আৰম্ভ কৰিলে ক'বলৈ— 'কি ক'ম চাৰ — দুৰ্দিনত পৰিলো। ঘৰৰ ডাঙৰ ল'ৰাটো নথকা অৱস্থাতে মোৰ ছোৱালীজনীক দুজন মানুহে ঘৰৰ পৰা অপহৰণ কৰি লৈ গ'ল। জীৱনত এয়া প্ৰথমবাৰৰ বাবে পুলিচ থানালৈ আহিছো। কিবা এটা কৰক।

ঃ আৰু? কোনে লৈ গ'ল? চিনি পাইনে মানুহকেইজনক?

ঃ এজনক পাওঁ। মোৰ সম্বন্ধীয়া। অশোক তাৰ নাম। অলপ সংকোচ ভাবেৰে মাকে ক'লে।

ঃ তাৰ মানে চিনাকি মানুহে অপহৰণ কৰিছে।

ঃ কি, কি নাম আপোনাৰ ছোৱালীজনীৰ? বয়স —

ঃ মাত্ৰ সোতৰ বছৰ। নাম শোভনা। কটনত পঢ়ে তাই।

ঃ অ' হ্ — কটনৰ। মানে এই বছৰৰ বেষ্ট কটনিয়ান নহয় জানো?

ঃ অঁ। অ'চিৰ উত্তৰত মাকে মূৰ দুপিয়ালে।

ঃ কিবা ভালপোৱা আছিল নেকি এই অশোক নামৰ ল'ৰাজনৰ সৈতে?

অ'চিৰ মুখলৈ টানকৈ চাই মাকে স্পষ্টকৈ উচ্চাৰণ কৰিলে— নাছিল। সি এইবোৰৰ যোগ্যই নহয়।

বেঁকা হাঁহি এটা অ'চিৰ মুখেদি বাগৰি গ'ল। তেওঁ কায়দা কৰি হাঁহিটো লুকুৱাই মুখেৰে সহানুভূতিৰে উচ্চাৰণ কৰিলে।

ইচ্...... ইমান আদৰ্শবান সাংবাদিকৰ সন্তানক অপহৰণ! এনেয়েতো তেখেতে আমাৰ পুলিচৰ বিপক্ষেই ৰিপ'ৰ্ট লিখি আছে। কিন্তু আমি বেয়া নাপাওঁ। চাওঁকচোন, এতিয়া আমিয়েইতো সহায় কৰিব লাগিব!

০০০ লিখক। — বগা কাগজ এখিলা আৰু কলম এটা আগবঢ়াই দিলে তেওঁ মানুহ গৰাকীক।

ঃ কি লিখিম? বিবুদ্ধিত পৰিল মানুহগৰাকী!

ঃ ঠিক আছে, মই লিখি দিলো, আপুনি মানসিকভাৱে বৰ সুস্থ নহয়। পঢ়ি চহীটো কৰি দিব।

অ'চিজনে হাতেলিখা কাগজখন আগবঢ়াই দিলে মাকলৈ। চকু ফুৰাই গ'ল মানুহগৰাকীয়ে কাগজখনত।

মোৰ নাম ................................, স্বামী..........................,..............................

থাকো.................... বয়স অনুমান ৩৬ বছৰ।

আজি ইং ১৭/১০...... তাৰিখে আবেলি ৭.১৫ মান বজাত ......................... নিবাসী, ..................................ৰ পুতেক অশোকে লগত ৩জন মুখত ক'লা কাপোৰ বন্ধা লোক লৈ মোৰ ঘৰত প্ৰৱেশ কৰি মোক আঘাত কৰি মোৰ ছোৱালী শোভনাক বলেৰে ঘৰৰ পৰা উলিয়াই আনি এখন বগা ৰঙৰ এম্বেছেদৰ গাড়ীত উঠাই লৈ গ'ল। মোৰ ছোৱালীৰ বয়স ১৭ বছৰ। এই সংক্ৰান্তত তদন্ত কৰি মোৰ ছোৱালীক উদ্ধাৰ কৰাৰ প্ৰাৰ্থনা......

মই লিখিব-পঢ়িব জানো, কিন্তু মনৰ সুস্থিৰতা নথকাত অ'চি চাহাবে এই এজাহাৰ লিখাত পঢ়ি চাই, মোৰ কথা মতে লিখা কথাখিনিত চহী দিলো। মোৰ অপহৃতা ছোৱালীৰ বিৱৰণ ঃ— ওখ প্ৰায় ৫ ফুট ২ ইঞ্চি, বৰণ মিঠা, চেহেৰা সুন্দৰ, চুলি কঁকাললৈকে বৈ পৰা আৰু পিন্ধনত বগা আৰু মাটিয়া ৰঙৰ আঠুলৈ পৰা এটা দীঘল ফ্ৰক।

ইতি, বিনীত—

......................

কঁপা কঁপা হাতেৰে চহী এটা কৰি চকীখনত হেলান দি বহি মাকে শোভনাৰ মুখখন কল্পনা কৰিলে। .....শান্ত সমাহিত এখন মুখ। হাতত পুৰস্কাৰ লৈ দুদলীয়া বেণীৰে প্ৰায়েই পুৰস্কাৰ হাতত লৈ দৌৰি মাকক দেখুওৱা শোভনাৰ স্কুলীয়া ৰূপটোও মাকৰ চকুৰ আগত ভাঁহি উঠিল।

বুকুখনে হাঁহাকাৰ কৰি উঠিল মাকৰ। তাই চিঞৰি চিঞৰি কৈছিল, মা....মা..... মোক বচা।

ঃ কি? অ'চিয়ে মুখৰ ভিতৰত ভোৰভোৰাই থকা মাকক সুধিলে।

ঃ নাই, শোভনা বৰ ভাল আৰু বাধ্য সন্তান আছিল। মাকৰ প্ৰশ্নৰ উত্তৰত অ'চিজনে তীব্ৰ ব্যঙ্গাত্মক হাঁহি এটা মাৰিলে। ক'লে—

ঃ ভাল ল'ৰা-ছোৱালীৰহে বিপদ হয়! আপুনি যাওঁক, আমাৰ অফিচৰ গাড়ীয়ে আপোনাক ঘৰত থৈ আহিব। —অ'চিয়ে শোভনাৰ মাকক নমস্কাৰ জনাই, সসম্মানে থিয় হ'ল।

ঃ হ'ব, মই নিজেই যাব পাৰিম। যি হ'ব লগা আছিলতো হ'লেই, বাটৰ মানুহে মোকতো উদ্‌ভ্ৰান্ত ৰূপত দেখিলেই! হ'ব — মাত্ৰ তদন্ত ভালকৈ কৰক।

অ'চিৰ কমৰ পৰ্দা ঠেলি বিশালকায় এজন মানুহ ধৰমৰকৈ সোমাই আহিল। মুখত তেওঁৰ উৎকণ্ঠা। চকুত মোটা ক'লা ফ্ৰেমৰ চশমা। শোভনাৰ দেউতাক! আহিয়েই ইতিমধ্যেই যাবলৈ বুলি থিয় হোৱা শোভনাৰ মাকৰ ওপৰত চকু স্তব্ধ হৈ ৰ'ল।

অবিন্যস্ত চুলি,

মচ খোৱা সেন্দুৰ!

ঘৰত পিন্ধা কাপোৰ!

কি, কি হ'ল? কিয় ইয়ালৈ আহিছা! ..........

মাকৰ কথাখিনি সম্পূৰ্ণ কৰিবলৈ নাপাওঁতেই মানুহজন মাটিত ঢলি পৰিল। অ'চিয়ে তৎক্ষণাৎ ফোনৰ নম্বৰৰ ঘূৰালে—

ঃ ডাঃ হাজৰিকা, পুলিচ থানালৈ আহক, সাংবাদিক...... মোৰ কমতে মূৰ্চ্ছা গৈছে। Heart attack – ইয়াৰ আগতেও এবাৰ হৈছে বোলে। কুইক্ —

কণ আৰু বাজে পানী এগিলাচেৰে দেউতাকৰ চকু-মুখ তিয়াই গাটো জোকাৰি দিলে।

ঃ পাপা, পাপা.......!

শব্দ কৰি শোভনাৰ মাকে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিছিল। কান্দোনৰ শব্দত থানাৰ বাকী কনিষ্টবলেৰে কমটোৰ বাহিৰ ভৰি পৰিল। অ'চিয়ে খিৰিকিৰে বাহিৰলৈ চাই দেখিলে, থানাৰ বাহিৰত কৌতুহলি মানুহৰ জুম।

ইতিমধ্যে এখন ফিয়েট গাড়ীৰ পৰা ডাক্তৰ বিনীত হাজৰিকাই নামি পোনে পোনে অ'চিৰ কমলৈ ঢাপলি মেলিলে।

ঃ কুইক্, এখেতক মোৰ গাড়ীত তোলক — Heart attack জলদি......

কণ আৰু ৰাজে বাৰান্দাত বৈ থকা কেইজনমান মানুহৰ সহায়ত প্ৰকাণ্ড মানুহজনক দাঙি নি ফিয়েটত শুৱাই দিলে....। ব'লক হস্পিতেললৈ— ডাঃ হাজৰিকাই গাড়ী ষ্টাৰ্ট কৰিলে।

০০০ ওহ্...... টেবুলত থকা পানীগিলাচ একেঢোকে শেষ কৰি অ'চি অনল বৰুৱাই ডায়েল ঘূৰালে—

ঃ হেল্ল', মই অ'চি বৰুৱা — সাংবাদিক নিলিম বৰুৱা আছেনে?

ঃ কৈছো।

ঃ বৰুৱা, আপোনাৰ ৰাইভেল সাংবাদিকৰ ছোৱালী কিড্‌নেপ হৈছে। মানে পলাই গৈছে

নে কিড্‌নেপ ক'ব নোৱাৰি। শুনক, পেপাৰৰ হেড্ লাইন এটা পাই গ'ল। কালিলৈ পেপাৰত দি দিয়ক, চাওঁ আমাৰ এগেইনষ্টত লিখি থাকে নহয়, কেনেকৈ মুখ উলিয়ায়?

ঃ ফোনৰ সিটো পাৰত সাংবাদিক বৰুৱাই বেঁকা হাঁহি এটা মাৰিলে। মনতে এটা হেডলাইন তৈয়াৰ কৰি ল'লে— "সাংবাদিকৰ জীয়েক শোভনাৰ অপহৰণ"।

(সদায় পাব্লিকৰ চাপৰ্টত চেনচেচনেল নিউজ লিখি গুৱাহাটীৰ প্ৰায়বোৰ আগশাৰীৰ পেপাৰৰ লোকেল ৰিপ'ৰ্টাৰ হৈ, আমুকাক দেখুৱা স্পৰ্দ্ধাৰ মজা পাবি।) বৰুৱাই ভাবিলে।

ঃ থৈছো, বৰুৱা। দুই বৰুৱাই গোট খাই এইবাৰ পপুলাৰ সাংবাদিকৰ ইমেজ শেষ কৰি দিম দিয়ক! —ইটো মূৰত অ'চি বৰুৱাই মুখত তামোল এখন ভৰাই চূণখিনি জিভাত মোহাৰি দি হো-হোৱাই হাঁহি দিলে। ফোনটো থৈ দি অ'চি বৰুৱাই নিজকেই ক'লে—

ঃ হুঁ, সাংবাদিক ওলাইছে! যেতিয়ালৈকে নিজৰ ভিতৰত সাংবাদিকবিলাকৰ ভিতৰত শত্ৰুতা থাকিব, তেতিয়ালৈকে সাংবাদিকে পুলিচৰ নোম এডালো ল'ৰাব নোৱাৰে। আৰু সৎ সাংবাদিক! সৎ সাংবাদিক কাৰণে জীয়েৰক চোঁচৰাই লৈ যায়! চাম নহয়, কোনে উদ্ধাৰ কৰে? চাম ৰ' কুকুৰ সাংবাদিক তোক — এনকুৱাৰি নকৰো, চাওঁ কি কৰ! চাল্লা (অশ্লীল)। শোভনাৰ দেউতাকলৈ বুলি অশ্লীল গালি এটা পাৰি অ'চিজনে আকৌ মুখৰ ভিতৰতে ভোৰভোৰালে — চাল্লা কুকুৰ, এমাহৰ আগতে তোৰ ৰিপ'ৰ্টতে মোৰ দুৰ্নীতিৰ বাবে ওপৰৰ পৰা জবাবদিহিৰ নটিচ আহিছে, চাওঁ বাপ্লেকে। Heart attack-ত নমৰিলেও তোৰ পেৰেলাইচিচ হ'লেই ভাল। চাল্লা (অশ্লীল) — চাবি কালি হেড্‌লাইনত, বাপ্লেকে ছোৱালী ধৰি আনি দিলেও ঘৰবুঢ়ী হৈ মৰিব। কোনে বিয়া কৰাব, এবাৰ কিড্‌নেপ কৰা ছোৱালীক ?

ড্ৰয়াৰ এটাৰ পৰা হাফ্ এটা উলিয়াই গিলাচত ঢালি একঘোট মাৰি দিলে অ'চি বৰুৱাই। — 'চিয়েৰচ্ ফৰ ভিক্টৰি......' আকৌ নিজকে তেওঁ ক'লে।

০০০ হস্পিতেলত নিশা ৯ বজাত ৮ নং ৱাৰ্ডত চহৰৰ প্ৰায় মানুহৰে ভিৰ হৈছিল, বনজুইৰ দৰে বিয়পি পৰা শোভনা অপহৰণৰ বাতৰি ল'বলৈ শোভনাৰ দেউতাকৰ হস্পিতেলৰ ৮নং ৱাৰ্ডৰ বাহিৰত ভিৰ কৰিছিল, বহুতো সাংবাদিকে। বেছিভাগ সাংবাদিক শোভনাৰ দেউতাকৰ শিষ্য।

সন্ধিয়া ৮-৩০ মিনিটত সামান্য সুস্থ হোৱা শোভনাৰ দেউতাকে মূৰৰৰ শিতানত উচুপি থকা ঘৈণীয়েকৰ শীৰ্ণ হাতখন ধৰি কৈছিল— 'চিন্তা কৰিব নালাগে, ভাল পালেই জীয়েৰ আহি যাব! ভট্টক মাতি দিয়া।'

ঃ সি বাহিৰতে আছে, যা কণ মাতি দেগৈ ভট্টক। "আমাৰ বাতৰি"ৰ স্থানীয় সাংবাদিক প্ৰাঞ্জল ভট্টক সাংবাদিক হোৱাৰ মূলতে শোভনাৰ দেউতাকৰ তালিম।

সাংঘাতিক শ্ৰদ্ধা কৰা ভট্টই মূৰৰ শিতানত থিয় হৈয়েই নিজকে চম্ভালিব নোৱাৰি হুকুহুকাই কান্দি দিলে।

ঃ চাৰ — চাৰ...... ধৈৰ্য ধৰক। শোভনাজনী বেচেৰী......

ঃ শুনা ভট্ট.... —হাতখন সামান্য মেলি দি ভট্টক ওচৰলৈ আহিবলৈ ইংগিত দি শোভনাৰ দেউতাকে ক'লে— নিউজটোৰ পাব্লিচিটি নিদিবা! বাকীবোৰ সংবাদিকক কণ্ট্ৰ'ল কৰিবা, শোভনা মোৰ ছোৱালী বুলি নহয় 'এয়া সাংবাদিকতাৰ এথিক্স' নহয়। দুৰ্ভগীয়া নাৰীৰ নাম, ঘটনাৰ ৰং দি প্ৰকাশ কৰিব নালাগে, কাৰণ সমাজে ভাল চকুৰে নাচায়। সাংবাদিক অনিল বৰুৱাক মন কৰিবা। অ'চি বৰুৱাৰ এগেইনষ্টে আমি কৰ' শিপ'টে সিহঁতৰ ষ্টেটাচ আৰু ইমেজ বেয়া কৰিছে। গতিকে কালিলৈ, চহৰলৈ ৰাজ্যপাল অহাৰ কথা যেতিয়া, হাই লেভেলৰ এনকুৱাৰিৰ বাবে এপ্লিকেশ্বনখন মই কৈ দিছো, তুমি ৰাতিটোত টাইপ কৰি সাজু কৰিবা.......

— ভট্ট, এয়াও এক যুদ্ধ মোৰ জীৱনত। বৃটিছৰ বিৰুদ্ধে যুদ্ধ! বিদেশীৰ বিৰুদ্ধে যুদ্ধ! অসততাৰ বিৰুদ্ধে যুদ্ধৰ পিছত এয়া অসৎ সাংবাদিকতাৰ, চিষ্টেমৰ বিপক্ষে যুদ্ধ। মোৰ শত্ৰুৱে 'মোৰ ছোৱালী অপহৰণ' এতিয়া মূল ৰেপন কৰি ল'ব। অশোকক তুমি দেখিছিলা নহয়! আন্দোলনৰ সময়ত তাক ময়েই দেশপ্ৰেমী বুলি ঘৰতে আশ্ৰয় দিছিলো। আৰু শোভনাজনীক-তো সৰুৰে পৰা দেখিছা -- কিমান সৎ, চোকা, ভদ্ৰ, অমায়িক...... উহ্ ভগবান! দুচকুত চকুপানী বিৰিঙি উঠিল তেওঁৰ।

ঃ চাৰ.... চাৰ..... চাৰ..... ভট্টই শোভনাৰ দেউতাকৰ ভৰি দুটাত গৰা মাৰি ধৰি খোকাথুকি মাতেৰে কৈ উঠিল।

— চাৰ, চিন্তা নকৰিব। মোৰ ওপৰত বিশ্বাস ৰাখক, পইচা দি কিনিব পৰা সাংবাদিক মই নহয়। বিভাষ, পৰিক্ষীতহঁতেও আপোনাৰ আদৰ্শতে আগবাঢ়িছে। দৰকাৰ হ'লে কালিলৈ বৰুৱাক মই নিজেই গৈ প্ৰথমতে ৰিকুৱেষ্ট কৰিম। শোভনা আমাৰ চহৰৰ গৌৰব, 'চহৰৰ কথা চহৰতে থাকক' বুলি। আৰু গৱৰ্ণৰৰ চিঠিখন মই নিজেই টাইপ কৰি ৰেডি কৰিম। মাত্ৰ আপুনি ভাল হৈ উঠক..... শোভনাক উদ্ধাৰ কৰিব লাগিব।

০০০ পিছদিনা অ'চি বৰুৱাই ব্যস্ততাৰে ফোনটো দাঙি ল'লে। মুখত চিন্তাৰ ৰেখা।

ঃ হেল্ল' বৰুৱা, মই অ'চি.... থেংক্ ইউ — লোকেল পেপাৰত নিউজটো BOLD-ত ওলাইছে। ...... <u>সাংবাদিকৰ ছোৱালী অপহৰণ</u>, কিন্তু বাকীবোৰ পেপাৰৰ কৰেচপণ্ডেণ্ট ভট্টৰ শিষ্য। মানে ভট্ট জানে নহয়, সেই দগাবাজটো — সাধু সাংবাদিকৰ চেলা, বেছিকৈ Circulation হোৱা পেপাৰবোৰত নিউজটো যোৱাৰ আশা নাই! আৰু আৰু শুনক....

I'll get back to you – ৰাজ্যপালে মাতি পঠাইছে।

আনটো ফোন বাজি উঠিল। অ'চি বৰুৱাই ফোনটো দাঙি থিয় হৈ দিলে।

ঃ হয়, হয় চাৰ.... চাৰ, মেডাম.......!

ফোনটো থৈ দিয়েই অ'চি বৰুৱাই চিঞৰি উঠিল— 'কনষ্টেবল ৰুদ্ৰ প্ৰসাদ, দুই পল্টন পুলিচ সাজু কৰা। কুইক্ — ওপৰৰ পৰা অৰ্ডাৰ আহিছে— 'সাংবাদিকৰ ছোৱালীক উদ্ধাৰ কৰিব নোৱাৰিলে এসপ্তাহত মোৰ চাকৰি যাব'। কুকুৰ সাংবাদিকৰ পাৱাৰ দেখিছা! কুইক্, এতিয়াই সাজু কৰা ফৰ্চ, দুখন জিপ থানাৰ পৰা দিছো। সাংবাদিকৰ ভায়েকজন ফৰ্চৰ লগত

যাব বোলে। এতিয়াই ঘৰলৈ গৈ ইনফৰ্মেচন কালেক্ট কৰা, অশোকৰ ফটো থাকিলে লৈ ল'বা — কুইক্...... অ'চি বৰুৱাৰ সৰ্বশৰীৰ ঘামত তিতি গ'ল। ভয়ত আৰু উত্তেজনাত।

০০০ হাৰিকেন লেম্প এটাৰ ফিটাডাল সামান্য বঢ়াই দি শোভনাৰ মুখৰ আগত দাঙি ধৰি প্ৰায় ৬০ বছৰমান গৰকা জনজাতীয় মহিলাগৰাকীয়ে কান্দোনৰ সুৰেৰে অশোকক উদ্দেশ্য কৰি ক'বলৈ ধৰিলে— 'ইচ্.... ইচ্..... ইচ্..... এই ওঁঠ চেপিলে গাখীৰ ওলোৱা ছোৱালীজনীক তই অসুৰটোৱে কি কৰিবি? ইচ্ - ইচ্ - ইচ্..... ইমান ধুনীয়া ছোৱালীটো..... কলেজটোত পঢ়া ছোৱালীটো কি কৰি পলুৱাই আনিছ? বয়স চাগে পোন্ধৰমানহে হ'ব? যাঃ যাঃ যাঃ বোপাই, থৈ আহগৈ ঘৰত তাইৰ। ইচ্ - ইচ্ - ইচ্........

ইচ্.... ইচ্..... ইচ্..... লেম্পৰ ক্ষীণ পোহৰেদি আৰু দুগৰাকী জনজাতীয় গঢ়ী মহিলা ৰুমটোলৈ সোমাই আহিল। শোভনাক নিৰীক্ষণ কৰি সিহঁতেও উচ্চাৰণ কৰিলে— ইচ্.... ইচ্..... ইচ্..... ইচ্.......

জনজাতীয় মহিলা কেইগৰাকীৰ কৰুণাৰ শব্দই আন্ধাৰ ভেদি শোভনাৰ বুকুত আশাৰ প্ৰদীপ সঞ্চাৰ কৰিলে।

সঁচাকৈ যদি অশোকে ঘৰত থৈ আহেগৈ বুঢ়ীৰ কথা শুনি।

ঃ বহি লবি ভালকে। জনজাতীয় মহিলা দুগৰাকীয়ে শোভনাক ওচৰতে থকা বাঁহৰ চাংখনত বহুৱাই দিলে। অশোকৰ পিঠিত ঢকা এটা মাৰি এগৰাকী মহিলাই, জনজাতীয় ভাষাতেই কিবা এটা কৈ হাঁহি দিলে। আনজনীয়ে অসমীয়াতেই অশোকক ক'লে— অকণমানি ছোৱালীজনী পলুৱাই আনিছা। মাক-দেউতাকে ক'ত এৰিব?

অশোকৰ মুখেৰে একো নকৈ শোভনাক ৰুমটোতে এৰি ভিতৰলৈ সোমাই গ'ল।

ক'ত আছো মই ?

কি ঠাই এইখন ?

এই মানুহবোৰ অশোকৰ কোন হয় ?

পাকঘূৰণি খোৱা প্ৰশ্নবোৰে শোভনাক ব্যতিব্যস্ত কৰি আছিল। আঠু আৰু হাতৰ ছালবোৰত বিৰিঙি থকা তেজলগা ঠাইবোৰত লেম্পৰ ক্ষীণ পোহৰত শোভনাই প্ৰথমবাৰৰ বাবে বিষ অনুভৱ কৰিলে। ......আহ্। বিষত শোভনাৰ মুখৰপৰা সামান্য শব্দ বাহিৰ হ'ল। জনজাতীয় বুঢ়ীগৰাকীয়ে শোভনাৰ হাতৰ কিলাকুটিৰ পৰা তেজ বৈ অহা ঠাইডোখৰ দেখি চিঞৰি মাতিলে বোৱাৰীয়েকহঁতক।

ঃ ইহঁতে তোক জোৰকৈ আনিছেনে নে নিজৰ ইচ্ছাত পলাই আহিছ? শিশুৰ দৰে বুঢ়ীগৰাকীয়ে শোভনাৰ তেজ ওলাই থকা ঠাইবোৰত মুখেৰে ফুৱাই দি সুধিলে। ইচ্.... ইচ্..... ইচ্..... পানী অলপ গৰম কৰ। অলপমান নাৰ্জিপাত আনি লগাই দে। ই অশোকক মাতচোন। —বুঢ়ীয়ে অধৈৰ্য হৈ চিঞৰি উঠিল।

ঃ আহা..... আই শুই থাকগৈ। অশোকৰ বয়সৰে গাঠলু ৰঙা-বগা চেহেৰাৰ মানুহ এজনে শোভনাৰ কাষতে ৰ'ল। শোভনাৰ চকুৰ প্ৰশ্নবোধক চাৱনি দেখি চাগে মানুহজনে প্ৰথমতে

ইতঃস্তত বোধ কৰিলে। ক্ষন্তেক মনে মনে থাকি মানুহজনে শোভনাৰ ফালে চাই ভিতৰলৈ সোমাই গ'ল।

এইবাৰ অশোকক লগত লৈ অহা মানুহজনৰ গাত সামান্য ঢকা এটা মাৰি অশোকে শোভনাক কৈ উঠিল— ই চাওলাং। কেনেক চাওলাং ; মোৰ কলেজৰ দিনৰ বন্ধু, বুঢ়ী মানুহগৰাকী চাওলাঙৰ মাক, বাকী দুগৰাকীৰ এগৰাকী ঘৈণীয়েক আনগৰাকী বৌৱেক। এইখন গাঁৱৰ গাঁওবুঢ়া চাওলাঙৰ দেউতা। আন্দোলনত পলাই মই ইয়াতো বহুত দিন আছিলো, মোৰ ঘৰৰ দৰে। আহ্.....

ঃ ক'লৈ? প্ৰথমবাৰৰ বাবে শোভনাৰ মুখৰ পৰা শব্দ এটা ওলাল।

ঃ ক'লৈ আৰু, কমলৈ? .....ইহঁতি গ'লতো।

হাতত লেম্প লৈ অশোক, চাওলাঙে দেখুৱাই দিয়া পথেৰে ঘৰৰ বাহিৰত ভঁৰালঘৰৰ দৰে থকা কোঠা এটালৈ আগুৱাই গ'ল। পিছে পিছে শোভনা......

বাঁহৰ দুৱাৰখন থেলি প্ৰথমে অশোক আৰু তাৰ পাছত শোভনা সোমাই গ'ল কমটোলৈ। চাৰিওফালে মকৰা জালেৰে ভৰ্তি ভঁৰালঘৰ যেন লগা আন্ধাৰ কমটোৰ এটা চুকত এখন দুজনীয়া পালেং, আৰু ওচৰতে এখন কাঠৰ টেবুল।

শোভনা থিয় হৈ থাকিল। ইতিমধ্যে হাতত গৰম পানীৰ চৰিয়া আৰু অলপ গেন্ধাই ফুলৰ পাত লৈ চাওলাঙৰ ঘৈণীয়েকো সোমাই আহিছিল। শোভনাক বহিবলৈ দি, গৰম পানীৰ চৰিয়াটোত ভৰি দুখন জুবুৰিয়াই দিবলৈ দিলে তাইক।

ঃ ল' — গামোচা এখন আগবঢ়াই দি মানুহগৰাকীয়ে শোভনাক ভৰি দুটা মচি ল'বলৈ দিলে। যন্ত্ৰবৎ ভাবে শোভনাই ভৰি দুটা মচি ল'লে। হাতেৰে মোহাৰি অনা গেন্ধাই ফুলৰ পাতবোৰ শোভনাৰ দুখ পোৱা তেজবিৰিঙা অংশবোৰত লগাই দিলে।

ঃ আহ্...... বিষত শোভনাৰ চকুত পানী বিৰিঙি উঠিল।

ঃ উফ্ — মহিলাগৰাকীৰে মুখেদি আপোনা-আপুনি বাহিৰ হ'ল।

ঃ কিবা খাবা?

ঃ নাখাওঁ।

ঃ ঠাণ্ডা ভাত অলপ আছিল। ই অশোকে খাম বুলি কৈছে। —তেওঁ ক'লে।

ঃ কি ঠাই এইখন? শোভনাৰ মুখৰ পৰা প্ৰথম প্ৰশ্নটো বাহিৰ হ'ল। কমটোৰ পৰা সামান্য বাহিৰলৈ ওলাই গৈ অশোকে ফুচ্‌ফুচাই চাওলাঙক কিবা কৈ থকা শোভনাই শুনা পালে!

শোভনাৰ সৰল মুখখনলৈ চাই মানুহগৰাকীয়ে তাইৰ মূৰত হাত বুলাই ক'লে— ফাইচাং গাঁও, চহৰৰ সীমাত পৰে। আমি বৌদ্ধিচ মানুহৰ গাঁও এইখন, আমাৰ জইণ্ট ফেমিলি। মই চাওলাঙৰ ঘৈণী, বি.এ পাচ, মোৰ ঘৰ নাহৰকটিয়াত। ময়ো পলাই আহিছিলো। আমাৰ শহুৰ দেউতা গাঁৱৰ গাঁওবুঢ়া। আমাৰ ল'ৰা চাৰিজন। সকটোৰে বিয়া পতা নাই। পিছে তুমি পঢ়া এৰি কিয় পলাই আহিলা? ই, মানে অশোকে গণ্ডগোল কৰি অনা নাইতো? মানে অশোকক ভালকে জানাতো?

অলপ সংকোচ কৰি কিবা এটা ক'বলৈ মুখ মেলোতেই অশোক আৰু চাওলাং পুনৰ

সোমাই আহিল ৰুমটোলৈ। শোভনা মৌন হৈ থাকিল।

"অশোকক ভালকে জানাতো? মানে সম্পূৰ্ণ নোহোৱা মানুহগৰাকীৰ কথাকেইবাৰ তাইৰ মনত পাকঘূৰণি খাই থাকিল। বাঁহৰ দাং মৰাৰ শব্দত শোভনাই তলমূৰ ওপৰ কৰিলে।

ঃ অশোক !

ঃ কি হ'ল, ভাত নাখাব? মই খাই ল'লো। —বগা মলিয়ন বৰণৰ ধুতি এখন সলাই, গাত থকা চাৰ্টটো খুলি অশোক বিছনাত পৰিল।

ঘৰ্......... ঘৰ্........ ঘৰ্..............

পাঁচ মিনিট পিছতে অশোক সম্পূৰ্ণ টোপনিত পৰিল। অশোকৰ ওচৰতে গাটো পেলাই দি চালৰ ফুটাই দি সম্পূৰ্ণকৈ দেখা পোৱা জোনটোলৈ চাই শোভনাৰ চকুত থকা অৱশিষ্ট পানীখিনি বিৰিঙি উঠিল।

জোনটো ডাৱৰে আবৰি ৰাখিছিল! ওচৰতে নাকৰ শব্দ কৰি শুই থকা প্ৰকাণ্ড অবয়বৰ মানুহটো মোৰ কোন হয়? নিজকে নিজেই তাই সুধিলে—

এয়াই নেকি প্ৰেম?

এবাৰো অশোকে তাইৰ দুখ পোৱা ঠাইবোৰ লক্ষ্য নকৰিলে।

এবাৰো নুসুধিলে কি ভাবিছে তাই! এবাৰো বুকুত সাবটি নল'লে! মাত্ৰ এটা নিশাতে এটা মানুহৰ স্বৰূপ স্পষ্ট হৈ গ'ল। বছৰে দেখুৱাই নিদিয়া মানুহটো এটা নিশাই দেখুৱাই দিলে।

চকুৰ আতংকত শোভনাই স্পষ্টকৈ মাক-দেউতাকক দেখা পালে, ৰুণ আৰু ৰাজকো।

নিশ্চয় পুলিচত খবৰ দিছে পাপাই! দিয়াটোৱেই ভাল। নিজৰ বুকুখন খামোচি তাই মনত পেলাবলৈ চেষ্টা কৰিলে, মাকৰ বুকুৰ প্ৰচণ্ড গোৰটো......।

উফ্..... বুকুখন বিষাই গ'ল শোভনাৰ। মাত্ৰ এটা নিশাই থান-বান কৰি পেলালে মোৰ পঢ়াৰ সপোন। এতিয়া যি হ'ব, একো ভাল নহ'ব।

বাগৰ সলাই ওপৰমুৱাকৈ শুই থকা অশোকক শোভনাৰ প্ৰকাণ্ড দৈত্য এটাৰ দৰেই লাগিল। বকাসুৰ! বকাসুৰ! মহাভাৰতৰ বকাসুৰ অশোক! এইটো মানুহক মই ভাল পাইছিলোনে? নিজকে সুধিলে তাই।

নিজকে সুধিম?

নিজকে উত্তৰ দিম!

আৰু কাক ক'ম? কি ক'ম? কোনে শুনিব!

চেবেংকৈ জনজাতীয় মহিলাগৰাকীয়ে গৰম পানীত তাইৰ ভৰি ধুৱাই দিয়া দৃশ্যটো তাইৰ মনত পৰি গ'ল।

বৌদ্ধিচ মানুহ! দয়ালু মানুহ! এই ঘৰখন! কিন্তু কিমান দিন থাকিব লাগিব ইয়াত? পিন্ধিবলৈতো একো কাপোৰ নাই এযোৰৰ বাহিৰে। কলেজ চাগে আৰম্ভ হ'বই....। ঘৰখনে মোক ঘূৰাই পালে জানো মৰম কৰিব! মাই! ৰুণে?

নিজৰ কপালখনত নিজে হাত দি শোভনা সিঁএগৰি উঠিল। জ্বৰ! ভীষণ জ্বৰ!

মাত্ৰ কেই ইঞ্চিমান দূৰত অশোক শুই আছিল তেতিয়া। ঘৰ...ঘৰ...ঘ....ৰ...ঘৰ..... চালৰ ওপৰৰ পৰা সম্ভৱতঃ মেকুৰী এটাই তললৈ জপিয়াই দিলে। সামান্য শব্দ হ'ল। টোপনিত আচ্ছন্ন অশোক টোপনিৰ পৰা উঠি চকু মেলিলে'

ঃ পুলিচ! হাঁ! ...... হাঁ! ....... কিহৰ শব্দ! ..... ভয়ত অশোক চকু মেলাৰ পৰা বিছনাত বহি দিলে।

ঃ কিহৰ শব্দ! শুনিছনে?

ঃ ওঁ, মেকুৰীয়ে জাপ মাৰিছে। —শোভনাই অশোকৰ ভয়াৰ্ত মুখখনলৈ চাই উত্তৰ দিলে।

ঃ তই হ'বলা শোৱা নাই। শোভনাৰ ফালে চাই অশোকে সুধিলে।

ঃ নাই ।

ঃ কিয়? এই কিয়টোৰ উত্তৰ দিবলৈ শোভনাৰ মন নগ'ল।

ৰাতিপুৱাই সূৰ্যৰ কিৰণেৰে চাদৰ সলাই লোৱাৰ অপূৰ্ব মুহূৰ্তত, এঘণ্টামান চকু জপাই থোৱাৰ পাছত শোভনা সাৰ পালে। নিজৰ কপালত হাত দি চালে। ...জ্বৰ কমা নাই এতিয়াও। অশোক তেতিয়াও টোপনিত। চুই চাবৰ মন নগ'ল তাইৰ তাক।

প্ৰথমবাৰৰ বাবে শোভনাই অনুভৱ কৰিলে, সদায় ভাবি থকা সেই কথা— প্ৰেম, মনৰ তীব্ৰ অনুভৱ। তাত দেহৰ কোনো সম্পৰ্কই নাথাকে। দেহটো যদি এটুকুৰা লোহা হয়, তেনে প্ৰেম চুম্বক।

আৰু প্ৰেমবোৰ! ক'তযে বন্ধা থাকে — কেনেকৈ মানুহ ইমান অন্ধ হ'ব পাৰে! কেনেকৈ? অশোকে মাকৰ বুকুত মৰা গোৰটো তাইৰ মনত পৰিল। অথচ এই মাকৰ কাণৰ কাষত যোৱা বছৰবোৰত অশোকে কিমান যে ধেমেলীয়া কথা কৈছিল। কেনেকৈ মানুহ মানুহৰ পৰা পশুলৈ ৰূপান্তৰিত হয়?

থক্ - থক্ - থক্ ....... বাঁহৰ দৰজাত কোনোবাই টুকুৰিওৱাৰ শব্দ হ'ল। ধহমহকৈ উঠি বাঁহৰ জলঙাইদি অশোকে চোৰৰ দৰে বাহিৰলৈ চালে।

ঃ অ' বৌ — আহক।

হাতত এথাল ভাত আৰু কাহিৰ কাষত পোৰা মাছ দুটামান লৈ মানুহগৰাকী সোমাই আহিল। ভাতখিনি দেখিয়েই অশোকে মুখ ধুবলৈ বুলি বাহিৰলৈ ওলাই গ'ল।

ঃ ব'লা, এখন মেখেলা দিওঁ, পিন্ধি ল'বা। ঘাবোৰ ভাল পাইছা? মুখ-হাত ধুই অৱশ্যে পাকঘৰতে বহিব পাৰিবা। আমি চাৰিওবেলা ভাতকে খাওঁ। গাঁৱলীয়া মানুহ!

অসহ্য মূৰৰ বিষ এটাই আৰু জ্বৰে ইতিমধ্যে শোভনাক কাবু কৰি পেলাইছিল। একো কথা ক'বলৈ তাইৰ শক্তি নাই যেন লাগিল।

ঃ ব'লক, মুখখন ধুই লওঁ। মানুহগৰাকীৰ পাছে পাছে তাই বাহিৰলৈ ওলাই গ'ল।

হাবিতলীয়া ঠাই। তাহাঁত থকা ঠাইৰ পৰা অলপ দূৰত আচল ঘৰ। পকা মজিয়াখনহে, দুটামান কোঠা মাটিৰ। বাল্টিত থকা পানীখিনি মুখত মাৰি তাই সিএৰি উঠিল। মূৰৰ পৰা ভৰিলৈকে যেন সাপ এটাইহে চুই গৈছে এনে লাগিল তাইৰ। পোনে পোনে পাকঘৰৰ বাঁহৰ মুঢ়া এটাত ওলোমাই থোৱা গামোচাখনত মুখখন মচি তাই পাকঘৰলৈকে সোমাই গ'ল।

: আহা, গৰম পানী দিছো। ঘাঁবোৰ ধুই ল'বা। মলম এটা লগাই লোবা! মানুহগৰাকীয়ে শোভনাক বহিবলৈ দিলে। সন্মুখত গৰম পানীৰ চৰিয়াত ভৰি জুবুৰিয়াই থাকোতেই মুখ মোহাৰি অশোক সোমাই আহিল—

: বৌ, এটা জলকীয়া দিয়ক! ভাবলেশহীন অশোকৰ চকু শোভনাৰ ঘা কেইডোখৰত ৰৈ গ'ল।

: হাৰে, দুখ পালি কালি? আচ্ছা, কালি বাৰু কেলেই চিঞৰিছিলি? মাৰ-বাপেৰে Brain একেবাৰে wash কৰাই দিলে এসপ্তাহতে। চাওঁ.....। ভৰি আৰু হাতৰ ঘাবোৰ সি চুই চালে।

: আহ্ — শোভনা চিৎকাৰ কৰি উঠিল।

: তোৰ গাটো দেখোন সাংঘাতিক গৰম!

শোভনাই একো নামাতিলে।

: বৌ, ভাত থালি মাৰি আহো। এইক কি দিবা! ৰাতিপুৱা তাই চাগে ভাত নাখাব। খোৱাত বৰ চিক্-চাক্। পাৰিলে চাহ একাপ বা বিস্কুট....!

পাকঘৰত চাহ একাপ খাই, শোভনা ভৰালঘৰৰ দৰে লগা কমটোলৈ সোমাই গ'ল।

অশোক আৰু চাওলাং নাতিদূৰত পুখুৰীৰ পাৰত কিবা কথা পতাত ব্যস্ত আছিল, আৰু চাওলাঙৰ কাষত মূৰত পাগুৰী মৰা এটা দীঘল পাহাৰী মানুহ। কথা কৈ থাকোতে সি মুখখন ঘূৰাই দিওঁতে শোভনাই ধৰিব পাৰিলে মানুহটো— যশৱন্ত সিং। অশোকৰ বন্ধু!

কিন্তু যশৱন্ত কিয় ইয়াত ? কি কৰিব বাৰু মোক ইহঁতি!

কি কৰিব বাৰু মোক ইহঁতি! জনজাতীয় মহিলা কেইগৰাকীৰ মুখকেইখন মনত পেলাই শোভনাই অলপ আস্বস্তবোধ কৰিলে। নাই, বৌদ্ধিচ মানুহ, লিখা-পঢ়া কৰা মানুহ ; মোৰ বিপদ নহয়.....

দিনটো তাইক কোনেও নজগালে। অকলে জোনটোৱে চাদৰ গাত ল'লে।

: শোভা, গধূলি হ'ল উঠ। আৰু এয়া ভাত খাই ল।

বিনা বাক্যব্যয়ে তাই কেইগৰাহমান ভাত মুখত ভৰালে। দুৰ্বল দেহটো বিছনাত আকৌ তাই পেলাই দিলে। একো ভাবিবলৈ শক্তি নাই যেন লাগিল তাইৰ। চকুদুটা তাই মুদি দিলে।

— শোভনা...... শোভা.... চাওঁ......!

আস্! চকুদুটা মেলি শোভনাই দেখিলে সমুখত এয়া অশোক। চালৰ ফুটাই দি জোনটো দেখিলে তাই। ঠিক মূৰৰ ওপৰত। শোভনাৰ হাত এখন দুই হাতৰ মাজত লৈ অশোকে আৰম্ভ কৰিলে.....

: বেয়া নাপাবি, আজি মই তোক সম্পূৰ্ণকৈ বিচাৰিম। যশৱন্তইও কৈ গৈছে— ইতিমধ্যেই পুলিচে আমাক বিচাৰিবলৈ দুইপল্টন ফৌজ পঠাইছে। তোক এবাৰ লৈ গ'লে ঘূৰাই পোৱাৰ চান্স নাই। গতিকে তই চাগে বুজি পাইছই। মানে......

: মানে?

: মানে you have to lose your virginity –

কথাখিনি কৈ অশোক নৰ'ল। শোভনাৰ কাপোৰবোৰ তৰপে তৰপে খোলাত লাগিল।

হতবাক হৈ শোভনাই অশোকলৈ চাই থাকিল। এইয়া চাগে মনত পৰাবে পৰা তাই কামনা কৰি থকা ফুলশয্যাৰ ৰাতিটো......

কইনা হৈ বহি থকা শোভনা। মূৰত গোলাপ ফুল, শিৰত সেন্দুৰ জলমল। বগা বিছনাখনত ভৰি থাকিব ৰঙা ৰঙা গোলাপৰ পাপৰি। বিছনাত খৰিকাজাইৰ গোন্ধাই থকা মালা'। শোভনাৰ প্ৰেম-বিহুল লাজেৰে আবৰা থুতৰিত ধৰি, ফেণ্টমে ক'ব— এই! এই চোৱা মোৰ ফালে।

লাজতে শোভনাই তেওঁক বুকুত সাবটি ধৰিব। ফেণ্টমে চুই চাব শোভনাক, ওঁঠেৰে। কিউপিডৰ দৰে ক'ব— চাইকী! মোক চুমাৰে ওপচাই দিয়া......

প্ৰথমতে ভৰি, তাৰ পিছত কলাফুল, ওপৰলৈ, ওপৰলৈ! আৰু — আহ্....

কুমাৰীত্ব হেৰুৱাৰ চৰম পৰিতৃপ্তি।

শোভনা ফেণ্টমৰ বুকুত টোপনি যাব! ফেণ্টমে ক'ব— জান, টোপনি যোৱা।

শোভনাৰ চুলিত তেওঁ আঙুলি বুলাই যাব। ধীৰে ধীৰে...... প্ৰেমৰ আইনাত শোভনাই নিজকে চাই ক'ব— মই সম্পূৰ্ণ ! I am complete !

এইটো সপোনৰ ভিৰত দো খাই আছিল তাই।

জনাবে পৰা, পুৰুষ কি জনাবে পৰা। দেহ কি জনাবে পৰা!! প্ৰেম কি জনাবে পৰা, সপোন কি বুজাবে পৰা!

আৰু এইয়া — ঠেক ভঁৰালঘৰ এটাত অসন্তুষ্টি মন এটা লৈ কোনো অনুভূতি নোহোৱাকৈ এই মানুহটোৱে কৈছে— দি দিয়া তোমাৰ কুমাৰীত্ব। তোমাক পবিত্ৰ কৰি থুৱাই নপঠাওঁ! মই নাপালে কোনেও নাপাব তোমাক!

প্ৰেম নে আক্ৰোশ !

হায় !

হায়! হায়! হায় - হায় - শোভনা! .....

আহ্ — বিষত কেঁকাই উঠিল তাই।

ইতিমধ্যে অশোকে তাইৰ শৰীৰটো পিষ্ট কৰি আনিছিল। অদ্ভুত ধৰণৰ পোৰণি এটা অনুভৱ কৰিলে তাই।

নাৰীয়ে পোৱা সকলো অনুভূতি কিয় যান্ত্ৰণাৰ মাজেদি যায়? কুমাৰীত্ব হেৰুৱাৰ অনুভূতি কিয় যন্ত্ৰণাময় হয়! ভগৱানলৈ খং উঠিল তাইৰ! মূৰৰ পৰা ভৰিলৈকে অসহ্য পোৰণি এটাই তাইক কাবু কৰি পেলালে। হাতত থকা বিচনীখনেদি নিজকে শব্দ কৰি বিচি থাকিল তাই। উহ্ — সৰ্বশৰীৰ জ্বৰত ঘামি গ'ল তাইৰ।

গাত লুণ্ঠিখন মেৰিয়াই অশোক টোপনি গ'ল। ঘৰ..... ঘৰ......ঘৰ্.......

উত্তাপ বাঢ়ি অহা গাটো নিজেই চুই চাই অনুচ্চ সুৰত অশোকৰ গাত ধৰি তাই জোকাৰি দিলে।

ঃ অশোক! অশোক! উঠা! উঠাচোন। উঠাচোন.....

অশোকে সামান্য চকুদুটা মেলি আকৌ টোপনি গ'ল।

ৰাতি দুপৰ তেতিয়া। সৰু বৌদ্ধিচ গাঁওখনৰ ভৰালঘৰটোত সাৰ পাই থাকিল এজনী ছোৱালী, কুমাৰীত্ব হেৰুৱাৰ দুখে তাইক কাবু কৰি পেলালে। সৰু কালৰ সপোনটো চুৰমাৰ হোৱা শব্দই তাইক বিষণ্ণ কৰি পেলালে। ফুলশয্যাৰ ৰাতিৰ আবেগহীনতাই তাইক হত্যা কৰি পেলালে।

গোটেই ৰাতি উচুপি থাকিল তাই।

গোটেই নিশাটো সাৰে থাকিল তাই!

গোটেই নিশা কান্দি থাকিল তাই!

আকাশে আকৌ সূৰ্যৰ পোহৰৰ চাদৰ সলালে। অৱশ শৰীৰটো বিছনাৰ পৰা চোঁচৰাই শোভনা নামিল। খট্‌কৈ এটা শব্দ হ'ল। অশোকে চকু মেলি ধমহকৈ বিছনাত বহি পৰিল। তন্ন তন্নকৈ অশোকে বিছনা চাদৰখন পৰীক্ষা কৰাত লাগিল ইতিমধ্যে।

ঃ কি চাইছা? কৌতুহলবশতঃ শোভনাই সুধিলে।

ঃ তেজ! তেজ চাইছো। কুমাৰী ছোৱালীৰ প্ৰথমবাৰ কুমাৰীত্ব হেৰুৱালে ৰঙা ৰঙা তেজেৰে ভৰি পৰিব লাগে বিছনা!

ক'তা? ক'তা, তেজ?

অশোকৰ কণ্ঠ ৰূঢ় হৈ আহিল। ডিঙিৰ সেই ৰূঢ়তা অশোকৰ চকুলৈকে বিয়পি গ'ল। শোভনাৰ চকুলৈ চাই অশোকে অলপ জোৰকৈয়ে চিএঞৰি উঠিল— Are you a virgin! হয় জানো তাই ভাৰজিন?

কি........ ই....... কি......ই........

শোভনাৰ সৰ্বশৰীৰ দুখ আৰু খঙত ভাগি পৰিল।

ইমান সন্দেহী অশোক? আৰু ইমান কথা নাজানে সি? বহু মেগাজিনত তাই পঢ়িছে খেলুৱৈ, এক্‌টিভ ছোৱালীৰ কুমাৰীত্ব পুৰঠ বয়সত নিজেই কাটি যায়।

বাৰু নাজানে অশোকে? কিন্তু বিশ্বাস!

এইটো বিশ্বাস লৈ সি তাইক চোঁচৰাই আনিছিল ঘৰৰ পৰা!

এইটো বিশ্বাস লৈ পাগলৰ দৰে তাইক ব্যতিবস্ত কৰিছিল সি। জীৱনত প্ৰথম স্পৰ্শ কৰা মানুহজনে, প্ৰথম চুমা দিয়া মানুহজনে, তাইক নাপালে শ্ল' পয়জন খাই মৰিব খোজা মানুহজনে — নিষ্পাপ, সৰল, দেহ কি ভালকৈ বুজি নোপোৱা ছোৱালীজনীক সুধিছে— Are you a virgin ?

এইটো অশোকক তাই নাজানে!!!

কেতিয়াবা মুখৰ পৰা ওলোৱা এটা শব্দত প্ৰকাশ হয় এটা মানুহ, কেতিয়াবা এটা মুহূৰ্তত বিয়পি থাকে জীয়াই থকাৰ ভৱিষ্যত, কেতিয়াবা শব্দই প্ৰকাশ কৰে সত্য আৰু সত্যই জীৱন!

এটা, মাত্ৰ এটা বাক্যই দেখুৱাই দিলে শোভনাক ভৱিষ্যত!

শোভনা, তই পলা এই মানুহটোৰ পৰা।

শোভনা, এই মানুহটোৰ সন্দেহেই চৰিত্ৰৰ আধাৰ।

শোভনা, অশোক ফেন্টম নহয়। অশোক প্ৰেমিক নহয়।

শোভনা, অশোক নিষ্পাপ নহয় — ধূৰ্ত!

শোভনা, যুদ্ধৰ কাৰণে সাজু হ।

যুদ্ধই তোৰ সাৰুৱা পথ শোভনা — টিং টং।

অন্তৰাত্মাই কান্দি উঠিল শোভনাৰ! হাতত গামোচাখন লৈ শোভনা কমটোৰ পৰা ওলাই গ'ল বাঁহৰ বাথৰুমটোলৈ উন্মাদৰ দৰে। নিজৰ শৰীৰৰ পৰা কাপোৰবোৰ খুলি নিজকে পৰীক্ষা কৰাত লাগিল তাই।

এয়া, এয়া মোৰ অৰ্ন্তবাসত ক'লা ক'লা কিছু দাগ। চিয়াহীৰ বৰণৰ! তেজ নহয় — তেজ বৰণৰ নহয়!

কিন্তু মইতো কুমাৰী! নিজকে প্ৰমাণ কৰাৰ অসফল ভাব এটাই তাইক জুমুৰি দি ধৰিলে— ৰামায়ণত সীতাই চাগে এনেকুৱাই কৰিছিল, নিজৰ সতীত্ব প্ৰকাশৰ বাবে জুইত জাপ দিছিল! মই কোনকুৰা জুইত জাপ দিম? কিয় দিম, কিয়? নিজক পবিত্ৰ চৰিত্ৰৰ বুলি প্ৰমাণ কৰিবলৈ?

বাথৰুমৰ পৰা লাহে লাহে ওলাই আহিল শোভনা, ভৰালঘৰৰ ভিতৰলৈ। অশোক বিছনাত বহি আছিল। অশোকৰ চকুলৈ স্পষ্টকৈ চালে তাই। সেই চাৱনিত ঘৃণা আৰু বেদনাৰ বাহিৰে একোৱেই নাছিল।

"তুমি মোৰ প্ৰথম আৰু শেষ পুৰুষ নোহোৱা।

তুমি মোৰ কল্পনাৰ ফেণ্টমো নোহোৱা!

তুমি সন্দেহ, হিংসাই পিষ্ট কৰা এটা ৰাক্ষস!

তুমি মোক ধৰি ৰাখিব নোৱাৰিবা!"

সঁচা প্ৰেমৰ বাহিৰে, বিশ্বাসৰ বাহিৰে মোক একোৱেই ধৰি ৰাখিব নোৱাৰে।

বিবাহত জীৱন শেষ হয় বুলি মই নাভাবো।"

হাতেৰে জোৰকৈ নিজৰে বাহু এটাত খামোচ মাৰি ধৰিলে তাই— যেন হেৰাব খোজা সপোনটোতহে খামোচ মাৰি ধৰিছে। চকুদুটা মুদি মনে মনে ভগবানক প্ৰাৰ্থনা কৰিলে তাই, সৰল অন্তৰৰ কাতৰ প্ৰাৰ্থনা! — মোৰ ফুলশয্যাৰ ফেণ্টমৰ সপোনটো আলফুলকৈ ৰাখিবা ভগবান। মনটো আৰু গাটো ভাল হ'লে তোমাৰ পৰা সপোনটো লৈ মই কটিয়াই ফুৰিম — নিজৰ লগত। কোনেও নজনাকৈ!

এই সপোনটোৰ বাবেই মই জীয়াই থাকিম। সংগ্ৰামৰ মাজত! এই জনমত.... এই জনমত মোৰ ফেণ্টমক তুমি বিচাৰি দিবা। শিৰত সেন্দুৰ লৈ জুইৰ চাৰিওকাসে বেদৰ মন্ত্ৰ উচ্চাৰণ কৰি সেইদিনা মই নিজক সম্পূৰ্ণকৈ সপি দিম তেওঁক।

তেওঁক, যি মোত বিশ্বাস ৰাখিব!

তেওঁক, যি মোক প্ৰেমৰ বাবে বিচাৰিব!

তেওঁক, যি মোক সাহসেৰে আঁকোৱালি ল'ব!

এয়া সপোন নহয় — বাস্তৱৰ খোলাৰে আবৰা এটা শামুক। শামুকৰ টান খোলাটোৰ ভিতৰত থকা কোমলাঙ্গী শৰীৰটো। মোক জীয়াই ৰাখিবা ভগবান।

আকৌ এবাৰ অশোকলৈ চালে তাই। তাইৰ চাৱনিৰ তীব্ৰতা সহ্য কৰিব নোৱাৰি সি কমটোৰ পৰা ওলাই গ'ল। খণ্ডত তেতিয়াও কঁপি আছিল শোভনা।

নিজৰ বাহুটোৰ পৰা হাতখন এৰুৱাই দি, সদম্ভে নিজকে বিৰ্‌বিৰাই তাই ক'লে — "পাপাটিৰ বুকুৰ পৰা যাৰ বুকুলৈ যাম ; সেইজন পুৰুষ, যাৰ বুকুত মূৰ থৈ মই এক মুহূৰ্তত অনুভৱ কৰিম, মই সম্পূৰ্ণ — সেইজনেই মোৰ ফেণ্টম হ'ব মোক বৈদিক অগ্নিক সাক্ষী কৰি, নিজৰ কৰা মোৰ জীৱনৰ শেষ পুৰুষ।

সেই দিনটোলৈকে মই জীয়াই থাকিম।

শব্দক সাবটি। সৃষ্টিক সাবটি।

মোৰ আলসুৱা সপোনটোক সাবটি। .....

পাপাটি......। পাপাটি......।

আকাশখন যেন মূৰত পৰি শোভনাক হেঁচা মাৰি ধৰিছিল —

এক মুহূৰ্ত মাত্ৰ — উন্মাদৰ দৰে অশোক সোমাই আহি বিছনাত পৰি থকা কাপোৰযোৰ বেগ এটাত সুমুৱাই ল'লে। শোভনাৰ হাতখনত চেঁপা মাৰি ধৰি সি সশব্দে চিএৰি উঠিল।

ঃ ব'ল.....পলা.....। প...লা....শোভনা। পুলি-চ...... পুলিচ..... পুলিচ......

শোভনাৰ হাতখন খামুচি ধৰি, অশোকে বাঁহনিৰ মাজেদি প্ৰকাণ্ড পুখুৰীটোৰ কাষেদি, জেওৰাখন জপিয়াই পাৰ হ'ল। প্ৰাণৰ তাড়নাৰে দৌৰিছে অশোক। পিছে পিছে শোভনা।

দৌৰি থকা অশোক হাবিতলীয়া এটা সৰু জানৰ কাষত ৰ'ল। চুটি চুটি উশাহেৰে সি শোভনাক ক'লে— দে ইয়াতে জাপ মাৰি দে। পুলিচৰ মাৰ খোৱাতকৈ মই মৰি যাওঁ। তইতো মই নাথাকিলে জীয়াই থাকিব নোৱাৰিবি। আৰু চাওলাঙৰ দেউতাকক পুলিচে এৰেষ্ট কৰিলে চাওলাংহঁতে আমাক ধৰি পুলিচত চমজাই দিব। পাৰ হ জানটো। কিমান বা দ! পেণ্টটো আঠুলৈকে কোঁচাই বোকাৰে ভৰ্তি জানটোলৈ অশোক নামি গ'ল। কঁকাললৈকে সোমাই গ'ল অশোক পানী আৰু বোকাত। শোভনালৈ হাত এখন আগবঢ়াই দি পিঠিত তুলি ল'লে সি তাইক। চুটি জানটো পাৰ হৈ জানৰ আনটো মূৰত শোভনাক নমাই থলে।

ঃ আই ঐ..... এইবোৰ দেখোন জোক!

শোভনাৰ দুয়োটা ভৰিত মস্ত মস্ত জোক কিছুমান কিল্‌বিলাই থকা দেখিলে তাই।

ঃ চুপ্..... নিচিএৰিবি....!

হাতেৰে অশোকে শোভনাৰ তেজেৰে ৰঙা হোৱা ভৰিটোৰ পৰা এডাল এডালকৈ জোক এৰুৱাবলৈ ধৰিলে। সোঁফালৰ কৰঙনৰ পৰা সাপৰ দৰে পাক খাই থকা জোক এটা হাতৰ তলুৱাত থুৱাই দি সৰ্বশৰীৰেৰে সি টান মাৰি আনিলে। হাতী জোক।

চৌ-চোৱাই তেজ ববলৈ ধৰিলে শোভনাৰ ভৰিৰ পৰা। জানৰ পৰা অলপ পানী কাজলীৰে আনি অশোকে শোভনাৰ তেজেৰ ভৰ্তি ভৰিটোত চটিয়াই দি তাইক ক'লে— 'ব'ল, ৰ'বলৈ সময় নাই.....। গধূলি হোৱাৰ আগেয়ে এই গাঁওখন পাৰ নহ'লে নিৰ্ঘাত পুলিচে ধৰিব।

দূৰৰ পৰা বহু মানুহৰ কণ্ঠৰ এক কোলাহল যেন ভাঁহি আহিল।

ঃ সেয়া পুলিচ! ব'ল! হেইত....... শোভনাক এৰি থৈ অশোক দৌৰি থাকিল। পিছে পিছে শোভনায়ো দৌৰিবলৈ ধৰিলে। ঘন ঘন বাঁহগছ, তামোল গছেৰে, কলগছেৰে আৰবা হাবিবোৰ পাৰ হৈ, দৌৰি থাকিল সিহঁত।

ডাঙৰ ডাঙৰ বাৰীবোৰ বেৰি থোৱা জেওৰাবোৰ অশোকে একেজাপে পাৰ হৈ শোভনাক হাত দি পাৰ কৰাই দিলে। প্ৰাণটাকি দৌৰি থাকিল অশোক! মাজে মাজে উদ্‌ভ্ৰান্তৰ দৰে সূৰ্যটোলৈ চাই গম ল'লে বেলি কিমান? অশোকৰ পিছে পিছে দৌৰি থাকিল শোভনা।

এটা প্ৰাণী দৌৰিছে পুলিচৰ ভয়ত।

আনটোৱে নিজেই নাজানে কিয় দৌৰিছে!

এখন..... দুখন..... তিনিখন..... চাৰিখন...... পাঁচখন........

বহল বহল, বাৰী যেন লগা পাঁচখন বাৰী পাৰ হোৱাৰ পাছত হঠাৎ যেন আন্ধাৰে সিহঁতক আৱৰি ধৰিলে। সূৰ্য লহিয়াবলৈ মাত্ৰ কেইঘন্টামান বাকী। ঘন ঘনকৈ উশাহ সলোৱা অশোকলৈ চাই শোভনাৰ ভয় লাগিল। বোকাৰে লুতুৰি-পুতুৰি অশোক ঘামত তিতি গৈছে। ইতিমধ্যে তেজ খাই নোদোকা হৈ পৰা দুটা জোক, শোভনাই নিজৰ ভৰিৰ পৰা খলহকৈ মাটিত পৰি যোৱা দেখিলে।

ঃ আহ্‌.... ৰৈ নাথাকিবি। দোঁ খাই থকা জংঘলবোৰ আঁতৰাই অশোকে শোভনাক অটব্য অৰণ্য এখনৰ ভিতৰলৈ লৈ গৈ থাকিল।

ঃ এইখন দেখোন ঘন জংঘল..... আহ্‌......। ভয়ত শোভনাৰ সৰ্বশৰীৰ কঁপি উঠিল।

ঃ বেলিও পৰি আহিছে, ব'ল অশোক ঘূৰি যাওঁ চাওলাঙৰ ঘৰলৈ।

ঃ ওঁহো, পুলিচৰ নাড়ী-নক্ষত্ৰ মই জানো...... আন্দোলনৰ সময়ত কিমান এনেকৈ পলাইছো। সিহঁতে চাগে চাওলাঙৰ দেউতাকক ধৰি নিছে। আৰু চাওলাংহঁতে আমাক বিচাৰি এইফালে আহি আছে। পালে ধৰাই দিব। দেউতাকতকৈ মই ডাঙৰ নহয়।

কুকুৰৰ পোৱালী তোৰ বাপেৰ!

ঃ নহয়! শোভনাই প্ৰতিবাদ কৰিলে। অশোক মনে মনে থাকিল।

ঃ তই নাজান পুলিচে খণ্ডৰ ভমকত তোক কি কৰিব পালে। তই ছোৱালী মানুহ — Rape কৰি দিব।

ঃ কিয়, তই নাই জানো?

ঃ মই কি কৰিম? পুলিচৰ ওচৰত কোনে কি কৰিব পাৰে?

অজান আশংকাত শোভনা কঁপি উঠিল।

ঃ ৰাং কুকুৰৰ দৰে জপিয়াই পৰিব পুলিচ।

ঃ এনেকুৱা নেকি পুলিচ? —ভয়ত তাই শিয়ৰি উঠিল।

ঃ ব'ল পলা! —এইবাৰ শোভনা অশোকতকৈ আগত দৌৰ মাৰিলে।

আন্ধাৰে আৱৰি ধৰিলে ঘন অৰণ্যখন। সৰু সৰু জোপোহাবোৰৰ এটা জোপোহাত সোমাই অশোক বহি পৰিল। আকাশলৈ মূৰ কৰি শোভনাই দেখিলে— জোনটো নাই, আজি অমাৱস্যা চাগে।

ক্রমাৎ আন্ধাৰ হৈ অহা জংঘলৰ চাপৰ জোপোহা এটাৰ ভিতৰলৈ অশোক সোমাই গ'ল, শোভনাক অশোকে দুই ভৰিৰ মাজত ৰখাই হাতত নিয়া কাপোৰৰ বেগটো খামুচি ধৰি থাকিল। নাকেৰে দীঘলকৈ উশাহ এৰি শোভনাই ফিচফিচাই অশোকক ক'লে—

ঃ বাঘৰ নিচিনা গোন্ধাইছে....।

ঃ ওঁ.... অশোক কঁপি উঠিল.

ঃ এইফালে আহে যদি!

ঃ পুলিচৰ হাতত ঘূণীয়া হোৱাতকৈ বাঘৰ হাতত মৰাই ভাল।

চ....চ্.....চ্....... শোভনাৰ মুখখন হাতেৰে হেঁচি ধৰিলে সি— চু.....প্........

— হেই — হেই.... হেই........ কোনোবাই নাতিদূৰত হাত এটা টৰ্চ লৈ কাৰোবাক বিচাৰি থকাৰ শব্দ শুনিলে সিহঁতে।

ঃ চাওলাংহঁতে বিচাৰি আহিছে.... চু....প্......

জংঘলৰ জোপোহাত চেপেটা লাগি সোমাই থকা অশোকৰ উশাহ লোৱাৰ শব্দবোৰ কেৱল শোভনাই শুনিলে। এটা সময়ত চাওলাংহঁতৰ মাতবোৰ অদূৰত লীন হৈ গ'ল।

ঃ ৰক্ষা! — অশোকে দীঘল উশাহ এটা ল'লে।

ৰাতি ক্ৰমাৎ গধুৰ হৈ আহিল। গভীৰ হৈ আহিল ঘন জংঘল। চাৰিওফালৰ পৰা বিভিন্ন শব্দই সিহঁতক জুমুৰি দি ধৰিলে। কেৱল ভয় আৰু উশাহৰ শব্দ বাগৰা-বাগৰি কৰি থাকিল দুয়োৰে মাজত।

হুট...... হুট.... হুট.... হুট......

এটা বনৰীয়া গাহৰি নিচেই কাষেদি পাৰ হৈ গ'ল। আন্ধাৰ ৰাতি, গাহৰিৰ বগা দাঁত দুটা কিন্তু মেকুৰীৰ জয়াল চকুৰ দৰে জিলিকি থাকিল।

হঠাৎ শোভনাই অনুভৱ কৰিলে— তাইৰ ঠিক ভৰিৰ ওপৰেদি ঠাণ্ডা দীঘলীয়া কিবা এটা পাৰ হৈ গৈছে। তাই কেটকুট নকৰিলে।

সা......প......... সা.......প.........

ডিঙিৰ ক'ৰবাত আৰ্তনাদ এটা ঠেকা খাই ৰৈ গ'ল। চিঞৰিব নোৱাৰে। কথা কোৱাৰ শক্তিও যেন লোপ পালে।

ৰাতি আৰু গধুৰ হৈ আহিল। ভিতৰৰ শব্দবোৰ বাঢ়ি আহিল। পোক-পৰুৱাৰ অদ্ভুত শব্দ।

জীৱনত এয়া প্ৰথম অটব্য অৰণ্য দেখিছে শোভনাই।

প্ৰথমবাৰ বোকাত ভৰি দিছে!

প্ৰথমবাৰ তেজলগা জোক হাতেৰে ধৰিছে।

প্ৰথমবাৰ ভয়ত পলাইছে।

অশোকৰ বাবে এইবোৰ নতুন নহয়। সৰুৰে পৰা পুলিচৰ ভয়ত ক'তবাৰ যে ঘৰৰ বাহিৰত নৈৰ কাষৰ জংঘলত সি কটাইছে হিচাপ নাই।

মানুহ মৰাৰ কেচত।

মাৰ-পিট কৰাৰ কেচত।

আন্দোলন কৰাৰ কেচত।

কি হ'ব এতিয়া? অনিশ্চয়তাই এতিয়াৰ জীৱন। পোহৰ হোৱালৈ বাট চাবই লাগিব।

হি........ হি........ হি......... নিজান ৰাতিত কাৰোবাৰ হাঁহি যেন লগা শব্দ ভাঁহি আহিল। নিশ্চয় মাইংতে আৰু হনুমান ককাই কোৱা সাধুৰ "আলুখনি জখিনী".....

ভৰিত কিবা এটাই পিৰপিৰাই থকা যেন পাই হাতেৰে পিটিকি বিজলুৱা অনুভৱ কৰিলে তাই। জোক চাগে...... তেজ খাই সৰি পৰিছে।

কন্দাৰ প্ৰশ্নই নুঠে। হাবিৰ জন্তুবোৰৰ খাদ্য হ'ব সিহঁত।

কেতিয়া ৰাতিপুৱাব ??

মৰুভূমিত বিচৰণ কৰি থকা, আকুল দুটা প্ৰাণীৰ দৰে একাগমান পোহৰৰ বাবে অপেক্ষা কৰি থাকিল দুয়ো। শোভনাৰ গাৰ উত্তাপ অশোকে অনুভৱ কৰিলে।

— ইমান জ্বৰ তোৰ? ইমান গৰম তোৰ গা.....

কপালখনত হাত দি সি চক্ খাই উঠিল। বেগত থকা কাপোৰখনেৰে তাইক মেৰিয়াই সি সাৱটি থাকিল। ঘন জোপোহাটোৰ পাতৰ পৰা টপ্ টপ্‌কৈ দুটোপাল পানী শোভনাৰ হাতত পৰিল। তাই মুখেৰে শুহি ল'লে পানী দুটোপাল। পিয়াহত অষ্ঠ-কণ্ঠ শুকাই গৈছিল তাইৰ।

দীঘল ৰাতিটো আৰু দীঘল হ'ল। পুনৰ সেই অদ্ভুত কিচিৰ-মিচিৰ শব্দ। ভালুকৰ উৎকট গোন্ধ! ..... এতিয়া যদি ভালুকে আমাক আক্ৰমণ কৰে? সাপে যদি খোটে... গাৰ ওপৰেদি পাৰ হৈ যোৱা সাপৰ স্পৰ্শ তাইৰ মনত পৰি গ'ল।

কি অদ্ভুত এই ৰাতিটো। জীৱনত কেতিয়াও কল্পনাই চুকি নোপোৱা ৰাতি — মৃত্যুলৈকে কঢ়িয়াই লৈ যাবলগা স্মৃতি।

আজি ৰাতিটো বাচি যোৱা মানেই 'ভয়ৰ সৈতে', 'মৃত্যুৰ সৈতে' যুদ্ধ। 'ভয়' জীৱনৰ বাবে শেষ.... —শোভনাই নিজকে ক'লে।

তাইক দুয়োখন হাতেৰে মেৰাই থোৱা অশোকক এটা গুহাৰ খোৰোং যেন লাগিল।

— ইমান ভয় থাকে মানুহৰ। আন্ধাৰত অশোকৰ ভয়াৰ্ত চকুদুটা ঢ্ ঢ্‌কৈ জিলিকি থকা তাই দেখিলে।

ঃ উহ্.......! জ্বৰত তাইৰ ওঁঠখন ডিঙিৰে সৈতে শুকাই যোৱা যেন পালে।

কৰ'বাৰ পৰা মাদলৰ ৰিণি ৰিণি শব্দ ভাঁহি আহিল। মাদলৰ চাপৰ! ওচৰত বা দূৰত ক'ৰবাত নিশ্চয় বাগান আছে।

ঝক্‌ঝক্ ঝক্‌ঝক্ — জগবন্ধু - জগবন্ধু ফটাছাতি।

নাতিদূৰত এখন ট্ৰেইন পাৰ হৈ যোৱাৰ শব্দৰ লগতে সামান্য আন্ধাৰ ঠেলি পুহৰি পুহৰি পোৱাৰ পোহৰে সিহঁতৰ মুখ কেইখন উজ্জ্বলাই তুলিলে।

কু..... কু..... উ....উ......

কুকুৰাৰ দীঘল মাতটো, বহাগত মতা কুলিৰ কু-উ.... কুউ যেন লাগিল।

কি সকাহ !

পুহৰি পুহৰি পুৱাৰ, ঘোৰ অৰণ্যৰ মাজৰ পোহৰৰ কনাই ইমান সকাহ দিব পাৰে বুলি সিহঁতে ভবাই নাছিল।

পোহৰৰ কণাবোৰ বেছিকৈ গোট খাই, এঘণ্টা মানৰ পাছত সম্পূৰ্ণ পোহৰ কৰি তুলিলে গোটেইখন। চাৰিওফালে সন্তৰ্পণে চাই, অশোকে গোটেই ৰাতিটো একেটা ভাজতে থকা শৰীৰটো কেটকুট কৰিবলৈ যথেষ্ট সময় ল'লে। এটা সময়ত অশোক থিয় হ'ল। বুকুৰ মাজত সাৱটি থকা কাপোৰৰ বেগটোৰ পৰা এযোৰ মেখেলা-চাদৰ উলিয়াই, বহি থকা শোভনাক থিয় কৰাই দি হাতত গুজি দিলে।

সেই অভিশপ্ত মেখেলা-চাদৰযোৰ! বায়েকে চিলাই থকা আকাশী বৰণৰ মেখেলা-চাদৰযোৰ দেখি শোভনাৰ মুহূৰ্তৰ বাবে ৰাতিটো মনত পৰি গ'ল। অভিশপ্ত ৰাতিটো!

কিবা এটা শক্তিয়ে যেন বাৰে বাৰে তাইক এই মানুহটোৰ পৰা আঁতৰাই ৰাখিবলৈ চেষ্টা কৰিছে!

কি এই শক্তি! তাই নাজানে। কিন্তু অনুভৱ কৰিব পাৰে এক দৈৱিক শক্তি। কোনোবাই যেন আলাসতে তাইক বিপদৰ পৰা বচাই আছে। এই শক্তি কি?

এই শক্তিৰ পোহৰত তাই অশোকৰ সঁচা ৰূপটো দেখিছে। এক ধৰণৰ নিৰাপত্তাহীনতা আৰু ভাগৰে তাইক হেঁচি ধৰিলে।

বোকাৰে লুতুৰি-পুতুৰি, তেজ আৰু শুকাই যোৱা বোকাৰ প্ৰলেপবোৰ গছৰ ওপৰত পৰি থকা নিয়ৰৰ টোপালবোৰেৰে মচি তাই গাত কাপোৰযোৰ মেৰিয়াই ল'লে।

ঃ ব'ল, ওচৰতে চাগে ষ্টেচন আছে!

ৰাতিপুৱাৰ শীতল বতাহজাকত তাইৰ গাটো শিৰশিৰাই গ'ল।

ঃ পেটকটা ষ্টেচন চাগে। তোৰ মূৰত ওৰণি লৈ ল। গাঁৱৰ মানুহে নহ'লে তোৰ মুখ দেখি সন্দেহ কৰিব। ব'ল জলদি —

শেষবাৰৰ বাবে ৰাতিটো সোমাই থকা বনৰ জোপোহাটো তাই চাই ল'লে। মকৰা জালেৰে ভৰ্তি। পোহৰত জংঘলখন দেখি বুকুৰ কোনোবা ডোখৰ কঁপি গ'ল তাইৰ!

— এইখন অৰণ্যত এটা ৰাতি!

ঃ ব'ল খৰকৈ। পেটকটাত মোৰ এটা বন্ধু আছে। নহ'লে পুলিচে ঘেৰি ল'ব আমাক।

এখন, এখনকৈ দুখন সেৰেঙা বসতিৰ গাঁও।

ধূলি উৰাই চোতাল সাৰি থকা ওৰণি কামুৰি বোৱাৰী, কৌতূহলী চকু!

এইবোৰ পাৰ হৈ, ট্ৰেইন ধৰিবলৈ অহা ঘোকোট গাঁৱৰ যাত্ৰীৰ দৰে দুয়োটাই যিমান দূৰ পাৰে গৰু খোজেৰে গৈ থাকিল। অনভ্যস্ত ওৰণিখন পৰি যাব খোজাত, অশোকে হাতেৰে তুলি তাইক পুনৰবাৰ সকিয়াই দিলে— 'মুখেৰে কামুৰি ল।'

কেতিয়াবা ক'ত কি মনত পৰে! সৰুতে জন্মাষ্টমীকালীন নিশাৰ ৰাতিবোৰত পাপাটিৰ সৈতে খোজকঢ়া মুহূৰ্তবোৰ মনত পৰি গ'ল তাইৰ। তাইৰ দেউতাকো অশোকৰ সমানেই বা অলপ বেছি ওখ।

দেউতাকৰ ওচৰত নিজকে তাইৰ সদায় 'লিলিপুট' যেন লাগিছিল। অশোকৰ ওচৰত

কিন্তু নালাগিল। মানুহৰ উচ্চতা চাগে সাহসৰ দ্বাৰা জোখা হয়। —তাই ভাবিলে।

মানুহৰ সমাগম বেছি হোৱা পথবোৰ পাৰ হৈয়েই 'পেটকটা' ষ্টেচন। কাষৰ এটা টিনৰ ঘৰৰ দুৱাৰত অশোকে টোকৰ দিলে।

দৰজা খুলি সামান্য ক্ষীণ, মাগুৰ বৰণীয়া মধ্যম বয়সৰ মানুহ এজন ওলাই আহিল।

ঃ হাৰে অশোক? এওঁ?

মানুহজনৰ চকু পোনে পোনে শোভনাৰ ভৰি দুখনলৈ গ'ল। জোকে কামোৰা তেজবোৰ মেখেলা-চাদৰে বাধা দিব পৰা নাছিল।

ঃ যা, তই বাথৰুমলৈ যা। ভাগ্য, ঘৰত পৰিয়াল আজি নাই। মাকৰ ঘৰলৈ গৈছে। অচিনাকি পৰিবেশটো সহজ কৰি মানুহজনে শোভনাক পিছে পিছে আহিবলৈ ইঙ্গিত দিলে। ক্ষন্তেক ভিতৰলৈ গৈ মানুহজনে এটা ডেটলৰ বটল আৰু পানীৰ চৰিয়া এটা লৈ সোমাই আহিল।

ঃ লোৱা, ধুই লোৱা! ডেটল অলপ কপাহত উলিয়াই শোভনাৰ হাতত দি অলপ ভাণ্ডৰলৈ তেওঁ ক'লে— লোৱা, ঘাবোৰত দি দিয়া।

মাতটো সামান্য সৰু কৰি তেওঁ তাইৰ কাণৰ কাষত ক'লে— মা, ইমান সৰু ছোৱালী! তাতে কটনত পঢ়া। দেউতাৰা বৰ বিখ্যাত মানুহ— আমি জানো!

— চেহ্ গোটেইখন কষ্ট পাইছা, আলাসত উঠা ছোৱালী। (ইয়াক নক'বা আকৌ এইবোৰ) মানে অশোকতকৈ ভাল ল'ৰা পালাহেঁতেন। ইয়াৰতো বহুত জেং..... আৰু.....।

— আৰু...... জনজাতীয় মহিলাগৰাকীৰ পাছফালৰ খোৱা আৰুটোৰ দৰে এইটো আৰুও ওপঙি থাকিল। অশোক সোমাই আহিল।

লগে লগেই দুৱাৰত কাৰোবাৰ মৃদু কৰাঘাত শুনি সন্ত্ৰস্ত হ'ল সি। দুৱাৰৰ ফাঁকেদি চাওলাঙক স্পষ্ট দেখিলে সি।

ঃ খুলি দে.....। চাওলাং খৰধৰকৈ সোমাই আহিল কমটোলৈ।

ঃ মই জানিছিলো, হাবি পাৰ হৈ পেটকাটালৈ তহঁতি আহিবি। ব'ল অশোক, পিতাইক পুলিচে এৰেষ্ট কৰি নিছে, তহঁতক নিদিয়ালৈকে এৰি নিদিয়ে ব'ল! বৃটিছৰ পাছত পোন প্ৰথমবাৰৰ বাবে ছোৱালী কেচত বুঢ়াক থানাত থৈছে। ব'ল ব'ল — এইৰ দেউতাক বাঘৰ দৰে। সাংঘাতিক মানুহ। পুলিচে তোক দেখিলেই গুলিয়াই দিয়াৰ অৰ্ডাৰ আছে। ব'ল surrender কৰিবি।

অশোকৰ মুখখন ক্ষন্তেকৰ বাবে ক'লা পৰি গ'ল। ক'ব নোৱাৰাকৈয়ে চাওলাঙৰ ভৰিত উবুৰি খাই পৰিল সি।

ঃ বন্ধু ! যশোবন্ত সিঙে ইতিমধ্যে আমাৰ ৰেজিষ্ট্ৰি বিয়াৰ ঠিক কৰিছে। পেটকাটা পাৰ হৈয়েই আমি ক'টলৈ গৈ বিয়া কৰাম আৰু তাৰ পাছত পুলিচত হাজিৰ হ'ম। এনেয়েও এই বৰ কষ্ট পাইছে। সৰু ছোৱালী।

ঃ ওঠৰ বছৰ হৈছে জানো?

চাওলাঙৰ প্ৰশ্ন উত্তৰত অশোকে ন দি ক'লে— "নহ'ব? কলেজ পালেই ছোৱালী ওঠৰ বছৰৰ হয়।"

ঃ মূৰ্খ! চাওলাং টানকৈ তালৈ চালে।

ঃ মেজিষ্ট্ৰেট মানে — যশোবন্তই মেজিষ্ট্ৰেত এটা আমাৰ ঘৰলৈ আনিবৰ দিনাই পুলিচৰ গাড়ী 'ক্ৰচ' কৰিছে। পুলিচে তাকেই এৰেষ্ট কৰিলেহেঁতেন।

ঃ কি? হাঁ! মাত্ৰ... মাত্ৰ এটা দিন দে ভাই। দেউতাৰ শপত, কালিলৈ পুলিচত surrender কৰিম। এতিয়া টেক্সি এখন চাই দে ভাই। ব'ল মোৰ লগতে।

বুদ্ধি কৰি চাওলাঙৰ হাতত ধৰি, শোভনাক লগত লৈ অশোক ষ্টেচনৰ কাষত শাৰী পাতি থকা নীলা ৰঙৰ টেক্সি এখনত উঠিল।

ঃ ক'লৈ ?

ঃ ব'ল, ৫ ঘণ্টাত নবপুৰ পোৱাই দিবি, ইমাৰজেন্সি।

বাটৰ ধূলি উৰুৱাই গাড়ী তীব্ৰ বেগত নবপুৰলৈ ৰাওনা হ'ল। বাটত কোনেও কাকো একো নক'লে। প্ৰথমবাৰৰ বাবে শোভনাই অনুভৱ কৰিলে, তাইৰ তীব্ৰ ভোক লাগিছে। পেটটো তাই হাতেৰে খামুচি ধৰিলে।

ঃ আৰু ; পেটকাটাৰ মানুহজনৰ 'আৰু'টো মনত পৰি গ'ল তাইৰ......

ঃ আৰু .... আৰু — আৰু কি বাকী থাকিল? আৰু কি বাকী আছে? মনৰ ভিতৰৰ হুমুনিয়াহবোৰ বতাহৰ ধূলিত মিহলি হৈ গ'ল।

'নবপুৰ' !

ঃ যশোবন্তইত অহালৈ বাট চাবলৈ সম্বন্ধীয়া পেহীৰ ঘৰতে ৰ'ব লাগিব। চাওলাং তই টেক্সিখন লৈ ঘৰলৈ যাগৈ। মই কথা দিলো, কালিলৈ কোৱা মতেই কৰিম।

চাওলাঙৰ চকুদুটা বেদনাত ৰঙা কৰবী ফুলৰ দৰে লাগিল।

ঃ অশোক, বুঢ়াটোক পুলিচে ধৰি নিছে, তই বুজিছ নহয়! মই চিন্তাত থাকিম, তই কথা ৰাখিবি।—নমাকৈয়ে চাওলাং টেক্সিত উঠি নেদেখা হৈ যোৱালৈকে অশোকে চাই থাকিল।

ঃ পেহী! পেহী! —খেৰৰ সৰু ঘৰ এটাৰ দুৱাৰ খুলি পকাচুলীয়া খীণ মানুহ এগৰাকী ওলাই আহিল।

ঃ এইজনী দেখোন তোৰ জীয়েৰৰ দৰে, কোন অ'? ইমান সৰু ছোৱালী পলুৱাই আনিছ হ'বলা। মাক-দেউতাকে চিন্তা নকৰিবনে?

মা..... মা..... পাপা...... পাপা..... ৰুণ.... ৰাজ.... ঘৰলৈ মনত পৰি শোভনাৰ চকুত পানী বিৰিঙি উঠিল।

ঃ এগিলাচ পানী! —শুকাই যোৱা ওঁঠখন তিয়াই ল'বলৈ তাই পানী বিচাৰিলে। দুটা দিন পানী খাবলৈকে সুযোগ পোৱা নাই।

আন্ধাৰ কোঠা এটা পাৰ হৈ তাইক ভিতৰলৈ লৈ গ'ল মানুহগৰাকীয়ে। ঢক্ ঢক্কৈ পানী গিলাচ খাই তাই বাথৰুম কোনটো সুধিলে।

তামোল পাতেৰে আবৰা সৰু চেচুকীয়া ঠাই এডোখৰ আঙুলিয়াই দিলে মানুহগৰাকীয়ে। ভৰিৰ মেখেলাখন দাঙি বাল্টিত থকা পানী এবাল্টি ঢালিবলৈ নিজৰ ভৰিখন দেখি তাই চক্ খাই গ'ল। .....তেজৰ কৰাল মৰা দাগ। মেখেলাখন আৰু উজাই দিলে তাই। কৰঙনত

মস্ত এটুকুৰা ক'লা দাগ! জোকে খোৱা ভৰিৰ সক গাঁঠিত। তলমূৰকৈ তাই ঘৰৰ ভিতৰ সোমাল। বহা ঘৰত ওচৰ-পাজৰৰ কৌতুহলী চকুবোৰ দেখি তাই আচৰিত নহ'ল। এটা সময়ত মানুহবোৰে তাইক আৱৰি ধৰিলে।

— অশোকৰ !

— সক ছোৱালী !

— ধুনীয়া !

— চহৰৰ !

কিয়দংশ কথাংশবোৰ তাইৰ কাণত বাজি থাকিল। মানুহবোৰ লাহে লাহে আঁতৰি গ'ল। বাতিটো চকুৰ টিপ এটা নমৰাকৈ আন্ধাৰ কোঠালিটোৰ ঘাম ঘাম গোন্ধোৱা বিছনাৰ এচুকত তাই পৰি থাকিল।

— ই....চ্ ....... ভৰিটো তাই আঁতৰাই দিলে। জংঘলৰ মাজৰ সাপৰ শীতল স্পৰ্শটোলৈ মনত পৰি গ'ল। আৰু কিমান দিন চাগে চকুলৈ টোপনি নাহিব। নিজলৈকে বেয়া লাগি গ'ল তাইৰ.....।

মাহঁতে বা কি কৰিছে ?

আৰু ৰাং কুকুৰৰ দৰে পুলিচবোৰে চাগে আমাক ঘুমুটিয়াই ফুৰিছে।

কবিতাহঁতে চাগে কলেজৰ ক্লাচ কৰি আছে।

ওঁহো, মনত নেপেলাওঁ কাকো। বেছি গণ্ডগোল হ'লে চুইচাইড কৰি দিম!

মৃত্যুৰ কথা এটা তাইৰ মনলৈ আহিল। বহুত দিনৰ পিছত মৰিবলৈ মন গ'ল তাইৰ। ইটো কোঠাৰ পৰা অশোকৰ নাকৰ ঘৰ্ঘৰণি স্পষ্ট শুনিছে তাই। নিৰাপত্তাহীনতাই তাইক বাক্‌ৰুদ্ধ কৰি দিলে লাহে লাহে।

কেনেকৈ মানুহে ইমান নিৰ্ভয়ে শুব পাৰে! ইমান জঞ্জালৰ মাজত? কেনেকৈ খাব পাৰে? কেনেকৈ ??

বাতিটো ক্ৰমান্বয়ে চুটি হৈ আহিল। আন্ধাৰে মেৰাই থোৱা ৰাতিবোৰে যেন কালিনাগৰ দৰে তাইক আৱৰি ৰাখিছে। অথচ এই মুহূৰ্তবোৰত ৰাতিৰ ওৰণি খহাই তাই চকুপানীত গা ধুই থকাৰ বাহিৰে জীৱনৰ আন একো অৰ্থ নাই যেনেই লাগিছে। জীৱনৰ অৰ্থ যদি অভিজ্ঞতা হয়, তেন্তে এইবোৰ ঘটনাই অভিজ্ঞতাৰ অভিধানখন ভৰাই পেলাব বাৰে বাৰে।

জীৱনৰ অৰ্থ যদি সংঘাত হয়, তেন্তে ইয়াতকৈ সংঘাতৰ কিবা বলিষ্ঠ পৰিভাষা আছে যদি মই নাজানো। —তাই ভাবিলে।

কবিতাহঁত চাগে এক্স ৰচনলৈ যাব। বিষণ্ণ অনুতাপৰ উশাহে তাইক মেৰিয়াই ধৰিলে।

— এই নৰকৰ পৰা মোৰ স্বৰ্গলৈ মোৰ বাটটো তেনেই উজু নহ'ব।

"দেহীজনী! প্ৰেম উত্তৰণৰ বাবে। যিয়েই তোক ভাল পাব সি তোৰ উন্নতি বিচাৰিব।"

দেউতাকৰ কথাবোৰ মনত পৰি গ'ল তাইৰ। লগতে তেখেতৰ অবয়বটোও। দেউতাকৰ কোলাত চকুদুটা মুদি শান্তিত উশাহ ল'বলৈ মন গ'ল তাইৰ। উচুপি উচুপি কান্দি দিলে তাই। পাপাটি ! পাপাটি .............

পাপাটি ! মোক লৈ যোৱা। হৃদয় বিদাৰি ওলাল এই আকুতি। সেই সৰুতে অলপ খোজ কাঢ়ি দুহাত মেলি কোৱাৰ দৰে পাপাটি! কোলাত!

পাপাটি ! কোলাত !

সৰু মানে, কলেজৰ পৰা আহিওতো দেউতাকৰ কোলাত উঠিছিল তাই।

ইমান কষ্ট! ইমান শংকা!

আৰু কিমান দিন। অন্ধকাৰত দৌৰি দৌৰি ঘৰলৈ পলাই যোৱাৰ তাইৰ ইচ্ছাটোৱে কাবু কৰাৰ সময়তেই পুনৰ পোহৰ হ'ল পৃথিৱী —

এইবাৰ যাত্ৰা অশোকৰ টাউনৰ কাষৰ এটা সৰু ঘৰলৈ, চাওলাঙৰ বায়েকৰ ঘৰলৈ। নবপুৰৰ পৰা অশোকৰ টাউনলৈ প্ৰায় ৮-৯ ঘণ্টাৰ বাট, অৰ্থাৎ আবেলি মানে গধূলিলৈকে চাগে সেই অচিনাকি ঠাইখন পোৱা যাব।

অশোকৰ মুখত ক্লান্ত হোৱাৰ চাপ।

গাড়ীৰ শব্দ আৰু উৎকণ্ঠা— এই দুটা শব্দৰ ভিৰত সিহঁতৰ মাজত কথা-বতৰা একেবাৰেই নহ'ল। গধূলি টাউনখনত সোমায়েই অশোকে নিৰ্জন ৰাস্তা এটাৰ সমুখত ৰখাই দিবলৈ ক'লে। তাৰপৰা কোৱাৰ্টাৰলৈ দীঘল বাটছোৱা সিহঁত খোজকাঢ়ি গৈ থাকিল।

ঃ কিয়, গাড়ীখন দেখোন ইয়াতেই ৰ'ব পাৰিলেহেঁতেন! —নিৰ্জনতা ভেদ কৰি শোভনাৰ মুখৰ পৰা অকস্মাৎ ওলাই গ'ল।

ঃ নোৱাৰি। কি ঠিক ৰাস্তাত যদি পুলিচে ধৰি লয়! তেন্তে সি ড্ৰাইভাৰে ক'ত গ'লো ক'ব নোৱাৰিব।

ঘৰ্মাক্ত শৰীৰেৰে দুয়োটাই চাওলাঙৰ বায়েকৰ সুন্দৰ কোৱাৰ্টাৰটোৰ ভিতৰত সোমাল। জনজাতীয় মহিলাগৰাকীয়ে সাদৰেৰেই তাইক ভিতৰলৈ মাতি নিলে।

ঃ মাছ আৰু ভাত — ইয়াকেই খাবা!

খোৱাৰ কথা কোৱাৰ লগে লগেই শোভনাৰ পেটটো গুৰ্‌গুৰাই উঠিল। কিমান দিনযে ভালকৈ খাবলৈ পোৱা নাই!

ঃ মুখখন ধুই তাই, চিধাই লাজ নকৰাকৈ ভাতৰ পাতত বহিল। কাষত বহা অশোকলৈ চালে, সিও খোৱাত ব্যস্ত।

দুৱাৰত কলিং বেলৰ শব্দ হ'ল.....

ঃ শোভা! বাহিৰৰ পৰা ভিতৰলৈ সোমাই অশোকে শোভনাক কাণৰ কাষত ক'লে— 'এইমাত্ৰ খবৰ পাইছো, পুলিচে আমি এৰি অহা গোটেইবোৰ ঠাই ১০ মিনিট পিছে পিছে ৰেইড কৰিছে, সম্ভৱতঃ এই ঠাই পাবলৈও বেছি দেৰি নাই। ব'ল, ৰাতিটো বেলেগত কটাব লাগিব।

ঃ ক'ত? ক'ত ?

ঃ ব'ল আগতে। বায়েকক মাত লগাই অশোকে বাহিৰত বৈ থকা সৰু প্ৰায় ১২ বছৰীয়া ল'ৰা এটাৰ পৰা চাইকেলখন লৈ শোভনাক কেৰিয়াৰত উঠাই ল'লে। কোৱাৰ্টাৰৰ পৰা পাহাৰীয়া ৰাস্তাটোৰ মাজেদি গাৰ সমস্ত শক্তিৰে অশোকে চাইকেলখন চলাই গ'ল।

মাজে মাজে ভাগৰত অশোকে বৈ দিলে।

ঃ ব'ল, ব'ল অশোক — প্ৰথমবাৰৰ বাবে শোভনাই ইচ্ছা কৰি পলাই থাকিবলৈ বিচাৰিলে।

ঃ ৰাং কুকুৰৰ দৰে পুলিচৰ ভয়ত ।

ঃ ব'ল ব'ল — Come on.... অশোক ।

প্ৰায় এঘণ্টামান আন্ধাৰ ঠেলি ঠেলি চাইকেলখন গৈ পাহাৰৰ নামনিৰ এটা বস্তিৰ সৰু জুপুৰী এটাৰ সমুখত ৰ'লগৈ। বাকচ যেন লগা সৰু জুপুৰীটোৰ পৰা হাতত টিপচাকি এটা লৈ মজদুৰ বনুৱা এটা ওলাই আহিল।

ঃ আহ বাবু, ভিতৰ দিগে আহিবি! গৰীব মানুহ আমি। ক্ৰকে খবৰ পঠাইছু! ৰাতিপুৱা চিমৰুৰে তইঁতক পাহাৰ বস্তি লৈ যাব! —মলিয়ন দাঁতকেইটা নিকটাই মানুহটোৱে শোভনাৰ ফালে চালে।

ঃ বাবু, এতিয়াতো চহৰত বম ফেলাহ, ঘটনা নাই আছে — ত, কিয় পলাই ফুৰিছ'

দুবছৰ আগতে চিমৰুৰ ঘৰতে আমাকে দেখিছিলিনা? চিমৰুক পুলিচে বিচাৰি ফুৰিছে। লগৰ এটাক ব্লেডেৰে কাটি মৰাই দিলে বাবে — তাৰ ভায়েকটো 'ৰেপ কেচ'ত ফচিচিলেনা, ....তাৰ ভায়েক সেই মাইকীটো। তোৰ বুলেটটোৰ পিছত ঘূৰি ফুৰা মাইকীটো।

প্ৰসঙ্গ এৰাই যাবলৈ অশোকে মজদুৰটোৰ পিঠিত ঢকা এটা মাৰি শোভনালৈ দেখুৱাই ক'লে — 'চাদি কৰিছো, এইটো মোৰ মাইকী।'

ঃ হাঁ — অ'ত চোট? টাউনৰ আছে কি?

ঃ এহ্ বৰ পেকপেক কৰি থাক, কি খানা বনাইছ? আধাখোৱা হ'ল ভাত।

ঃ বেঙেনা আৰু ভাত!

ঃ হ'ব।

দুখন এলুমিনিয়ামৰ থালত গৰম গৰম ভাত আৰু ভাজি লৈ মজদুৰৰ ঘৈণীয়েকজনীয়ে মাটিতে থাল দুখন থলে।

ঃ খা বাবু। শুবলৈ ভি মাটিতে লাগিব। তইতো নেপালী বস্তিতে আহি গৈ থাক। এই মেমচাহাবটো পাৰিবকি নাই?

ঃ পাৰিব। এতিয়া তঁহতি যা, আমাক শুবলৈ দে।

দুষ্টকৈ হাঁহি মাৰি দুয়োটা আঁতৰি গ'ল। সিহঁত বস্তিৰ ওচৰৰ ঘৰটোত শুব বোলে।

ঃ মাত্ৰ আৰু এটা ৰাতি শোভা। মাটিত এখন কাপোৰ পাৰি অশোকে পেট পেলাই শুই শোভনাক পিঠিৰ ওপৰতে শুবলৈ ক'লে।

ঃ মাটিৰ ঠাণ্ডা লাগি তোৰ জ্বৰ বাঢ়িব। আৰু এই বাকচটোত ঠায়ো নাই! কালিলৈ যশবন্ত চাগে আহি পাবহি, টাউনতে ৰেজিষ্ট্ৰি বিবাহ কৰাই ল'ম। তাৰ পিছত চিন্তা নাই। —শোভনাৰ শেঁতাপৰা মুখখন দেখি অশোকৰ চাগে বেয়া লাগিল।

বাঁহৰ দৰ্জাখনত সামান্য ফাঁক কৰি ওবে ৰাতি অশোক পৰ দি থাকিল।

কিজানি পুলিচ ৰাং কুকুৰৰ দৰে ঠাইৰ গোন্ধ লৈ লৈ আহিয়েই যায়! এই পুলিচবোৰ। ইহঁতি সঁচাই কেঁচাই খোৱা বাঘৰ দৰে গোন্ধ পায় অপৰাধীৰ। আন্দোলনৰ সময়ৰ কথা তাৰ

মনত পৰি গ'ল। এই শোভনাৰ দেউতাক নথকাইঁলেতো ৰাং কুকুৰবোৰে তাক চোবাই খালেহেঁতেন! শোভনাৰ দেউতাকৰ অবয়বটোৰ খঙাল চকুকেইটা ..... সন্ত্ৰাসত মনত পেলালে সি। যদি পুলিচে ধৰি লয়, শোভনাৰ দেউতাকে খঙতে তাক হয়তো মাৰি পেলাব!

শোভনাৰ দেউতাক হয়তো ওপৰলৈকে গৈছে। যাবই! শোভনা মানুহজনৰ দেহলাও!

পিঠিত হাতখন দি শোভনাৰ কোমল অঙ্গ এটাত নোচোৱাকৈ সি দিয়া হাতখন উত্মাৰে তাই আঁতৰাই পঠালে।

— এই মানুহটোৰ স্পৰ্শই চাগে কোনোদিনাই মোক আকুল নকৰিব! কেতিয়াও! মনৰ সিদ্ধান্তই খাটাং সিদ্ধান্ত।

Are you a virgin ? মুৰত যেন কোনোবাই হাতুৰীৰে কোবাই গ'ল তাইক! ....

কি অৰ্থহীন এইবোৰ কৰি আছো — ভাল নোপোৱা মানুহ এটাৰ বাবে! এই মানুহটোৰ পৰা মোৰ বৈদিক জুইকুৰালৈ বা কিমান বাট! তাৰ আগতে মই মৰিব নোৱাৰো। মৰিব নোখোজো মই সঁচা মানুহ এটাৰ বুকুত মূৰ নোগোজাকৈ! আৰু কিমান বছৰ লাগিব অশোকৰ পৰা মুকলি হ'বলৈ?

এবছৰ — দুবছৰ — দহবছৰ!

লাগক !

কিন্তু সেয়া হ'বই লাগিব!

আৰু পাপাটিৰ মোক ডাঙৰ কৰা সপোনটো?

কঠিন হ'ব পাৰে। কিন্তু হ'ব লাগিব —

"দূৰ এতিয়া
মোৰ পৰা পোহৰলৈ
শত যোজন বাট এতিয়া
মোৰ পৰা হিয়ালৈ ! —"

কবিতাৰ দৰে শব্দ কিছুমানে আগুৰি ধৰিলে তাইক। ময়েইতো গীতাৰ, কৃষ্ণই সখা অৰ্জুনক কোৱা মই — শ্লোকটো মনতে আওৰালে...........

ৰাতিপুৱাই চিমৰু নামৰ দুৰ্ধৰ্ষ নেপালীটো দৰ্জাৰ কাষতে বৈ থকা দেখি অশোক আগবাঢ়ি গ'ল।

'চিমৰু' — মুখত সংসাৰৰ দাগ, দেখিলেই ঘিণ লাগে মানুহটো। দুৰ্ধৰ্ষ অপৰাধীৰ দৰেই লাগে তাক।

ঃ নমস্কাৰ ভাওজু। কপালত হাতখন লগাই শোভনালৈ চেলাম থুকিলে।

ঃ ব'লক ভাই.....

ঃ ব'ল। শুন, ৰাস্তাত পুলিচ-তুলিচ নাইতো?

ঃ নাই। ৰাতিপুৱা ক'ত পুলিচ থাকিব। আৰে মইতো পলাই কিনি পাহাৰ বস্তিত আছো। মোকভিতো পুলিচে বিচাৰি আছে।

অশোকে তালৈ ইঙ্গিতেৰে মনে মনে থাকিবলৈ কোৱা শোভনাই দেখিলে। একো বাচি নাযায় তাইৰ চকুৰ পৰা। বিশেষকৈ এই সময়ত। নিজেই নিৰাপত্তাহীনতাত ভোগা মানুহবোৰ চাগে এনেকৈয়ে সন্দেহী হয়। অশোকো চাগে নিৰাপত্তাহীনতাত ভোগা এক প্ৰাণী।

ঃ ব'ল, দেৰি নকৰো। শোভনাক লৰালৰিকৈ মুখ ধুই ল'বলৈ দিলে পি।

মুখত পানীখিনি মাৰি হাতৰ আঙুলিৰে দাঁতৰ আলুকেইটা মোহাৰি ধুলে তাই। কিমান দিনযে ব্ৰাছ কৰা নাই!

ঃ এই চিমৰু, পইচা হ'ব? অশোকৰ ক্ষীণ মাত স্পষ্ট শুনিলে তাই।

ঃ দুইশ টাকা দিব পাৰিম। ল.....

ঃ হো, একশ টাকাৰে অলপ দালি, চাউল কিনি ল। পাহাৰ বস্তিত নহ'লে আলু-কচু খাই থাকিব লাগিব।

ঃ হ'ব দে, ৰাস্তাতে কিনি ল'ম।

ঃ একেযোৰ কাপোৰ...... অভিশপ্ত মেখেলা-চাদৰ। চাদৰখন সামৰি থৈ জনজাতীয় মহিলাৰ দৰে মেখেলাখন কঁকালত বান্ধি ল'লে তাই. ঘৰৰ পৰাই পিন্ধি অহা ফ্ৰকটোৰ ওপৰত।

— এতিয়া? এতিয়া কি পিন্ধিছ! ক'ৰবাৰ পৰা যেন মাকে তাইক ধিক্কাৰ দি আছে!

ঃ সৰুৰে পৰা নিজৰ ধৰণেৰেই চলা বেপৰোৱা স্বভাৱটো কেতিয়াবা এনেকৈ পৰিস্থিতিয়ে কাবু কৰিব পাৰিব বুলি সপোনতো তাই ভবা নাছিল। ভবা কথানো কোনটো হৈছে!

শোভনা !

অশোক !

চিমৰু !

মজদুৰৰ ঘৰটোৰ পৰা পুহৰি পুৱাতেই তিনিওটা প্ৰাণী পৰুৱাৰ দৰে সমুখৰ পাহাৰটোৰেদি দিগন্তলৈ আগবাঢ়ি গৈ থাকিল। ডাঠ সেউজীয়া বৰণৰ পাহাৰবোৰে ক্ষন্তেকৰ বাবে শোভনাক অদ্ভুত আমেজ এটা আগবঢ়ালে।

"ক্ষন্তেক এটা চাৰমিনাৰ খাওক, জিৰাওক" .....তেনেকুৱা এক ধৰণৰ পৰিতৃপ্তি!

"ক্ষন্তেক পাহাৰ চাওক, জিৰাওক"!

জিৰণি! জিৰণি শব্দটোৰ মহত্ব ইমান?

আলাসৰ জীৱনটোত জিৰণি যে কিমান আছিল! ১১ টালৈ কলেজৰ পৰা আহি মেৰিয়াই মেৰিয়াই লোৱা জিৰণি।

ভালপোৱা কিতাপবোৰ পঢ়ি ঘৰৰ কাম-বন নকৰাৰ জিৰণি।

কল্পনাৰ সাগৰত হাবু-ডুবু খাবলৈ পোৱা সময়বোৰৰ সৈতে জিৰণি!

আৰু এইকেইটা দিন, যুগৰ দৰে — মানুহৰ, ঘৰৰ, খোৱাৰ, পিন্ধাৰ হিচাপ নাই।

মাত্ৰ পলা — পলা, পলা!

চোৰ নেকি মই, নে ডকাইত, নে হত্যাকাৰী — মোৰ কিয় এনে হ'ব লাগে?

পাহাৰলৈ বগাই যাওঁতে ধৰি থকা অশোকৰ হাতখন তাই এৰাই দিলে। — নালাগে, অকলে পাৰিম। জীৱনত কেতিয়াও পাহাৰ বগোৱা নাই যদিও পাৰিম। নিজকে সদায়েই

কল্পনাত পাহাৰৰ মাজতেই কল্পনা কৰিছিল তাই।

"সমতল ঠাইৰ মানুহৰ পাহাৰত থকা মানুহবোৰলৈ হিংসা হয়।" তাইৰো হৈছিল, কটনত ৰুমমেট, চেলিভি নামৰ নগা ছোৱালীজনীক তাই বহুবাৰ কৈছিল— "Your place is like Heaven".

পাহাৰ আৰু পাহাৰৰ জুৰিৰ প্ৰতি মোৰ সাংঘাতিক দুৰ্বলতা! — তাই কৈছিল চেলভিক।

ঃ তেতিয়াহ'লে পাহাৰী এটাকে বিয়া কৰাই পাহাৰত থাকি যোৱা!

ঃ ওঁ, ভাল হ'ব। পাহাৰৰ টিঙত এটা সৰু ঘৰ, দুটামান ঘোঁৰা।

ঃ একেবাৰে Cowboy style – "Country Road take me home Country Road." —চেলভিয়ে চিঞৰি চিঞৰি গাইছিল।

মেডিকেল কলেজৰ ছাত্ৰী চেলভি, চুটিত সিহঁতৰ ৰুমলৈ আহি দুখত কান্দিছিল—

ঃ ইমান পঢ়িব লাগে — তহঁতৰ ভাল, Arts ল'ব লাগিছিল! Arts মানেই Uncertainity!—তাই কৈছিল।

— ভুল হৈ গ'ল, কেৰিয়াৰত প্ৰাধান্য দিব লগা সময়ত প্ৰেমক প্ৰাধান্য দিয়া হ'ল।

ওঁহো, কেৰিয়াৰতো ঠিকেই আছিল। আৰু প্ৰেমতো উশাহৰ দৰে। দুয়োটাৰে Balanced ৰূপ এটা কিয় হ'ব নোৱাৰে? —

পাহাৰত ঠেকা খাই গ'ল। কিয়? কিয়? কিয়?

খোজ কাঢ়ি কাঢ়ি ভাগৰ লাগিল আটাইকেইটাৰ। এটা সময়ত সিহঁত পাহাৰৰ মাজৰ দুটা সৰু পাহাৰে আগুৰি থকা ঠাই এডোখৰত বৈ গ'ল।

ঃ আইঐ, ইমান ধুনীয়া! ইমান ধুনীয়া পাহাৰ! —হাত দুখন মেলি দি শোভনাই পখিলাৰ দৰে জপিয়াই দিলে। ইমান.... ইমান ধুনীয়া হয় পাহাৰ! ইম্মান ধুনীয়া ??? পাহাৰৰ ঘন ঘন সেউজীয়া টেঁকীয়াবোৰ হাতেৰে চুই চালে তাই।

— আহ্ — আহ্ — ইম্মান ধুনীয়া! "যেন এই পথেদি গ'লে সৰগলৈ জখলা লগাই যাব পাৰি!"

যেন পাহাৰৰ মাজত লুকাই থাকিলে কোনেও ধৰিব নোৱাৰিব সিহঁতক! বহুদিনৰ মূৰত পাহাৰকেইটাই এক সবল নিৰাপত্তাৰ ভাব তাইৰ মনলৈ আনি দিলে।

— জীৱন ধুনীয়া, প্ৰকৃতি ধুনীয়া — এই মুহূৰ্তত নিজকে ক'ব পাৰিছো যেতিয়া জীৱন সঁচাকৈয়ে ধুনীয়া।

কেমেৰাৰ অদৰ্কাৰী ৰিলৰ দৰে, হৈ যোৱা ঘটনাবোৰ মুহূৰ্তৰ বাবে কাটি পেলালে তাই।

— Believe in moments. মুহূৰ্তত বিশ্বাস কৰা। ধুনীয়া মুহূৰ্ত। মানুহ তাত গৌণ! মুহূৰ্ত মুখ্য।

— ইউৰেকা! ইউৰেকা!

পাই গ'লো। জীৱনৰ সংজ্ঞা। বলিয়াৰ দৰে, হৰিণাৰ দৰে তাই অলপ সময় দৌৰি থাকিল।

অশোকে কৌতুকভৰা চাৱনিৰে তাইলৈ চালে। পগলা ছোৱালী এইজনী! নিজৰ বয়সৰ লগত তাইৰ বয়সৰ তুলনা কৰি মনটো তাৰ কোচ খাই গ'ল।

এই বয়স তাইৰ জপিওৱাৰ বয়স, ধেমালি কৰাৰ বয়স। বিয়াৰ বয়স নহয় তাইৰ। মা হোৱাৰ বয়স নহয় তাইৰ। এয়াই সত্য।

আৰু শোভনাৰ চিন্তা-ভাৱনা দহজনী ছোৱালীৰ দৰে নহয়! যিমান কোমল তাই, সিমান টান, জেদী, অহংকাৰী, এক ধৰণৰ Royal, ৰাজকীয় মেজাজৰ।

ৰাণী ক্লিওপেট্ৰা। নিজৰ অৱস্থিতি অক্ষুণ্ণ ৰখা ছোৱালী।

ঃ এই পাগল — ব'ল..... ব'ল। ভিতৰত আৰু ধুনীয়া পাহাৰ আছে।

ঃ জুৰি আছে। ধুনীয়া জুৰি? —চকুৰে-মুখে আশাই নাচি উঠিল শোভনাৰ কণ্ঠত।

ঃ আছেতো! বহুত আছে।

ঃ গা ধুব পাৰিম তাত? গা ধুব?

ঃ পাহাৰীয়া ছোৱালীয়েতো জুৰিতেই গা ধোৱে। চিমৰুৱে মাত লগালে— 'ভাওজু কি পাহাৰ পৰথম বাৰ দেখিছে?'

ঃ ওঁ — ওঁ — ওঁ..... ব'লা, ব'লা — শোভনা এইবাৰ দৌৰিবলৈ আৰম্ভ কৰিলে। চিমৰু আৰু অশোকতকৈ আগত।

পাহাৰকেইটাই সলনি কৰি দিলে তাঁহাতৰ মুড যেন। বিশেষকৈ শোভনাৰ।

পাহাৰত যেন তাই পিক্‌নিক্ খাবলৈ আহিছে! অকলে। অকলে।

জান! জান!

এয়া কাক মাতিছে তাই? কাঞ্চন বৰুৱাৰ 'অসীমত যাৰ হেৰাল সীমা'ৰ ৰঙাটিলা এইটো, তাই গৌৰী!

পাহাৰৰ কুঁৱৰী। অন্তৰৰ ভিতৰৰ পৰা নিজকে কোনোবা জনমত ঘোঁৰাত উঠি ফুৰা ৰাণী যেন লাগে। ৰাণীৰ দৰে আদব-কায়দা।

ৰাণীৰ মেজাজ।

ৰাণীৰ হুকুমদাৰী।

মানুহক আবেদন-নিবেদন কৰাৰ কথা সপোনতো নাভাবে তাঁই, তোষামোদ কৰাৰ কথাও —

"মূৰটো তল কৰিলে যেন মূৰটো ছিগি যাব।"

জান ! জান!

কাৰোবাক মাতিলে তাই! কাক মাতিলে?

তাইৰ ফেন্টমক!

ক'ত ক'ত মোৰ জান? কেতিয়া আহিবা মোৰ জীৱনলৈ!

অশোকহঁত পাচ পৰি গৈছিল।

ঃ লা...হে — লা...হে পাহাৰত জংঘলী মানুহ আছে!

ঃ হাঃ? শোভনা বৈ গ'ল। জংঘলী মানুহ!

ঃ গাৰ জোৰেৰে অশোক আগবাঢ়ি আহিল তাইৰ ওচৰলৈ। সামান্য দূৰৰ পাহাৰীয়া চাং-ঘৰবোৰলৈ আঙুলি টোৱাই সি কৈ গ'ল— "দেখিছ নহয়, সেইবোৰ নগাবস্তি। সিহঁত জংঘলী মানুহৰ দৰে। তই একো নক'বি। যি ক'ব লাগে চিমৰুৱে ক'ব।"

ভাগৰ নলগাঁকৈয়ে সিহঁত বস্তিৰ চাং-ঘৰবোৰ পালেহি। বেলি তেতিয়া মূৰৰ ওপৰলৈ উঠিছিল। পাহাৰীয়া জুৰি এটাৰ প্ৰায় ওপৰতেই এটা বাঁহৰ চাংঘৰ। জখলা বগাই তাহাঁত ভিতৰ সোমাল চাংঘৰটোৰ।

মাজত একুৰ জুইৰ শাল।

তলত এসোপা গাহৰি!

আৰু চুকত বিড়ি হুপি থকা এটা ডেকা নগা ল'ৰা। চিমৰুৰে অশোকক কাণে কাণে কিবা এটা কৈ, ল'ৰাটোক হাতত ধৰি বাহিৰলৈ লৈ গ'ল!

বাঁহৰ ফাকেদি শোভনাই তলৰ জুৰিটো দেখি, আনন্দত আত্মহাৰা হ'ল।

ঃ হেই অশোক, অশোক.... চা-না — চা-না..... পানী। পানী.... জুৰি — আহ্ মই যাওঁ। তললৈ, মাত্ৰ ভৰিটো তিয়াই গুচি আহিম।

যাওঁ !

যাওঁ !

চঞ্চল হৈ পৰিল তাই।

ঃ মনে মনে বহি থাক! ইমান ফূৰ্তি কৰিব নালাগে। হাতত এক পইচা নাই এতিয়া। মইহে জানো। কিমান চিন্তা! চাল্লা, চিঞৰিছিলি কেলেই? নিচিঞৰি মনে মনে আহিলে এনেকৈ পাহাৰে-জংঘনে পলাই থাকিল লগা নহয়েই। —অশোকে ডবিয়াই দিলে তাইক!

ঃ মই দেখোন কৈছোৱেই কিয় চিঞৰিছিলো। এতিয়া বাৰে বাৰে কৈ নাথাকো একেটা কথাকে। আৰু শুন, মোক গালি নাপাৰিবি। গুচি যাম মই নহ'লে!

ঃ শুন, চাওঁ এইফালে আহ, ওচৰলৈ। —অশোকে হাতেৰে ধৰি শোভনাৰ মূৰটো তাৰ বুকুত সুমুৱাই ল'লে।

ঃ তই জানো মোক ভাল পাৱ? কচোন। ভাল পালে আহিবলৈ ইমান হুলস্থূল নকৰ দেখোন!

অশোকৰ মুখলৈ নোচোৱাকৈ অশোকৰ বুকুত সোমাই থকা তাই উত্তৰ দিলে, চুটি উত্তৰ— স্পষ্ট উত্তৰ!

ঃ মই বিয়া হ'ব নিবিচাৰো! ......

ঃ নহয়, নিবিচাৰিছিলো বুলি ক। তোৰতো বিয়া হৈ গ'ল। VIRGINITY.....

ঃ চুপ থাক! এচাৰ মাৰি শোভনা অশোকৰ বুকুৰ মাজৰ পৰা ওলাই আহিল।

ঃ উচ্চাৰণ নকৰিবি সেই শব্দ! মোৰ মতে বিয়া এক বিশ্বাস — এক আবেগ, এক নিৰাপত্তা.... তই নুবুজিবি! কস্মিন কালেও নুবুজিবি! বুজাই থাকিলেও নুবুজিবি।

ঃ সেন্দূৰ দিলেই বিয়া নহয়, ক'তা বায়েৰৰ তাত সেন্দূৰ দলিয়াই দি তইতো ওচৰত নাথাকিলি, বা পাপাটিক Face নকৰিলি.... আৰু VIRGINITY.... VIRGINITY IS A STATE OF MIND –

ঃ বেশ্যাৰ দৰে কথা কৈছ তই, ঠিকো নাই কটনত চাগে..... সেইযে তোক পোৱা নাছিলো ৰাতিৰ ফাংচনত — ক'ত বা শুইছিলি?

ঃ Shut up....... শোভনাই চিঞৰি দিলে এইবাৰ।

ঃ তোৰ লগত মোৰ নহ'ব অশোক। নহ'ব মানে নহ'ব। .. you donot trust me .......... and love means trust.

উঠি অহা খংটো তললৈ বৈ যোৱা জুৰিটো চাই তাই দমাই ৰাখিলে —

বাঁহৰ চাঙৰ এটা কোণত বহি জুৰিটোলৈকে চাই থাকিল তাই।

অশোকে আৰু একো নক'লে তাইক। মাজে মাজে তাৰ তাইক ভয় লাগে। লুক-ঢাক নকৰাকৈ সঁচা কথা ক'ব পাৰে মানুহবোৰ বৰ ভয়ংকৰ।?

এক, শোভনাৰ দেউতাক!

এক, এই শোভনা!

দেউতাকৰ কাৰ্বন কপি এইজনী! যিমান কোমল, সিমান কঠিন।

যিমান পাতল, সিমান গভীৰ!

যিমান সহজ, সিমান জটিল!

— হয়তো, সুধিব নালাগিছিল তাইক কথাটো। চকুৰ আগতেই তাই ডাঙৰ হৈছে। এতিয়ালৈকে তাৰ লগতেই ইচ্ছাকৈ দৈহিক সম্পৰ্ক ৰখা নাই। কিতাপত ডুবি থকা ছোৱালী! আবেগত ডুবি থকা ছোৱালী নহয় তাই। আৰু মই-- "শোভনাতো মোৰ জীৱনত মই চুই পোৱা প্ৰথম নাৰীদেহ নহয়!"

দেহৰ ভোকৰ সময়ত ঘৰ বা পৰৰ একো ব্যাকৰণতো সি মনা নাই! তেন্তে ''!

চিমৰুৱে হাতত চাউল-দাইলৰ টোপোলা এটা লৈ জুহালৰ কাষত বহি ভাত বনোৱাত লাগিল।

ঃ ই দিনত থাকিবলৈ দিছে। হিন্দু মানুহক বোলে এই বস্তিত থাকিবলৈ নিদিয়ে।

ঃ কিয় ?

ঃ কিয় মানে.... ইহঁত খৃষ্টান। গাৰ কাষতে সৌটো হিন্দুবস্তি, মই তহঁতৰ থকাৰ বন্দবস্ত কৰি আহিছো। ৰাতি থকাৰ। দিনটো ইয়াতে থাকিবি।

চিমৰুৰ নাকৰ পৰা শেঙুনৰ চটা এটা উৰি গৈ ওফৰি দাইলত পৰিল।

ঃ ছিঃ! —শোভনাৰ মুখৰ পৰা ওলাই গ'ল। 'মই ভাত নাখাওঁ'।

ঃ কিয়? —অশোকে তাইলৈ টানকৈ চালে।

ঃ এনেয়ে। ....মানে দাইল নাখাওঁ, নিমখ-তেল দি ভাত খাম।

ইতিমধ্যে দিনটো একো নোখোৱাৰ বাবে ভোকো লাগিছিল তাইৰ।

ভাত খাই সামান্য জিৰণি লৈ চিমৰু থিয় হ'ল।

ঃ ব'ল ভাই — ই বৰ জেং ল'ৰা। আগতেই বস্তিটো এৰি গুচি যাওঁ।

বাধ্য ল'ৰাৰ দৰে অশোকে হাতত থকা মোনাটোত অবশিষ্ট দাইলৰ টোপোলাটো ভৰাই ল'লে।

ঃ চিমৰু, যশবন্ত আহিব তোৰ বায়েৰৰ তাত। তই আজি ৰাতি গৈ তাত থাকগৈ। সিহঁতক ইয়ালৈকে লৈ আহিবি। সি পইচা অলপ যোগাৰ কৰাৰ কথা! ৰেজিষ্ট্ৰেছন টাউনত সি ঠিক কৰি থৈছেই।

চিমকুৱে মূৰ দুপিয়ালে 'হ'ব!'

যথা সময়ত আৰু এটা চাংঘৰৰ ওপৰত সিহঁতি ৰ'লগৈ। থিয়কৈ এটা পাহাৰ ওপৰত। ওপৰৰ পৰা চাই তাই সিঞাৰি উঠিল। পৰিলেই শেষ!

এসোপা গাহৰি চাংঘৰৰ তলত ভৰাই এজনী নগা বুঢ়ী, জখলাই দি চাংঘৰটোলৈ সোমাই আহিল।

ঃ ওঁ 'চিমকু' —

ঃ এইটো ল'ৰা মানুহ, এইটো তাৰ মাইকী, বিয়া হৈছে। দুদিন থাকিব!

ঃ হ'ব দে — হাতখন বুঢ়ীয়ে আগবঢ়াই দিলে।

ঃ ল! —টকা পাঁচটা চিমকুৱে আগবঢ়াই দিলে।

ক'লা দাঁতকেইটা নিকটাই বুঢ়ীয়ে হাঁহি এটা মাৰিলে।

জুহালৰ ওচৰৰ সৰু কম এটালৈ বুঢ়ীয়ে সিহঁতক বাট দেখুৱাই দিলে। একাষত এখন এজনীয়া পালেং।

ঃ আমি গধূলিতে বাত খায় ককাই। —বুঢ়ীজনীয়ে অশোকলৈ চাই ক'লে। ....কোনো কৌতূহল নাই চাবনিত।

ঃ ভাই থাকিবি, মই যাওঁ — আন্ধাৰ হৈছেই.....

জুহালৰ পোহৰে সৰু কোঠাটোত সামান্য পোহৰৰ আভাষ এটা দি থাকিল। অৱশ অৱশ লগা শৰীৰটো লৈ শোভনাই সৰু কাঠৰ বিছনাখনত বহি পৰিল।

ঃ গাৰু...... গাৰু ক'ত?

ঃ এইটো! — মূৰৰ শিতানত থকা পিৰা এখন অশোকে আঙুলিয়াই দিলে।

ঃ কি - ই? এইখন কাঠৰ পিৰা নে গাৰু? কেনেকৈ মূৰত ল'ম?

ঃ এনেকৈ? পিৰাখনত মূৰ দি অশোক দীঘল দি পৰিল।

'আহ'! শোভনাক কাষলৈ চপাই ল'বলৈ সি বিচাৰিলে।

ঃ না !

ঃ কিয় ?

ঃ মই চাগে, মেনচ্ হৈছো —

ঃ কি? হাঁ! ধুৰ্......... ধুৰ.........!

মনৰ ভিতৰতেই অশোকে নিজকে ক'লে। সি ভাবিছিল— পলাই থাকোতেই যদি পেটত বাচ্চা এটা কৰিব পৰা যায়, সি বাচি যাব। দেউতাকেতো পেটত বাচ্চা থকা ছোৱালীজনী ঘৰত নাৰাখে। তাকেই দিব লাগিব। যশৱন্তই তাকেই কৈছিল কাৰণে স্কুলৰ গাটোতে সি তাইক ............. কিন্তু লাভেই নহ'ল। মাহেকীয়াৰ আগৰ পিৰিয়ডবোৰ 'চেইফ্' পিৰিয়ড। তাৰ মানে — আৰু এসপ্তাহ ৰ'ব লাগিব।

ধুৰ্...... ভবা মতে মাক কৰিব নোৱাৰা শোভনালৈ চাই থাকিল সি।

— কিয়! কিয়, কি শক্তিয়ে এইক মোৰ কৰাত বাধা দিছে ? ..... ঘৰত তাইক যাদু-মন্ত্র কৰা নাইতো, অশোকৰ মনত সেই এটা কথাই সোমাই গ'ল দ'লৈকে।

বেগত থকা চাদৰখন দাঁতেৰে ফালি তাই অশোকক বাথৰুমলৈ যাবলৈ জপ ধৰিলে.
ঃ সেইয়া — আন্ধাৰত থিয় পাহাৰ এটাৰ তললৈ বুঢ়ীয়ে আঙুলিয়াই দিলে।

আন্ধাৰ ৰাতি খুপি খুপি অশোকৰ হাতত ধৰি তাই তললৈ নামি গৈ থাকিল, পেচাব কৰিবলৈ —পিচলিলেই খতম জীৱন!

□□□ শাৰী শাৰীকৈ জুইৰ ওপৰত আঁৰি থোৱা মঙহবোৰ গাহৰিৰ। অশোকে এটুকুৰা লৈ মুখত ভৰালে। বুঢ়ীজনীয়ে হাতেৰে মোহাৰি মোহাৰি কবি পাত, কচু, আলু এসোপা পানীত বঢ়াই, অলপ খৰিচা তাতে ঢালি দিলে।

পাঁচমিনিট মানৰ ভিতৰতে জুইৰ কাষত বহি থকা দুয়োটাকে বুঢ়ীয়ে দুখন ভাতৰ থাল, আৰু শাক-পাচলিবোৰ আগবঢ়াই দি নিজেই গো-গ্ৰাসে খোৱাত লাগিল।

— ওৱাক। ওৱাক! ভাতৰ গৰাহ মুখত লৈ, শাক-পাচলিৰ কেচেমা-কেচেম গোন্ধটোৰ বাবে শোভনাৰ উশাহ বন্ধ হৈ যোৱাৰ উপক্ৰম হ'ল। চাঙৰ বাহিৰলৈ দৌৰি গৈ তাই বমি কৰি দিলে। হালধীয়া বৰণৰ বিজলুৱা পানী!

......একো নোখোৱাকৈয়ে তাই টোপনি গ'ল। ভাগৰত ইতিমধ্যেই কাহিল হৈছিল তাই !

আন্ধাৰ ৰাতি মূৰত গাৰু কৰি লোৱা কাঠৰ পিৰাখনৰ কৰ্কশ স্পৰ্শটোৱেহে শোভনাক সাৰ পোৱাই দিলে। এজনীয়া বিছনাখনত একাটিকৈ শুই কঁকালটো ইতিমধ্যে ভাঙি যোৱা যেনেই লাগিছিল তাইৰ। এতিয়াহে গম পাইছে!

চাৰ্চৰ গীৰ্জাৰ ঘণ্টাত ২টাৰ কোব পৰিল।

"অনুন্নত, উন্নত কথা নাই ; খৃষ্টান ধৰ্মৰ মানুহবোৰে একপ্ৰকাৰৰ পৰিপাটি জীৱন এটা দিবলৈ যত্ন কৰি সফল হৈছে। বুঢ়ীজনীয়ে দিয়া শাক-পাচলিখিনি মনত পৰি আকৌ বমি বমিৰ ভাব এটাই পেটটো যেন পাক মাৰি ধৰিলে।

চকুদুটা মেলি মেলি শোভনাই একাদিক্ৰমে মনলৈ আনি থাকিল..... পাৰ হৈ যোৱা দিনবোৰৰ বিচ্ছিন্ন ছবি।

কিমান অসংলগ্ন!

পিকাছোৰ ছবিবোৰৰ লগত নিমিলা লাইফ ষ্টাইলটোৰ দৰে।

হিটলাৰৰ মিছা মেইন কাম্প আৰু ইহুদীবোৰৰ দৰে।

হিটলাৰ !

পিকাছো!

ৰুজভেল্ট !

নিজে পঢ়া শ শ কিতাপৰ ভিতৰত কোনোবা এখন কিতাপৰ কথা মনত পৰিল। "পিয়েৰ লা মুৰে'ৰ — "জীৱনত প্ৰেম নাথাকিলে সকলো অৰ্থহীন" —

ঠিকেই চাগে, "লিখক হ'বলৈ গভীৰভাৱে জীৱনক উপলব্ধি কৰিব লাগে"।

— লিখক হোৱাৰ সেয়াই চৰ্ত। একমাত্ৰ চৰ্ত। ভাল লিখক হ'বলৈ গভীৰ চিন্তা লাগিব। ঘণ্টা ঘণ্টা একেলেঠাৰিয়ে বহি বহি লিখি থাকিব পৰা ধৈৰ্য লাগিব। আৰু লাগিব শব্দৰ প্ৰতি এক অদ্ভুত প্ৰেম, ঠিক এজন পৰিচালকে ভাল এখন ছবি বনোৱাৰ দৰে এক প্ৰচণ্ড ইচ্ছা!

—প্ৰচণ্ড ইচ্ছা থকা মানুহ কেতিয়াও নাহাৰে!

ৰুজভেল্টে কৈছিল, পাপাটিয়েও কৈছিল— হাৰটো বেলেগ কথা, আৰু হাৰ নামানি চেলেঞ্জ লোৱাও বেলেগ কথা।

সাধাৰণ বজাৰলৈ মোনা লৈ কেউকাষে কি হৈ আছে কাম নকৰা, পোক-পৰুৱাৰ দৰে মানুহবোৰৰ পৰাতো শিকিবলৈ একো নাই! ......একো নাথাকে!

মুঠতে, প্ৰেমৰ পৰা শিকিব লগা আছে।

এনেকুৱাওতো হ'ব পাৰিলেহেঁতেন — অশোকে, প্ৰথম ৰাতিটো আলফুলে তাইক আগৰ দৰেই সাবটি ধৰিছে, চুমা খাইছে।

বা আজিৰ দিনটোত জুৰিকেইটাৰ পাৰত এখন হাতত ধৰি আলফুলে চুমা এটা খাইছে। এতিয়া সাবটি ধৰি আছে, ব্যতিব্যস্ত হৈ সুধিছে— জ্বৰ কিমান এতিয়া! কিমান!

নাই !

কিবা এটা শূন্যতাই তাইক সাবটি ধৰিলে।

"প্ৰেমহীন জীৱনৰ নিৰুদ্বেগ শূন্যতা এয়া!" এই শূন্যতা সহ্য নহয়। সহ্য নহয় এই শূন্যতা। দৌৰি দৌৰি তাইৰ ঘৰলৈ পলাই যাবৰ মন গ'ল —

এই কেইদিন ঘূৰি ঘূৰি ঘৰ আৰু পৰিয়ালৰ মূল্য চাগে তাই বুজি উঠিছে — ভালকৈয়ে।

হয়তো পাপাটিৰ মৰম আৰু আস্থাৰ বাবে জীৱনত কেতিয়াও শূন্যতা নাছিল!

আছিল। কিন্তু সেয়া প্ৰেমৰ প্ৰতি এক হাবিয়াসহে। এনেকুৱা একো ভৱিষ্যত নোহোৱা শূন্যতা নহয়! পাৰি জানো মাত্ৰ এটা মিছা মানুহৰ বাবে, জীৱনৰ সমস্ত লক্ষ্যবোৰ চুৰমাৰ কৰি ত্যাগৰ প্ৰতিমূৰ্তি হ'ব?

নাই, মই সতী নহয় ; বেউলাও নহয়, মই প্ৰেম বিচৰা তেজ-মঙহৰ এজনী মানুহহে সঁচা প্ৰেম বিচৰা —

এইটো ল'ৰাই হোষ্টেলত একঘণ্টা দেৰিকৈ পালে পৃথিৱী কঁপাই দিছিল!

সঁচা প্ৰেম জানো ইমান সহজে শেষ হয়?

লানি নিছিগা চিন্তাৰ ধাৰ!

চকুদুটা ট-টকৈ মেলি ভাবি ভাবি ভাগৰত আকৌ যেন তাই লালকাল হৈ, নিজকে কষ্ট দিব। .........

হয়তো বহুত দূৰত মা আৰু পাপাটি, ৰুণ আৰু ৰাজো সাৰে আছে!

সন্তানৰ বাবে ইমান কষ্ট জানো কাৰোবাৰ হয়?

ক'ত হৈ গ'ল ভুলটো........

......গীৰ্জাঘৰত চাৰিটাৰ ঘণ্টা বাজিল।

সৰু সৰু ল'ৰা-ছোৱালী, গাহৰি, কুকুৰা, চৰাই — এইবোৰৰ এক কিচিৰ-মিচিৰ শব্দই অশোককো সাৰ পোৱাই দিলে।

চকু মুদিয়েই সি হাতেৰে তাইক খেপিয়াই চালে। — কি হ'ল, টোপনি ধৰা নাই? চাওঁ জ্বৰটো। .....

ঃ অশোক! মই গা ধুম, কেইবাদিনো গা ধোৱা নাই ; লেতেৰা লাগিছে তাতে। বৰ কষ্ট পাইছো।

অশোকে বেয়া পাব বুলি কথা ক'বলৈ আৰু তাই সংকোচ নকৰা হৈ আহিছে।

ঃ ৰ, এক ঘণ্টাৰ পাছত — ছোৱালীবোৰৰ গা ধোৱা এটা জুৰি আছে। ল'ৰাবোৰ তালৈ নাযায়।

ঃ জুৰি..... হাঁ — ক'ত? শুই থকাৰ পৰা উঠি বহি গ'ল তাই।

ঃ পাগলী! ইমান ভাল পাব জুৰি...... পাহাৰ...... —কৌতুকভৰা চাৱনিৰে শোভনাৰ উজ্জ্বল চকু দুটালৈ চাই অশোকে হোঁ-হোঁৱাই হাঁহি দিলে।

ঃ চু......চু ......চুপ্। —শোভনাই তাৰ ওঁঠখন হাতেৰে হেঁচা মাৰি ধৰি থাকিল। —জুৰি ভাল পালে যদি পাগল হয়, হয় মই পাগলী। মোক ইয়াতে থৈ তই যাগৈ, মই পাহাৰতে থাকি যাম!

ঃ মই নোহোৱাকৈ তই থাকিব পাৰিবি?

অশোকৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰাকৈ, চুটিকৈ কেৱল নিশ্বাস এটা পেলালে।

ঃ অশোক, পাপাটিৰ চাগে বৰ কষ্ট হৈছে নহয়!

ঃ নাই হোৱা। হ'লে ছোৱালীৰ Publicity অন্ততঃ নকৰে --

ঃ কি Publicity ?

ঃ তই বেয়া পাবি বুলি দেখুওৱা নাই, ইতিমধ্যেই পেপাৰত কথাটো ওলাইছেই।

ঃ হাঁ — হাঁ.......!

Not possible – নিশ্চয় পাপাৰ Rival সাংবাদিকৰ কাম। সৰুৰে পৰা সাংবাদিক দেখিছো!

ঃ তোৰ বাপেৰক ময়ো জানো!

ঃ নাজান! মানুহক জানিবলৈ এখন সঁচা হৃদয় লাগে। সঁচা আৰু সাহসী মানুহক জানিবলৈ এখন সঁচা হৃদয় লাগে।

ঃ তাৰ মানে মই দুই নম্বৰী!

ঃ দুই নম্বৰীয়েইনে তিনি-চাৰি-পাঁচ-ছয় নম্বৰী? —কিয়, পাপাটিয়ে আন্দোলনত তোক আশ্ৰয় দিয়া নাছিল!

ঃ দিছিল! কিন্তু?

ঃ কিন্তু? কিছুমান কথাৰ কোনো কিন্তু নাথাকে! যেনে মানুহে কৰা উপকাৰৰ!

ঃ স্বাৰ্থপৰ মানুহেহে উপকাৰী মানুহক পাহৰি যায়.....

ঃ তোক নিশ্চয় যাদু কৰা পানী খুৱাইছে। —শোভনালৈ চাই সি বিশ্বাসভৰা কণ্ঠেৰেই ক'লে। — 'এইবাৰ তোক বেলেগ যেন লাগিছে। আগৰ মোৰ সহজ-সৰল জানজনী নাই দেখোন!'

ঃ একো যাদু-মন্ত্ৰ নাই, যি ভাবিছো তাকেই কৈছো। ব'ল ব'ল গা ধুবলৈ, ব'ল না....!

ধহমহলৈ [illegible] তাই মানুহৰ চাঙৰ পৰা জখলাৰে নামি গৈ অশোক তললৈ নহালৈকে মাতি থাকিল। চাঙৰ পৰা জুৰিলৈ গোটেই [illegible] তাই আনন্দতে সুহৰিয়াই গ'ল।

অশোক, এইটো ৰঙা পখিলা!

অশোক, চা-না এইটো ভাটৌ —

অশোক — আ.....হা — সেইটো জুৰি.........

ঃ যা, ম[illegible] আছো। সেই জোপোহাটো.... তাত গৈ কাপোৰ সলনি কৰ। চিমৰুৱে কৈছে, ইহঁতি গাভৰুবিলাকে কাপোৰ নিপিন্ধাকৈয়ে গা ধোৱে।

অশোকে কি কৈছে কাণত নোসোমাল তাইৰ। জুৰিৰ পাৰৰ ঘন জংঘলৰ মাজলৈ সোমাই গ'ল তাই।

মস্ত ৰঙা এটা মকৰা!

আনদিনা হ'লে তাই চিঞৰ মাৰি দিলেহেঁতেন। সেইদিনা লাঠি এডালেৰে তাক গুচাই দিলে। জংঘলবোৰক যেন তাই চিনি পাইছে।

সাপ বগাই যোৱা ৰাতিটোলৈ চাৎকৈ মনত পৰি গ'ল তাইৰ। জংঘলৰ পৰা ওলায়েই হালধীয়া মেখেলাখন মেথনি মৰাদি মাৰি ওপৰৰ পৰা বৈ অহা পাহাৰী জুৰিটোত নিজকে এৰি দিলে তাই। সন্মুখত অশোক, কোনেও নাচায় চিন্তা নাই!

ওপৰত নীলা আকাশ!

চাৰিফালে পাহাৰ সেউজীয়া —

এয়া সৰু সৰু জুৰি, যেন পাহাৰৰ পৰা ওলাই অহা এশাৰী কবিতা......!

চৰাইৰ মাত...।

পৰুৱাৰ দৰে দূৰৈৰ সহজ-সৰল জনজাতীয় পাহাৰী মানুহৰ গীত— "ল'ৰা-বুঢ়া কাক কয়, ডালিমী নুবুজ তই।"

— ডালিমী নেকি মই!

পাহাৰৰ গদাপানিৰ ডালিমী? .........

— আঃ .....জুৰিৰ পানীৰ শীতল স্পৰ্শত পানীত পেখম ধৰা ম'ৰাৰ দৰে অঙ্গী-ভঙ্গী কৰি নাচি নাচি তাই গা ধুই থাকিল তাই......

চিঞৰো নেকি? পাহাৰবোৰত ঠেকা খাই যাব! কি চিঞৰো?

এইযে মই ভাল পাইছো। এইযে মই এই দুৰ্ঘটনাবোৰ নোহোৱাহ'লে ইমান ধুনীয়া মুহূৰ্তবোৰ কেনেকৈ পালোহেঁতেন!

"ভাবিবলৈ দিয়া

মুহূৰ্তত ভৰি থাকে দিন

সুধিবলৈ দিয়া

ক'ত সজাবা তোমাৰ

ঘৰ মোৰ বুকুত

নে উদং মাটিত!

......কুট্টিৰাজনে ভাঙি দিয়া মোৰ ঘৰটো!
এইয়া মোৰ বুকুত আছে —
কোনেও চুৰমাৰ কৰিব নোৱাৰা ঘৰ।"

মোৰ সপোন মোৰ!
মোৰ সপোন বাস্তৱ কৰাৰ দায়িত্ব মোৰ!
মোৰ সপোনবোৰত জিৰণি লোৱাৰ স্বাধীনতা মোৰ।
ভিক্ষাৰীৰ দৰে কাৰো ওচৰত হাত পাতি মই নকওঁ —
এয়া মোৰ সপোন!
মোক বাস্তৱ কৰি দিয়া —
কোনো সাধাৰণ নাৰীৰ দৰে ভবাও নাই. কোনোবা পুৰুষৰ ধনেৰে ধনী হ'ম মই—

মোৰ সপোনটো মৰমতে আৰম্ভ, মৰমতে শেষ। অমৃতাৰ, ইমৰজ লাগে মোক। পাহাৰ লাগে, আৰু এইয়া প্ৰকৃতিৰ লগত নাচিবলৈ লাগে......

F-REE DOM..........
I...... am.... Jane.......
জেন..... মই.....
জেন..... আৰু ফেণ্টমৰ Tree house ক'ত —
আ....হ.....হা..... হা.....

থিয় হৈ থকা শিল এচটা জাপ মাৰি আন এটা শিলৰ পৰা অশোকে শোভনাৰ মুখৰ পৰা ভৰিলৈ চাই থাকিল। যেন মহতিয়াই নিব সেই চাবনিৰে সি তাইক......

ঃ শুন, ছোৱালীবোৰক পানীত তিতি থাকিলে অদ্ভুত ধুনীয়া দেখি, চেক্সি লাগে।? তোৰ বডিৰ ষ্ট্ৰাকচাৰটো অদ্ভুত চেক্সি — তোৰ বাহুটো! তোৰ চুলিখিনি!

ভাল লাগি গ'ল শোভনাৰ....। এই পৰিবেশত চব ভাল লাগি যাব তাইৰ।

অশোকে দলি মাৰি দিয়া চাদৰখনেৰে গাটো মেৰিয়াই, আকৌ জুৰিত গাটো তিয়াবৰ মন গ'ল তাইৰ.....। পাৰিলে গোটেই দিনটো পানীতে তিতি থাকিব পাৰিলে বেয়া নহয়।

পিক্‌নিক্ খাবলৈ মাকহঁতৰ লগত গৈ বহুবাৰ তাই পাহাৰৰ পানী পালে বৈ থাকোতে লগৰবোৰ আগবাঢ়ি গৈছিল।

সেয়া সৰু কালৰ কথা! কিন্তু এনেকৈ, ইমান মুকলিকৈ — আহ্.... এয়াই চাগে স্বাধীনতা —

বুকুৰ কোনোবা এটা চুকত লুকাই থকা পেন্ ফ্ৰেইণ্ডজনীলৈ চেৰেংকৈ মনত পৰি গ'ল....... 'জেনিছ!'

এটা সময়ত 'মাৰ্ক টোৱেইন'ৰ মিচিচিপি পঢ়ি নিজকে বিদেশীনি বুলিয়েই ভাবি লৈছিল তাই। সমুদ্ৰ তীৰত পেট পেলাই সূৰ্যস্নান কৰিব। কোনেও কাকো নাচায়। অথচ কোনো বৰ্বৰো নহয়। মুকলি আকাশৰ তলত সম্পূৰ্ণ নিৰাভৰণ হৈ কাৰোবাক সম্পূৰ্ণকৈ নিজক দি দিয়াৰ বাসনাটো তাইৰ প্ৰবল হৈ উঠিল। মানুহৰ গভীৰ তলিৰ সকলো বাসনাই নগ্ন হয়, নগ্ন মানে নিৰ্ভাজ...... পিকাচোৰ, দা ভিঞ্চিৰ ছবিৰ নগ্নতাৰ মাজত জিলিকি থকা কলাৰ

দৰে! নগ্নতা এক সুমধুৰ বাঁহীৰ সুৰ। হৃদয়ৰ নগ্নতা মাজে মাজে আৱশ্যক হয়। নিজৰ উত্তৰণৰ বাবে..... মুকলি আকাশৰ তলত, পাহাৰৰ বুকুত সম্পূৰ্ণ নিৰাভৰণ দুটা দেহ — দুটা মন...!

প্ৰেমত মজি থকা দুখন হৃদয়!

যেন প্ৰেম এক প্ৰাৰ্থনা —

যেন প্ৰেম জীৱনৰ একমাত্ৰ গৌৰবৰ ধ্বজা!

ৰাণী ক্লিওপেট্ৰাৰ হেৰোৱা মুকুট। .....

কাৰোবাক হৃদয়ৰ তলিলৈকে বাকি দিব খোজা এক আশা দেহটো ডাঙৰ হৈ উঠাৰ লগে লগে স্ফীত হয় —

অশোক, শেষবাৰৰ বাবে তোমাৰ দোষ পাহৰি যাম.... বলিয়াৰ দৰে মোক সাৱটি ধৰি কৈ দিয়া, হেঁপাহেৰে— 'ভাল পাওঁ মই তোক শোভা!'

কবিতা নাজানা নাই! একো নহয়।

শব্দ নুবুজা নাই। একো নহয়।

হৃদয়তো আছে! মৰমতো আছে। যদি আছে সঁচা মৰম সেই কলেজৰ গভীৰ নিশাটোৰ দৰে আবেগত কান্দি দিয়া—

ময়ো কান্দি দিওঁ —

কান্দি কান্দি দুয়ো দুয়োৰে চকুপানীবোৰ চেলেকি দিওঁ। জিভাৰে..... ওঁঠেৰে....

তেতিয়া বুজা নাছিলো মই, দেহ কি — কুমাৰীত্ব হেৰুৱাৰ ভয়ে মোক বন্দী কৰি ৰাখিছিল। মাক ফাঁকি দিয়াৰ সাহস নাছিল।

এতিয়াতো বুজিছো, "কেইটামান দণ্ডত জানো মানুহ ডাঙৰ হ'ব নোৱাৰে!"

জন্তুৰ দৰে নহয়, পৃথিৱীৰ একমাত্ৰ প্ৰেমিকৰ দৰে তুমি মোৰ কাষলৈ আহা — চুই দিয়া মোৰ নাড়ী-নক্ষত্ৰ..... মই লাজুকী লতা হ'ম।

মই নিজৰা হ'ম !

মই জুই হ'ম !

মই বেশ্যাৰ দৰে নিৰ্দয় হ'ম !

চুই দিয়া মোক — পৃথিৱীৰ আদিমতম প্ৰেমিকৰ দৰে। ইয়াত!

আকাশক সাক্ষী কৰি, পাহাৰক সাক্ষী কৰি!

মই তোমাৰ দাসী হৈ থাকিম আজীৱন।

আজীৱন! চৰ্ত এটাই— মোক পূৰ্ণ কৰিব লাগিব।

শিৱই যেনেকৈ পূৰ্ণ কৰিছিল পাৰ্বতীক।

শোভনাৰ উশাহ ঘন হৈ আহিল। সমুখত সৌৱা নিৰুদ্বেগ অশোক.....!

ঃ ব'ল, বাহিৰত থকা ঠিক নহয় বেছি দেৰি। বহুত হ'ল ধেমালি।

— যেন, আদৰৰ মাটিৰ পুতলাবোৰ কোনোবাই থানবান কৰি দিলে।

এয়া ভাগিছে কিবা....!

হিয়া..... হিয়া ভগাৰ শব্দ বৰ নিদাৰুণ হয়, করুণ হয়....।

চলচলীয়া হৈ উঠিল শোভনাৰ চকুযোৰ।

ঃ হাৰে, মোৰ আঙঠিটো — তই পিন্ধোৱা সোণৰ আঙঠিটো নাই, হেৰাই গ'ল। — জুৰিৰ পানীত অশোকে খেপিয়াই চালে — নাই!

ঃ Bad sign – বিয়াৰ আঙঠি হেৰাই গ'ল! .....অশোকৰ মুখখন চিন্তাত বিবৰ্ণ হোৱা যেন অনুভৱ হ'ল তাইৰ। তাইৰো বেয়া লাগিল। কিযে হৈছে! একো ভাল হোৱা নাই. ....

ঃ ব'ল......।

চাংঘৰত বুঢ়ীয়ে বাঢ়ি থৈ যোৱা শুদা ভাতবোৰ — তাই লেপেটা কাঢ়ি বহি নাকে-মুখে ভৰাই লৈ বাঁহৰ চুঙাৰ পৰা পানী খাই শেষ কৰি দি অশোকলৈ চাই হাঁহি এটা মাৰিলে।

ঃ ব'ল ভিতৰলৈ, ইহঁতৰ মানুহ ভৈয়ামলৈ গৈ থাকে। তলত পুলিচ যদি বৈ থাকে, সুধিলেই ইহঁতে কৈ দিব। নিমখ কিনিবলৈ দুটকা দিলেই হ'স।

ঃ ব'ল!

ঃ কেইটা বাজিলেবা, কাৰো হাতত ঘড়ী নাই। বহুত দেৰি কৰিলি গা ধুই ধুই। নিশ্চয় ১০-১১টা মান। বুঢ়ী নিশ্চয় আলু-কচু তুলিবলৈ গৈছে।

ঃ ব'লনা অশোক, ইহঁতৰ কচু খেতি থকা পাহাৰখন চাই আহো। কণমানি ছোৱালী এজনীৰ দৰেই জেদ ধৰিলে শোভনাই।

ঃ ওঁহো, আজি নহয়।

ঃ কেতিয়া?

ঃ কেতিয়াবা আহিম।

ঃ সেই কেতিয়াবাটো কেতিয়াও নাহে। —মনটো মৰিহে গ'ল যেন।

ঃৰ'হ — মোৰ পইচাৰ চিন্তা! যশৱন্তে আজি খবৰ দিয়াৰ কথা, কি স. .ৰু ছোৱালীৰ. ...

বৈ গ'ল কথাৰ আদবাটতে অশোক।....কিনো ডাঙৰ ছোৱালী এইজনী? মেট্ৰিকৰ দেওনা পাৰ হৈ কলেজ গৈছিলহে। বিয়াৰ, সন্তানৰ মাক হ'ব পৰা বয়স নহয় তাইৰ! সপোনৰ পখিলা খেদাৰ বয়স তাইৰ। অভাৱ কি নজনাকৈ ডাঙৰ হৈছে তাই!

আৰু মই —

পেনপেনিয়া এসোপা ল'ৰা-ছোৱালীৰ মাজৰ এটা...... সকলোৱে পেট ভৰাই খাবলৈ নোপোৱা এটা ল'ৰা!

কিমানযে অভাৱ থাকি গ'ল মোৰ মাজত!

এতিয়া মোৰ ঘৰৰ অট্টালিকাবোৰ, মোৰ ভাই-ককাইৰ সচ্ছল অৱস্থাইতো মোৰ অতীতৰ অভাৱবোৰ মচ নুখুৱায়! বৰং মনতহে পেলাই দিয়ে। কেৱল এসাজ ভালকৈ খোৱাৰ কথা ভাবি ভাবিয়েই বেছিভাগ শৈশৱ কটাই দিলে। দেউতাই সৌকাৰে মাৰি মাৰি ঘুগুলা কৰি দিয়া মায়ে মোক বুকুত লৈ গোঁসাই ঘৰত সোমাই প্ৰাৰ্থনা কৰোতে দেখা মৰমৰ অভাৱ, শ্ৰদ্ধাৰ অভাৱৰ ঘৰখন।

জ্ঞানৰ অভাৱ!

বুদ্ধিৰ অভাৱ।

চিন্তাৰ অভাৱ।

হ'ব পাৰে। বহুত বস্তুৰ অভাৱ হ'ব পাৰে মোৰ ; কিন্তু খাবলৈ নাপালে মোৰ মূৰে কাম নকৰে। পইচা নাথাকিলে ভয় লাগে ভৱিষ্যতলৈ। তাতে মই বিয়া কৰাইছো এইক।

ময়েইতো পঢ়িবলৈ দিয়া নাই তাইক।

ময়েইতো জোৰ কৰি..........!

— অশোকৰ চকু নিবদ্ধ হ'ল দুটা মণ্ডহাল কলাফুলত। বাঁহৰ দুৱাৰখন ঠেলি এজনী ১৮-১৯ বছৰীয়া পাহাৰীয়া গাভৰু ছোৱালী কোঠাটোলৈ সোমাই আহিল।

ঃ ককাই, চাহটো খাবি নেকি? বুঢ়ীটো তোকে ওধিব কৈ গৈছেবা —

অশোকৰ পৰা তাইৰ চকু শোভনালৈ বগাই গ'ল। শোভনাই অশোকলৈ আঁৰ চকুৰে চাই স্পষ্টকৈ দৃষ্টি নিবদ্ধ কৰিলে।

— ইমান লোলুপ দৃষ্টি অশোকৰ! এনেকুৱা দৃষ্টি কেৱল নাৰীয়ে বুজি পায়।

ক্ষন্তেকতে বতাহৰ দৰে কোঠাটো এৰি যোৱা ছোৱালীজনী, যোৱাৰ ফাললৈ চাই ৰ'ল অশোকে— ঘৃনাত শোভনাই নাক কোঁচাই দিলে.....

অশোকৰ মুখেদি আপোনা-আপুনি ওলাই গ'ল— জাং? কি বে জাং? অহ্!

ঃ জাং কি?

ঃ জাং মানে ভৰি।

শোভনাই ক'ব খুজিছিল— লাজ নালাগে! ..... নক'লে।

গাভৰুজনী আকৌ হঠাৎ সোমাই আহিল দুৱাৰ মেলি। লগত দুটা পাঞ্জাবী মানুহ। দুয়োটাৰে মূৰত পাগুৰী।

ঃ হাৰে.... যশৱন্ত? কুলদিপ? তোৰ ভতিজাটো নহয় জানো? —অশোক বহাৰ পৰা উঠি যশৱন্তক সাবটি ধৰিলে।

ঃ কি ভাই, ৰজাৰ নিচিনা পাহাৰত। আৰু মই তোৰ বিয়াৰ কাৰণে মেজিষ্ট্ৰেট বিচাৰি হায়ৰাণ। গণ্ডগোলীয়া কেচ কোনেও নলয়।

ঃ তাৰ মানে জোগাৰ কৰিব নোৱাৰিলি?

অশোকৰ শেঁতা পৰা ভয়াৰ্ত মুখখনলৈ এইবাৰ নোচোৱাকৈয়ে যশৱন্তই শোভনাৰ ফালে চাই চেলাউৰি উজাই কৌতুকেৰে ক'লে— 'কি শোভা! কেনেকুৱা? বিয়া হ'বা আৰু?

যশৱন্তৰ ধেমেলীয়া কথাবোৰে শোভনাক সকাহহে দিলে।

ঃ ৯ টামান বজাত আমি পাৰ হ'ম পাহাৰ।

যশৱন্তৰ ভতিজাক কুলদীপে অলপ ইতস্ততঃ কৰিলে— 'হাৰে, মোৰ নতুন বাইকখন, চিমৰুৰ ঘৰতে এৰি থৈ যে আহিলো, ভালকে থবতো?

ঃ তোৰ খালি বাইকৰ চিন্তা। হে যাব, মানে কামটো হৈ গ'লেই আমি গুচি যাম। ইয়াৰ পৰা চিমৰুৰ বায়েকৰ তালৈ গৈ কিবা এটা খাই ল'ম। মানে পৰাঠা-চৰাঠা.....

ঃ এটা কাম কৰ নহ'লে, ইয়াতে ভাত......

: না! অশোক, পাঞ্জাবী মানুহৰ ৰুটি নাপালে পেট নভৰে।

: ওলা জল্‌দি.... জল্‌দি........

শোভা, আমি বাহিৰতে বৈ আছো। আবে, বেচ টেৰিফিক ঠাই। দুয়োটাই খুউব ৰোমান্স কৰিছ নহয়!

: ৰোমান্স! —ভেকাহি মাৰি অশোকে যশৱন্তলৈ চালে, যেন সি নক'ব লগীয়া কথা এটাহে ক'লে। 'শোভা, ওলাই ল' —

ওলাবলৈ শোভনাৰ একো নাছিল। হাতেৰে চুলিখিনি কলডিলিয়া খোপা এটা বান্ধি একেটা চোলাকে পিন্ধি মেখেলাখন কঁকালত বান্ধি ল'লে।

: শুন অশোক! ৰাতিপুৱা গ'সে নহয় জানো? মায়ে কৈছিল, ৰাতি পিৰিয়ড হ'লে ওলাব নাপায়। যখিনী লাগে গাত। তাতে পাহাৰ!

: একো নহয়! ৰাতিপুৱা মানে পোহৰ — মোৰ মতে পুলিচ আহি সোমাইছেহি আমাৰ চহৰ। যশৱন্তই খবৰো পাইছে বোলে, আমাক ধৰি নিব নোৱাৰিলে অ'চি বক্তাক চাচপেণ্ড কৰিব! তোৰ বাপেৰহে, ওপৰলৈকে হিলাই দিছে! —আক্ৰোশতেই যেন অশোকে কথাবোৰ ক'লে।

: ব'ল ব'ল, দেৰি নকৰিবি!

শোভনা চাংঘৰটোৰ পৰা সাৱধানে তললৈ নামি পেটটো খামুচি বহি পৰিল। — আই ঐ..... বিষাইছে!

যশৱন্ত, কুলদীপ, অশোকে জুম বান্ধি তাইক ঘেৰি ধৰিলে।

: তই চাগে এইক ভালকৈ খাবলৈ দিয়া নাই ন! যশৱন্তৰ তীব্ৰ চকুৰ উজ্জ্বলতাত অশোকে তললৈ মুৰ কৰি উত্তৰ দিলে— 'উপায় নাই, এই যি-তি খাব নোৱাৰে!'

: তোৰ দৰে গৰু-ছাগলীতো নহয়! আমিতো এবাৰ কেলেই— পুলিচৰ ভয়ত পলাই থাকোতে কেঁচা আলু নিমখ দি খোৱা নাছিলো? সেই বালিজানৰ কেচটো কৰি! .. সেই মাৰ্ডাৰ কেচটো.....

প্ৰসঙ্গ সলাবলৈকে অশোকে শোভনাক হাতেৰে দাঙি উঠাই দিলে।

: পাৰিবিতো যাব? লাহে লাহে গৈ থাকিম।

: ওঁ, পাৰিব লাগিব। —শোভনাৰ মাতটো অলপ কঁপিছিল . বিষত! ভোকত!

দূৰৰ পৰা চালে জোনৰ পোহৰে গাধীৰ ঢলা যেন ৰাতিটোত সিহঁতক এডাল সেৰেকা কণ্ঠহাৰৰ দৰেই দেখি। যশৱন্ত, কুলদীপ, অশোক, শোভনা আৰু বাটত বৈ থকা চিমক...

শোভনাই শেষবাৰৰ বাবে ঘূৰি বস্তিটো চালে।

চাংঘৰবোৰ.....

পাহাৰবোৰ.....

গীৰ্জা ঘৰটো.......!

: কি হ'ল? এৰিবলৈ মন যোৱা নাছিল? তাইৰ মনৰ ভাব অশোকে ধৰি পেলালে।

— 'আৰু কি জান যশৱন্ত? এইজনী পানী বুলি ক'লে পাগল হৈ যায়। পাহাৰত এইক

ৰাখিবলৈ দিগ্‌দাৰ। কণ্ট্ৰ'ল কৰিবলৈ দিগ্‌দাৰ। ৱাইল্ড হৈ যায়। এই ৱাইল্ড হৈ গ'লে কণ্ট্ৰ'ল কৰিব নোৱাৰি।

ঃ ঠিকেই হ'ল তেনেহ'লে, পাহাৰ বগোৱাৰ চান্স পাইছা। পিছে আমাৰহে হাৰাশাস্তি! বিয়া পাতিব ই, আৰু মৰিছো মই। আজি ইমান দিন পুলিচৰ পিচা। সেই চাওলাঙৰ ঘৰৰ পৰা য'তেই গৈছো ত'তেই পুলিচৰ খেদা।

ঃ এই পুলিচবোৰ!! মানুহৰ গোন্ধ পাই নেকি সিহঁতে?

ঃ নহয়, এইৰ বাপেক powerful মানুহতো! Time limit আছে, আৰু ২ দিনৰ ভিতৰত তইঁতক ধৰিব নোৱাৰিলে বোলে তাৰ চাকৰি চেচ্.......

ঃ ব'ল ব'ল। —খৰকৈ খোজৰ গতি বঢ়াই দিলে অশোকে। শোভনাক একপ্ৰকাৰ হাতত ধৰি চোঁচৰাই লৈ গ'ল।

ঃ উহ্, ইমান টানকৈ ধৰিছ! শোভনাই অশোকৰ হাতখন এৰাই দিলে— 'দুখ পাইছো!'

ঃ সেইযে ৰঙা লাইটৰ কোৱাৰ্টাৰটো.... নেইমপ্লেট আছে— 'বি. প্ৰধান'। মোৰ ভিনি — সেইটো। মই আগনাবাঢ়ো। ভাওজু, চলিছো। চালাম ভাইচাহাব! —চিমৰু বস্তিৰ ফালে উলটিল। ......

........পাহাৰবোৰ পাৰ হৈ পাহাৰৰ নামনিৰ শাৰী শাৰী কোৱাৰ্টাৰবোৰৰ এটাত সিহঁত সোমাই গ'ল। চিমৰুৰ বায়েক শকত-আবত নেপালী মহিলা।

শোভনাক ভিতৰলৈ লৈ গ'ল। আধাঘণ্টাতে মানুহগৰাকীয়ে বনাই দিয়া ফুলা ফুলা লুচিবোৰ সিহঁতে গো-গ্ৰাসে গিলিবলৈ ধৰিলে।

ঃ শুবা নে?

ঃ নাই। দুটা বাজিলেই দেখোন। ৫টা মানত আমাৰ গাড়ী আহিব। যশৱন্তই ক'লে। সমুখৰ ডাঙৰ ৱাল ঘড়ীটোলৈ চাই সিহঁত মেকুৰীৰ দৰে জুপুকা মাৰি বহি থাকিল। ৰাতিপুৱাৰ কাহিলি কাহিলি পোহৰৰ জান-নাজান পোহৰত যশৱন্তৰ তীব্ৰ চকুৱে এগাড়ী পুলিচ নাতিদূৰত আহি থকা দেখি জাপ মাৰি অশোকক চিঞৰি উঠিল।

— কুলদীপ, অশোক.... এইক লৈ পলা পাহাৰলৈ!

পুলিচ! পুলিচ! পুলিচ!!

শোভনাক হাতেৰে টানি অশোকে ওচৰৰ পাহাৰটোলৈ দৌৰ দিলে। যশৱন্তই গাত মেৰিয়াই লোৱা পাতল শ্বল এখন টানকৈ মেৰিয়াই কুলদীপৰ পিছে পিছে দৌৰি থাকিল। পাহাৰৰ ওপৰৰ হাবিৰে আগুৰা ঠাই এডোখৰত সিহঁত ৰ'ল। জংঘলৰ গছবোৰৰ ফাকেদি স্পষ্ট দেখা চিমৰুৰ বায়েকৰ কোৱাৰ্টাৰটো লৈ আঙুলি দেখুৱাই যশৱন্তে অশোকক ক'লে।

ঃ চা, ঐ — সেইবোৰ পুলিচ!

ঃ কৈ দিয়ে যদি বায়েকে!

ঃ না — চিমৰুৱে কৈ থৈছে। সিহঁত কেচত পলাই তাতে থাকে। তাতে কোম্পানীৰ মানুহ। গণ্ডগোল নকৰিব পুলিচে!

ঃ আৰে বে দেখিছ — পুলিচ কেনেকুৱা কুকুৰৰ দৰে আহি আছে আমাৰ পিছে পিছে......!

তেজৰ গোন্ধত মতলীয়া পাহাৰৰ জোকবোৰে সিহঁতক বেৰি ধৰিছিল। যশৱন্তে হাতেৰে জোকবোৰ এৰুৱাই থাকিল। ঘন জোপোহা ঠেলি বনুৱাৰ দৰে ল'ৰা এটাৰ উজ্জ্বল চকুদুটা নাতিদূৰত যশৱন্তৰ চকুত পৰিল। মেকুৰীৰ দৰে শব্দ নকৰাকৈ তাৰ ফালে আগবাঢ়ি পিছফালৰ পৰা তাক গবা মাৰি যশৱন্তই প্ৰকাশ্যে আৰ্তনাদ কৰি উঠিল— 'ইন্‌ফৰমাৰ, পলা অশোক, পলা.....'

পিছলৈ নোচোৱাকৈ প্ৰাণৰ কাতৰেৰে সিহঁত দৌৰি থাকিল। একেবাৰে পিছলৈ নোচোৱাকৈ...... প্ৰায় এঘণ্টামানত এটা ডাঙৰ পাহাৰ পাৰ হোৱাৰ পাছত খোৰোঙৰ দৰে চাৰিওফালে মাটি কাটি গুহাৰ দৰে কৰি থোৱা কেউফালে বন্ধ ঠাই এডোখৰত সিহঁত ভাগৰত ফোপাই ফোপাই বৈ গ'ল!

ঃ মোৰ Ray Ban Sunglass-যোৰ! —কুলদীপে কান্দোনৰ সুৰত ক'লে, 'মোৰ নতুন বাইকখন!'

ঃ চুপ্ থাক কুকুৰ! চশমাৰ কথা ভাবিছে? ছানগ্লাচ! এইফালে পুলিচে ধৰিলে ছোৱালী কেচত মাৰি পেলাব। এইৰ দেউতাক সাংঘাতিক মানুহ। আগতে মিনিষ্টাৰ আছিল। আৰু অশোক, মূৰত গোবৰ আছে কি? এনেকে ছোৱালী পলুৱায়? মাথা খাৰাব! চাল্লা ঘড়ীটো বন্ধ হৈ গৈছে। —মূৰৰ ওপৰৰ সূৰ্যটোলৈ চাই অভিজ্ঞ সময়বিদৰ দৰে সি ক'লে— ১০ টা বাজিছে। আৰে খানা হজম হৈ গ'ল।

ঃ ব'ৰ্ডাৰ লাইনলৈ যাবলৈ কমচে-কম ৭টা পাহাৰ বগাব লাগিব। আজিয়েই, আন্ধাৰ হোৱাৰ আগতে।

যশৱন্তৰ মুখৰ পৰা ওলোৱা কথাবোৰ ঘন হাজৰিকাৰ 'সুৰঙ্গৰ শেষত' নামৰ নাটকখনৰ কিয়দাংশ যেন বোধ হ'ল শোভনাৰ। যেন বেংক ডকাইতি কৰি সিহঁত পলাইছে— পাহাৰে পাহাৰে।

ঃ থ্ৰিলিং ! ইণ্টাৰেষ্টিং! —ভাল লাগিল শোভনাৰ। পুলিচৰ লগত লুকাভাকু খেলাৰ এই থ্ৰিলটোৰ বাবেই চোৰ, ডকাইতে বেয়া কাম কৰে। আৰু ক'ৰপৰা পাইছো এইবোৰ শক্তি?? নিজকেতো সাতটা পাহাৰ বগাব পৰা শক্তিমতী যেন লগা নাছিল!

যশৱন্তৰ পাগুৰীটো খুলি অশোকে মূৰত সেইটো টান কৈ মাৰি ল'লে পাঞ্জাবীৰ দৰেই। মানুহে চিনি নাপাবলৈ।

ঃ এই জংঘলৰ মাজলৈ পুলিচ নাহিব, হয়তো নামনিত সিহঁতে পহৰা দিব। —যশৱন্তে ক'লে।

.......খ....ৰ্ .....খ.....ৰ্ — পাহাৰৰ মাজে মাজে শুকান গছবোৰ ভেদি এক নিদাৰুণ শব্দ হ'ল।

আটাইকেইটা আকৌ দৌৰিবলৈ লাগিল।

ঘন হাবিৰে আগুৰা পাহাৰ!

মূৰৰ ওপৰত প্ৰখৰ ৰ'দ!

জংঘলৰ বিভিন্ন কাইটেৰে ভৰা গছ —

জোক আৰু পোক-পৰুৱা।

মাজে মাজে সাপ, আৰু ভালুকৰ অকটা গোন্ধ।

নাকেৰে কুকুৰৰ দৰে গোন্ধ লৈ যশৱন্তই দৌৰি দৌৰি গৈ থকাৰ পৰা ক্ষন্তেক ৰ'ল।

ঃ ওচৰত ডাঙৰ জুৰি আছে। গম পাইছো..... ব'ল উত্তৰ দিশেদি....।

সোঁফালেদি সিহঁত আগবাঢ়িল। আৰু এটা সময়ত সকলোকে অবাক কৰি সিহঁতে সঁচাকৈয়ে আবিষ্কাৰ কৰিলে ঘন ডাঠ হাবি আৰু পাহাৰৰ মাজত তিনিটা ডাঙৰ নিজৰা, এখন ডাঙৰ পাহাৰী নৈ.....!

এ....ই.....য়া য়া.....য়া... —দৌৰি শোভনা পানীত নামিল।

জুৰিৰ কাষত মস্তত ঔটেঙা গছ এজোপাৰ পৰা তলসৰি থকা ঔটেঙা এটাত কামোৰ মাৰি যশৱন্তই চিঞৰি উঠিল— 'ঐ অশোক, পাঞ্জাৱীয়ে ভোক সহ্য কৰিব নোৱাৰে। এতিয়া কি হ'ব? ভোক লাগিছে!'

ঃ মোৰ চানগ্লাচযোৰ পৰি আহিল..... Ray Ban — কুলদীপে শোভনাক ফুচ্‌ফুচাই ক'লে।

সিহঁত ইতিমধ্যে নিজৰাটোলৈ নামি গ'ল। শোভনাই হাত দুখন মেলি জোৰেৰে উশাহ ল'লে। যশৱন্ত আৰু কুলদীপ থকাৰ বাবে কিবা পাহাৰ বগাবলৈ অহাৰ দৰে লাগিল তাইৰ। পিক্‌নিকৰ বাবে অহাৰ দৰে লাগিল। তাহাঁতৰ লগৰ সম্ৰাটহঁতৰ ক্লাবটোৱে বছৰটোত ৭টামান পাহাৰ বগাই ফুৰে। তাইয়ো join কৰাৰ কথাই আছিল। ভালেই হ'ল, কলেজ গৈ join কৰিম। বিয়াৰ কথা তাই পাহৰি গ'ল।

ঃ ব'ল ব'ল আগবাঢ়। পাহাৰীয়া মানুহে দেখিলে গণ্ডগোল হ'ব। এইবোৰ পাহাৰত চোৰ-ডকাইতৰ বাহিৰে কোনোযে বগাবলৈ নাহে সিহঁতি জানে। তাতে ছোৱালী এজনী। সিহঁতে kidnap কৰা বুলি ভাবিব।

হাতত গছৰ প্ৰকাণ্ড ডাল এটা যশৱন্তই ভাঙি ল'লে। এইখন পাহাৰ বাকী কেইখনতকৈ ওখ। কি ঠিক......

হা - ও........ মাৰণ গাত, দিবলগা ভৰিটো কোচাই আনি হাতত থকা লাঠিডাল গাতটোত সুমুৱাই দিলে। লাঠিডাল অদৃশ্য হৈ গ'ল।

মাৰণ গাঁত। আগৰ দিনত ৰজাই শত্ৰুৰ বাবে খন্দোৱা গাঁত। আজি মই পৰি যোৱাহ'লে তহঁতৰ উলিয়াবৰ সাধ্য নাছিল।

ঃ সাবধান অশোক! শোভাক হাতত ধৰি ল! শোভা, বেয়া নোপোৱা যদি মোৰ বেগত থকা পেণ্ট এটা পিন্ধি লোৱা। জোক আৰু জংঘলৰ কাঁইটে তোমাৰ ভৰিৰ মঙহ এৰুৱাই দিব। এনেয়েও তেজ ওলাইছেই।

ভয়ত বুক কঁপি গ'ল শোভনাৰ। পাহাৰ বগোৱা খেমালি নহয়। মাৰণ গাঁতৰ দৈৰ্ঘ্যতাই যেন মৃত্যুৰ বাতৰিও দিব পাৰে। এইবাৰ মনৰ ফূৰ্তিবোৰ নিমিষতে মাৰ গ'ল তাইৰ। যশৱন্তই বাট উলিয়াই গ'ল গছৰ ঠানিৰে। সিহঁত গৈ থাকিল। বগাই থাকিল পাহাৰবোৰ। ৫টা পাহাৰ.....

বেলি লহিয়াইছিল।

যশৱন্তই বিজ্ঞৰ দৰে তললৈ চালে। 'দিংক্ৰং নৈ' সেয়া, পানী পাই গ'লো। নৈয়ে নৈয়ে গৈ থাকিলে বাট ওলাই যায়। ইমান সময়ে দিশ সম্পৰ্কে, লক্ষ্যস্থান সম্পৰ্কে কাৰো কোনো ধাৰণাই নাছিল....।

পৰি অহা বেলিটোলৈ চাই ওখ পাহাৰটোৰ সমতলত থকা ঠাইবোৰ চাই যশৱন্তই আকৌ ক'লে— risk ল'ব লাগিবই। ৰাতিবোৰ এই জংঘলত ৰিস্ক। কি ওলায় ঠিক্‌না নাই। হাতত একো বেপন নাই। নদীৰ ওচৰত অলপ চেফ্ এটলিষ্ট, পাহাৰীয়া নদী। শিল আছে দ' নহয়। পানীত পৰি নমৰো। মাত্ৰ তললৈ বগাব লাগিব।

তললৈ চাই মূৰ ঘূৰাই গ'ল শোভনাৰ..... 'CLIEF HANGER'ৰ দৰে থিয় পাহাৰটোৰ তলখিনি..... পৰিলেই শেষ!

পাহাৰত ওলমি থকা মজবুত লতা এডাল চাই লৈ যশৱন্ত বান্দৰৰ দৰে পাৰ হ'ল। তাৰ পিছত কুলদীপ। ভয়ত কুলদীপৰ অৱস্থাটো চাবলগীয়া হ'ল। সিও শোভনাৰ বয়সৰে, সৰু। 'যোৱা' —শোভনাই তাক ক'লে, 'তোমাৰ পিছতে মই!'

কুলদীপ তল পালেগৈ। অশোকৰ হাতখন এৰি শোভনা সাজু হ'ল লতা বগাবলৈ।

ঃ অশোক যাওঁ! মৰিলে মৰিলো আৰু.. . পাহাৰৰ মাজত মৰিলে মোৰ আত্মাই শান্তি পাব! মৃত্যু যেন এক ধেমালি! সেই মুহূৰ্তত তেনেকুৱাই লাগিল তাইৰ.....।

— পাপাটি, ভগবানৰ সলনি দেউতাকৰ মুখখন তাইৰ বুকুত ভাঁহি উঠিল। 'ৱান, টু'— উশাহ বন্ধ কৰি লতাডালত খামোচ মাৰি ধৰি গাটো এৰি চকুদুটা তাই মুদি দিলে। পাহাৰৰ বননিবোৰত চোচৰ খাই খাই, এটা সময়ত তলত বৈ থকা যশৱন্তহঁতৰ কাষ পালেগৈ।

— য়া.....হু...... য়া.....হু..... কুলদীপৰ পিঠিত লাহেকৈ চাপৰ এটা মাৰি তাই ক'লে— 'দেখিলা! হম কিচিচে কম নেহি!'

ঃ বেচ সাহসী তুমি! —কুলদীপেও হাঁহি দিলে।

ঃ ই চাল্লা একেবাৰে ডৰপোক! —যশৱন্তই অশোকক দেখি কৰাৰ কাৰণে গালি দিলে।

'ৱান, টু' — ভয়ে ভয়ে লতাডালত ধৰি নিজকে তললৈ এৰি দিলে সি। অশোকে ....... তললৈ পোৱাৰ মুহূৰ্ততে লতাডাল ছিঙি গ'ল।

ঃ যিহে ৰাক্ষসৰ দৰে চেহেৰা তোৰ! —যশৱন্তই কৌতুকেৰে অশোকক চাপৰ এটা মাৰিলে, চাব্বাচ......!

জোনটোৱে পোহৰৰ চাদৰ গাত পিন্ধিছিল। কোমল জোনৰ পোহৰত আটাইকেইটা নদীৰ পাৰৰ ঘাঁহনিত বহি পৰিল। ওপৰলৈ চাই কুলদীপে কৈ দিলে— "বাপৰে! ৭টা পাহাৰ এটা দিনত, 'গিনিজ বুক ৰেকৰ্ড', নহ'লে 'লিমকা ৰেকৰ্ড'.......। ভাগৰ লাগিছে। ওহ্ মোৰ বাইক! .....মামা— ইয়াৰ পৰা টাউন কিমান দূৰ?"

ঃ সেই পাহাৰ দুটা পাৰ হ'লেই মোৰ মতে বৰ্ডাৰ লাইনৰ টাউনখন হ'ব লাগে। আৰু চানগ্লাচ..... বাইক! চিএগৰি নাথাকিবি, পুলিচে ধৰি লৈ যাব।

সৰু কেঁচুৱা এটাকহে যেন সি ডবিয়ালে। — "অলপ শুই লওঁ। অশোকে পহৰা দে,

কিবা আহিলেও কৈ দিবি। ”

ঃ পুলিচবোৰ পাহাৰ বগাই নাহে যে খাটাং। মানে বাঘ, ভালুক আহিলে..... —তলত চাদৰ এখন পাৰি অশোক শুই পৰিল। —কুলদীপ তই পহৰা দে। আহ, পেটৰ ওপৰত অশোকে ভাগৰত ক্লান্ত শোভনাক লৈ ল'লে। শোভনাক বুকুত ধৰি অশোক উঠি বহিল। এটা অদ্ভুত শব্দ শুনিলে সি—

ঃ ডৰপোক, বান্দৰ সেইটো। বাঘ নহয়, শুই থাক। —যশৱন্তই ক'লে। অলপো সংকোচ নোহোৱাকৈ শোভনা অশোকৰ পেটৰ ওপৰতে টোপনি গ'ল। ইমান যে ভাগৰ লাগিব পাৰে তাই ভাবিবলৈও সময় নাপালে। শোভনা লালকাল টোপনিত পৰিল।

- পেটৰ পৰা লাহেকৈ আলফুলে আঁতৰাই অশোকে শোভনাক ঘাঁহনিত এখন চাদৰ পাৰি শুৱাই দি জোনৰ পোহৰত উদ্ভাষিত তাইৰ স্নিগ্ধ মুখখনলৈ চাই থাকিল।

যশৱন্ত আনকি কুলদীপো গভীৰ টোপনিত তেতিয়া। কাষৰ নদীৰ কুলু কুলু শব্দ.....

— [illegible]তো শোভনা একেই হৈ আছে। ধুনীয়া, নিষ্পাপ, গাখীৰৰ দৰে কোমল, জো[illegible] কোমল পোহৰত শোভনাক চাই অশোকৰ বুকুখন হাঁহাকাৰ কৰি উঠিল।

মিছা কথা কৈ পাপ কৰিছো নেকি মই!

বিয়াৰ বাবে জোৰ কৰি ইমান কষ্ট দি এইক, ভুল কৰিছো নেকি মই!

মইতো তাইৰ দৰে পবিত্ৰ নহয়— দেহেৰে - মনেৰে......

পাপ কাম সি জীৱনত বহুত কৰিছে—

মানুহ মৰা — মিছা কোৱা আৰু..... শীলা ..... শীলা নামৰ মাউৰা ছোৱালীজনীৰ মুখখন তাৰ চকুৰ আগত ভাঁহি উঠিল —

তাৰ ভিতৰৰ পশুটো বিবেকহীন হৈ পৰা সময়তে, কোনো নথকা নিজান দুপৰীয়া এটাত, শিলা নামৰ মাউৰা ছোৱালীজনীৰ ওপৰত সি জপিয়াই পৰিছিল। তাই চিঞৰি কৈছিল গাৰ বলেৰে তাক ঠেলি দি.....

"কুকুৰ, কুকুৰ. এৰি দে কুকুৰ!" আৰু —

'বাই'। প্ৰায় চল্লিছ পঞ্চল্লিছ বছৰীয়া বেশ্যাজনী। দেহৰ ভোকটো বেছি হ'লে সি, যশৱন্ত, আটাইবোৰ একেলগে উপভোগ কৰা নাৰীবোৰ। গণিকাবোৰ। বেশ্যাবোৰ!!

আৰু হেটোলেবোৰত নম্বৰ থকা গণিকাবোৰ — সি পছন্দ কৰা 'ঠাণ্ডাৰ থাইৰ, চিক্ক স্মিতাৰ দৰে গণিকা —

শকত নাৰীৰ প্ৰতি,

কুমাৰী ছোৱালীৰ প্ৰতি,

গাঁৱৰ ছোৱালীৰ পাগল কৰি দিয়া গোন্ধটোৰ প্ৰতি তাৰ ভীষণ দুৰ্বলতা আছে —

এইবোৰ কথাটো শোভনাই নাজানে! জনাৰ চান্স নাই। ক'বওতো লাগিব কোনোবাই!—

"সকলো পুৰুষৰে কলংকময় এটা অধ্যায় থাকে। সমাজ আৰু স্বাধীনতাই সেই অধ্যায়ৰ পথ প্ৰশস্ত কৰে।"

হত্যাকাৰী অশোক!

ধৰ্ষণকাৰী অশোক!

গুণ্ডা অশোক!

মিছলীয়া অশোক!

বিশ্বাসঘাতক অশোক।

নিজকেই সি কৈ থাকিল —

ভাল মানুহলৈ ভয় লাগে তাৰ! যেনেদৰে শোভনাৰ দেউতাকৰ মুখামুখি হোবাৰ সৎ সাহসকণ নোহোৱাৰ বাবেই শোভনাৰ এইবোৰ কষ্ট হৈছে! মুখখুলি নক'লেও সি জানে।

নিজৰ দোষবোৰ ভৱিষ্যতে ঢাকিবলৈ শোভনাক সি দুখ দিছিল সুধি— Are you a virgin?

সেয়াও সঁচা!

শোভনাৰ পঢ়া শেষ কৰি বিয়া হোৱাৰ প্ৰস্তাৱ জ্ঞানী আছিল, এয়াও সঁচা!

তাৰ সিদ্ধান্ত লোৱাৰ অক্ষমতাৰ বাবে, প্ল' পয়জনৰ ড্ৰামাবাজী যে অসৎ, সেয়াও সঁচা!

কিন্তু শোভনাক সি এৰি দিব নোখোজে এয়াও সঁচা।

এয়া ভালপোৱা নে মোহ, নে আক্ৰোশ সি নাজানে। মাত্ৰ জানে শোভনাক সি বেলেগৰ হ'বলৈ দিব নোৱাৰে।

তাইৰ দেহটো, তাইৰ সৎ স্বভাবৰ প্ৰতি তাৰ এক দুৰ্বাৰ আকৰ্ষণ আছে। কি এই আকৰ্ষণ সি নাজানে। মাত্ৰ জানে— তাই তাৰ! শোভনা অশোকৰ, শোভনা তাৰ সম্পত্তি।

টোপনি গ'ল সকলো। সাৰে থাকিল অশোক। ভয়ত।

অপৰাধবোধত।

চিন্তাত!

পুৱাৰ জনজাতীয় মানুহ কেইজনমানে বাঁহ কটাৰ শব্দত আটাইকেইটা সাৰ পাই গ'ল। যশৱন্ত শুই উঠি নদীৰ পানীৰে মুখখন তিয়াই ল'লে। বৈ লাভ নাই, আৰু দুটা পাহাৰ পাৰ হ'লেই চাগে বস্তি পাম। ৰ' ইহঁতক সুধি লওঁ.....

বাঁহ কাটি থকা মানুহকেইটাৰ ওচৰলৈ বেগাই গ'ল যশৱন্ত!

ঃ চহৰ কিমান দূৰ ককাই?

ঃ এইটো হাবিদি একঘণ্টা যাই কিনি? শিৱপুৰ! ইয়াৰ পৰা তিনি ঘণ্টা. ..

ঃ ঠিক আছে, ব'ল কুইক। কুলদীপ ঐ মাৰৰ ঘৰত শোৱাদি শুইছ --- এয়া চা তোৰ বাইকখন!

ঃ হাঁ..... বাইক! কুলদীপ উঠি বহি গ'ল। আটাইবোৰে হো-হোৱাই হাঁহি দিলে।

ঃ চল চল......

চেঁচুক, পিচল আৰু কাইটৰ দৰে পাতবোৰৰ আঁচোৰত ক্ষত-বিক্ষত হ'ল আটাইবোৰৰ ভৰিবোৰ পিন্ধি থকা সোলোক ঢোলোক যশৱন্তৰ পেণ্টটো— কাইটবোৰে ভৰিৰ পৰা শোভনাৰ তেজ নিগৰাই উলিয়ালে.....

জংঘলৰ জোপোহাবোৰ আঁতৰ কৰি সমুখত যশৱন্ত, কুলদীপ, অশোক আৰু শোভনা — পুনৰ পাহাৰ বগাই থাকিল।

এটা সময়ত পাহাৰৰ পৰা তললৈ বৈ পৰা চিৰি এটাৰ সমুখত সিহঁত ৰ'ল......

পেটটোত হাতখন দি যশৱন্তই চিঞৰি উঠিল— "তহঁত ৰ, মই তলত কিবা খোৱাবস্তু আছে নেকি চাই আহো। ব'ল কুলদীপ — পাঞ্জাবী মানুহে ভোক সহ্য কৰিব নোৱাৰে।"

সিহঁত মাটিৰ চিৰিয়েদি তললৈ নামি গ'ল। অশোক আৰু শোভনা চিৰিৰ কাষতে বৈ থাকিল। এক, দুই, তিনি, চাৰি, পাঁচ......

পাঁচমিনিট মানৰ পিছত প্ৰাণৰ কাতৰেৰে দৌৰি যশৱন্ত চিঞৰি চিঞৰি আকৌ পাহাৰলৈ উঠি আহি থাকিল।

— কুলদীপক পুলিচে ধৰিছে। পলা অশোক তলত পুলিচ!! পুলিচ! সি চিঞৰিবলৈ ধৰিলে। শোভনাক এৰি অশোকে দৌৰ মাৰিলে।

ঃ যশৱন্ত, শোভনাক উঠাই ল। —অশোকে চিঞৰি দিলে।

আৰু কি হ'ল বুজাৰ আগতেই সিহঁতক খাকী পোছাক পিন্ধা পুলিচবোৰে দুনলীয়া বন্দুক টোঁৱাই আগুৰি ধৰিলে।

মনেৰে মুখস্থ কৰি যোৱাৰ এক প্ৰবল বাসনা জাগিল শোভনাৰ। হৈ যোৱা ঘটনাবোৰৰ ক্ৰম।

'চালি কুট্টি' সিহঁতক ঘেৰি লবৰ সময়ত — এটা পুলিচে তাইলৈ চাই কৈছিল।

অবাইচ শব্দ কৰি সি খেদি অহা অৱস্থাতে তাইৰ খুৰাকে, চিঞৰি কৈছিল, এই?? চাৰৰ ছোৱালী তাই। তাইৰ কি দোষ আছে, এই ডকাইতটোক পিতক!

শোভনা ভয়ত থক্ থক্‌কৈ কঁপিছিল,

আন্দোলনৰ সময়ত পুলিচৰ মাৰো পাইছে তাই

দেশৰ বাবে।

জেলত সোমাইছে দেশৰ বাবে। ছাত্ৰ নেতা হৈ, আৰু এইয়া অবাইচ গালি,

চালি কুট্টি ....।

সাধাৰন ছোৱালী হোৱা হ'লে, মই? অশোকৰ মুখখন দাগী অপৰাধী এটাৰ দৰে তললৈ মুৰ কৰি ভাৱলেশহীনভাবে বৈ আছিল।

ইমান ভয় ল'ৰাটোৰ পুলিচলৈ?

পুলিচ নহয় যেন ভূত?

হেণ্ডকাফ পিন্ধাই স্থানীয় থানালৈ যশোৱন্ত, কুলদিপ, অশোকক লৈ গৈছিল সিহঁতে। পিছে পিছে কেঁকেলুৱাৰ দৰে কৌতুহলী মানুহৰ ভিৰ।

থানাত অ'চিয়ে চকী এখনত বহিবলৈ দি শোভনাক কৈছিল, তোমাৰ কথা জানো, মোৰ ভাইটি তোমাৰ লগৰ।

এই দগাবাজটোক ক'ত পালা? ইটো বছৰত দুই তিনিবাৰ জেলতে থাকে।

ইমান প্ৰতিভাবান ছোৱালী।

ভয় নকৰিবা।

কৰ্টত সঁচা কথা ক'বা। দেখিলেই গম পায়, এইটো প্ৰেম হ'ব নোৱাৰে।

প্ৰথম বাৰৰ বাবে শোভনাৰ সাহস হ'ল।

মুৰ তুলি চাব পৰা হ'ল। কাষতে থকা খুৰাকৰ হাত এখন ধৰি থাকিল তাই।

লোকেল থানাৰ পৰা বেলেগ এখন জিপত অশোক, যশোৱন্ত, কুলদিপ, শোভনা আৰু খুৰাক, লগত ধূৰ্ত যেন লগা দুটা পুলিচ .....।

জিপখন তীব্ৰ বেগত শোভনাৰ চহৰলৈ আগবাঢ়িল,

দহ হেজাৰ ....

পুলিচবোৰে অশোকৰ হেণ্ডকাফ খুলি দি ৰাস্তাৰ কাষত গাড়ী খন ৰখাই দিলে, কাষৰে দোকান এখনৰ পৰা কিবা এটা কিনি আনি সি অশোকক দিলে।

সেন্দুৰৰ টেমা!!

শোভনাক হতবাক কৰি, অশোকে সেন্দুৰৰ টেমাটোৰ আধা তাইৰ কপালত ঢালি দিলে।

বেগৰ পৰা মেখেলা চাদৰ যোৰ উলিয়াই অশোকে তাইৰ গাত মেৰিয়াই দিলে।

পেন্টৰ ওপৰত পিন্ধিলে।

পুলিচ কেইটা তামোল খাবলৈ নামি গ'ল।

শোভনাৰ খুৰাকক কেৰেপ নকৰি অশোকে তাইক কানৰ কাষত ক'লে।

পুলিচ চিনাকি, মোৰ মানুহ; মাত্ৰ তই কৰ্ট আৰু থানাত কবি তোৰ বিয়া হৈছে। নহলে যশোৱন্ত আৰু কুলদিপ চিৰকাল জেলত থকিব লাগিব। মোৰ কথা বাৰু বাদ। তইটো জান, ইহঁত নিৰ্দোষি। আৰু শুন পাহাৰ চাহাৰৰ কথা ক'ব নালাগে।

খুৰাকলৈ অশোকে চাবনি এটা নিক্ষেপ কৰিলে, ভয়তে খুৰাকে তললৈ মুৰ কৰি দিলে।

তীব্ৰ বেগত জীপ গাড়ীখন গৈ থাকিল, যেন পিক্‌নিক্ খাবলৈ গৈছে সিহঁত।

পুলিচে অশোকৰ পিঠিত থপৰিয়াই থপৰিয়াই হাঁহি থাকিল।

কেনেকৈ পুলিচ কেইটাক অশোকে হাতকৰি ল'লে?

আৰু বাটত গাড়ী ৰখাই, এনেকৈ সেন্দুৰ দিছে মোক? বে আইনী কাৰবাৰ ।

চিঞৰি চিঞৰি সিহঁতে দেউতাকৰ বদনাম গাই গ'ল।

শোভনাৰ আশ্বৰ্য্যত মুখ মেল খাই গ'ল।

পুলিচৰ পলিটি'।

এজন সৎ সাংবাদিকৰ সচাঁ ৰিপৰ্টৰ ক্ষোভত ইহঁত মাত্ৰ কেইহাজাৰমান টকাত বিক্ৰি হয় ক্ৰিমিনেলৰ ওচৰত।

আইনৰ ৰক্ষক, ঘৃণাত তাইৰ নাক কোচ খাই গ'ল। কি অৰ্থ থাকে এনেকুৱাৰ? এনেকৈয়ে চাগে বন্ধুত্ব হয় পুলিচ - চোৰ - দগাবাজৰ।

এইবোৰ কথা মই দেখোন জনাই নাছিলো!

ওৰে বাটতো অশোকে কেবল বুজাই গ'ল এক্‌টোক থাকে।

এনেকৈ ক'বি।

তেনেকৈ ক'বি।

কপালত, শিৰত দিয়া সেন্দুৰ খিনিলৈ তাইৰ ঘিণ লাগি আহি থাকিল।

কি থাকিল সেন্দুৰৰ মূল্য?

এবাৰ দিব, এবাৰ মচিব। এবাৰ দিব, এবাৰ মচিব।

পগলাৰ দৰে খঙটো বাঢ়ি আহি এটা সময়ত তাইক কাবু কৰি দিলে।

অশোকৰ ফালে তীক্ষ্ণকৈ চাই তাই ক'লে—

চুপ থাক, আৰু ইহঁতক পাপাৰ বদনাম গাবলৈ মানা কৰি দে নহলে......

অশোকে তাইৰ মুখখন সামান্য হেচি ধৰিলে, মনে মনে, পুলিচৰ লগত দন্দ নকৰে নহয়।

০০০ সন্ধিয়া সময়ত চহৰৰ থানাখনত মানুহৰ ভিৰৰ মাজত অপেক্ষা কৰি আছিল। শোভনাৰ দেউতাক, মাক, ৰূশ আৰু তাইৰ মাহীয়েক মহাক আৰু অন্য বহুত মানুহ।

লাজ আৰু খঙত তাই কালৈকো নাচালে।

বহা, অ'চি বৰাই তাইক বহিবলৈ দি দেউতাকক ভদ্ৰকৈ ক'লে।

চাৰ, ফৰ্মেলিটি আৰু বেয়া নাপায় যদি.....

দেউতাক ওলাই যোৱাৰ পাছত, মুখত তামোল এখন ভৰাই এলিপা চুন জিভাত লগাই, অ'চি জনে নাটকীয় ভঙ্গীত হিচহিচাই ক'লে .....

তোমাৰ বাপেৰ এজন দগাবাজ, নহয় জানো!

আমাৰ এগেইনষ্টে ৰিপৰ্ট কৰে,

শোভনাই একো উত্তৰ নিদিলে।

শুনা অশোক মোৰ চিনাকি, তুমি ঘৰৰ পৰা দিয়া একো বস্তু নলবা, যাদু কৰি তোমাৰ মন সলনি কৰি দিব। ইমান ধুনীয়া ছোৱালী, চোকাও, মাত্ৰ ক'বা কৰ্টত তুমি নিজেই পলাই আহিছা, নিজ ইচ্ছাত।

কিন্তু মই পলাই অহা নাই। শোভনাই উত্তৰ দিলে, আৰু মোৰ পাপা দগাবাজ নহয়।

বাৰু! বাৰু! বেছি স্মাৰ্ট দেখাব নালাগে,— অ' চিয়ে ক'লে—

এইখনত চহী কৰা.....

শোভনাই পঢ়ি চালে।

"মই নিজ ইচ্ছাই আশোকৰ লগত পলাই গৈছো, অশোক মোৰ পুৰণা প্ৰেমিক, দেউতা এই বিয়াৰ বিৰোধী আছিল, মোৰ বয়স এতিয়া ১৯ বছৰ" হাতত কলমটো লৈ শোভনা ৰৈ থাকিল।

কৰা চহী কৰা.......

তাই চহী কৰি দিলে,....

এই চাৰক মাতি দে। দেউতাক সোমাই আহিল, একেজন অ'চিয়ে থিয় হৈ দেউতাকক শোভনাৰ কাষতে বাহিবলৈ দিলে, "চাৰ আপোনাৰ ছোৱালী নষ্ট হৈছে, নহ'লেনো এই

গুণ্ডাটোৰ লগত পলাই গৈছো বুলি কয়নে।" আপোনাৰ মাকৰ কথাবোৰ মনেসজা বুলি কৈছে তাই। মানে লিখিত Statement ত কৈছে এইয়া.. ....। অ' চিয়ে দেউতাকলৈ চাই ক'লে— মই কৈছো কৰ্টত বিয়াও নাই বহা বুলি কবা, বয়স ১৭ বুলি সঁচা কথা কবা। চাৰ ইহঁতক ৰাতিলৈ দি আছো ধুলাই, এতিয়া কথা পাতক, মাককো মাতি দিয়ক।

এক মুহূৰ্তত ইমান মিছা কথা কব পাৰে? একেটা মানুহে, এনেকৈ শোভনা বাক্‌ৰুদ্ধ হৈ পৰিল, মাকে আগবঢ়াই দিয়া গাখীৰ গিলাচ হাতেৰে পেলাই, তাই সশব্দে কান্দি কান্দি দেউতাকক কৈছিল "পাপা আই হেইট ইউ, leave me alone. মাকে এটা প্ৰকাণ্ড চৰ বহুৱাই দিলে তাইৰ গালত। কিয় কিয় মাৰিছ মোক। শোভনাই গালখন চুই চালে, I hate you papa, এই পুলিচবোৰে মোক বেয়াকৈ গালি পাৰিছে. ।

ইতিমধ্যে পুনৰ অফিচ ৰুমলৈ সোমাই অহা অ'চি বৰাই শোভনাক উত্তৰ দিলে, দেউতাকৰ ফালে চাই— মা, ইমান দিন তোমালোকক বিচাৰি দিনে-ৰাতিয়ে নুশুই নুশুই, ইহঁত বলিয়াৰ দৰে হৈ পৰিছিল,— (আৰু মই?) (ইমান দিন বান্দৰৰ দৰে পাহাৰ বগাই কি হ'ব লাগিছিল?) এই প্ৰশ্নটো মুখেৰে নকৰিলে তাই), যোৱা মোৰ কোৱাৰ্টৰতে মুখ-হাত ধুই আহা,— যোৱা— চাৰ! অলপ ফৰ্মেলিতি আছে, মই ব্যৱস্থা কৰি দিওঁ, শোভনা ৰাতিটো ইয়াতেই থাকিব লাগিব, আপোনালোকো থাকক। — বাথৰুমত সোমাবলৈ গৈ বেৰৰ ৰঙা ৰঙৰ কেঁচা ৰঙবোৰত হাত পৰিল শোভনাৰ।

মিনিষ্টাৰ আহিব। সেয়ে ৰাতিয়েই থানাৰ চূণ কাম শেষ কৰিব লাগিব।

কাকো একো নামাতিলে তাই। চিন্তা কৰাৰ শক্তি খিনি যেন একেবাৰেই লোপ পালে এনে লাগিল।

বাহিৰত মুখ হাত ধুই, শোভনা পুনৰ অফিচৰ চকীখনত বহি পৰিল. কাষত ৰুণ। দেউতাক আৰু মাকে ৰুণক কিবা এটা কৈ ওলাই গ'ল।

অফিচ ৰুমৰ পৰা শোভনাক লকআপৰ ওচৰত এখন বেঞ্চিত কম্বল এখন দি মদ খাই বেহুচ হৈ থকা পুলিচ এটাই ক'লে।

লোৱা এইখন, টোপনি ধৰিলে শুই থাকিবা। পিছে পেণ্ট কেলেই পিন্ধি ছ.. অ' টাউনৰ ছো...ৱা...লীটো... তাতে ডাঙৰ কলে জত পঢ়া ছোৱালী।

তাইৰ চকুৰ আগতে মাতাল পুলিচটোৱে অফিচৰ বেৰতে পেচাব কৰি দিলে।

ৰুণ, শোভনাৰ নিচেই ওচৰলৈ আহি তাইৰ হাত খনত ধৰি তাইৰ চকুলৈ চালে।

শোভনাৰ চকুত পানী বিৰিঙি উঠিল। এটোপাল পানী তাইৰ হাততে পৰিল।

বা ....। ৰুণে তাইৰ হাতখনত খামুচি ধৰিলে। ৰুণক চাই থাকোতে, শোভনাৰ চকুত স্পষ্টকৈ পৰিল তিনিটা মানুহৰ মুৰ্তি, লকআপৰ অশোক, যশোৱন্ত আৰু কুলদীপ, হাতত হেণ্ডকাফ।

পিন্ধনত এটা এটা অৰ্ন্তবাস। গা উদং কৰি দিছে পুলিচে চিঃ । লকআপৰ লোহাৰ ৰডেদি মুখখন গুজিদি অশোকে চুমাৰ দৰে আকৃতিৰে শোভনালৈ নিঃশব্দে অংগী-ভংগী কৰিলে।

চিঃ এই পৰিবেশত এইবোৰ। নাকটো কোঁচাই দিলে শোভনাই।

ৰুণ, মোৰ ওচৰৰ পৰা নেজাবি।

পুলিচ থানাৰ পৰিবেশটো তাইৰ পচন্দ ন'হল।

" হে ভগৱান, মই সীতাৰ দৰে কম যেন

ফাট দিয়া বসুমতি পাতালে লুকাওঁ।"

ক'তা, অনবৰত ভৱিষ্যত দ্ৰষ্টা লৈ ব্যস্ত থকা, বেজ-জ্ঞানীলৈ ব্যস্ত থকা মায়েটো কেতিয়াও কোৱা নাছিল মোৰ এনে ভৱিষ্যতৰ কথা?

ক'তা মোৰ কল্পনাই ভুলটো ঢুকি পোৱা নাছিল এনেকুৱা অপমান ভৰা অভিজ্ঞতাৰ কথা?

আৰু নিৰ্লজ অশোক? থানা নহয় যেন ঘৰ।

ঘৰ! হয় পৃথিৱীৰ পৰা বহুদূৰত যেন কৰবাত সোমাই থাকিম।

মই ঘৰলৈ যাম ৰুণ, মোৰ ভাগৰ লাগিছে। চকুৰেদি বাধা নমনা পানী বোৰ তাই মোহাৰি ল'লে।

(ৰুণ মোক ক্ষমা কৰি দে, মা ... পাপা..)

মনে মনে তাই ক'লে নিজকে,

ইয়াতকৈ আৰু কি অপমান হ'ব পাৰে .......

চহৰৰ সম্ভ্ৰান্ত মানুহৰ, ৰাজপৰিয়ালৰ সন্তান, পুলিচৰ থানাত।

চোৰটো কৰা নাই!

মিছাটো কোৱা নাই!

কিয়, কিয় এই শাস্তি?

পৃথিৱীত ময়েইতো একমাত্ৰ প্ৰেমিক নহয়?

প্ৰেমিকৰ এনে হয় জানো? কেতিয়াও শুনা নাই এইবোৰ, দেখানাই কেতিয়াও।

ক'ত ক'ত লুকাও মই, ক'ত ক'ত লুকাম, ক'ত ক'ত মই আশ্ৰয় বিচাৰিম?

ওচৰত থকা কম্বল খনেৰে তাই মুৰটো ঢাকি বেঞ্চখনত শুই পৰিল, এখন হাতেৰে ৰুণৰ হাতখন টানকৈ ধৰি থাকিল।

পুলিচৰ বিশ্বাস নাই!

অ'চি বৰুৱাৰ কুটিল হাঁহিটোৱে নাইপিয়া সাপৰ দৰে তাইৰ মুৰেদি যেন বগাই গ'ল।

"your father in a con man." !!

পুতলা এটাৰ দৰে আলফুলে ডাঙৰ কৰা মানুহজনে তাইৰ বাবে মুৰ দোৱাব লগা হৈছে শত্ৰুৰ ওচৰত।

নিজকে ধিক্কাৰ দিলে তাই।

আন্ধাৰ, এতিয়া সকলো আন্ধাৰ।

মোৰ ভৱিষ্যত আন্ধাৰ।

মোৰ প্ৰেম আন্ধাৰ।

মোৰ পৰিয়ালৰ পৰা মোৰ সম্পৰ্কত আন্ধাৰ।

দৌৰি দৌৰি নদীত জাপ মাৰি দিয়াৰ কামনা জাগিল শোভনাৰ। আৰু এইযে ৰুনামটো।

পাহৰিবনে মানুহবোৰে?

তাইক আইডল কৰি সন্তানবোৰক সৌকাৰ কোব দিয়া মাকবোৰে আৰু কেতিয়াও নকৰ।

" শোভনাক চা, কিমান ভাল!"

কলেজত লগৰবোৰে, বিশেষকৈ শত্ৰুবোৰে ভেঙুচাব।

দেখিলি, "চুপাৰ ৰুস্তম শোভনা।"

বিপ্লব কৰে!

শত্ৰু বোৰৰ জয়জয় ময়ময় হ'ব।

পাপাৰ শত্ৰুবোৰ!

মোৰ শত্ৰুবোৰ!

আৰু কুন্তিৰাজন? সি চাগে হুঁহিত ফাটি পৰিব।

মৰি যাওঁ, মৰি যাওঁ ..। কম্বলৰ তলেদি টেবুলত পৰি থকা ব্লেডখন তাইৰ চকুত একান্ত আশ্রয়ৰ দৰেই লাগিল।

কাষত ৰুণ,

কম্বলৰ কাষেদি হাতখন সন্তপৰ্নে টেবুললৈ আগুৱাই দিলে। এটা ৰেপ, হাতত, ঠিক তলুৱাৰ ওচৰত।

মুক্তি!

মুক্তি এই জীৱনৰ পৰা, কালিলৈ কটলৈ বান্দৰৰ দৰে মানুহবোৰৰ চকুৰ পৰা।

আগবাঢ়ি যোৱা হাতখন ৰুণে খামোচ মাৰি ধৰিলে।

টেবুলত থকা ব্লেডখন সি খিৰিকিৰে পেলাই দিলে।

পাগল হৈছ বা? আমি আছো নহয়। ই কুকুৰক মই।

অশোকলৈ তীব্ৰ দৃষ্টিৰে ৰুণে চাই থাকিল।

ই কুকুৰে আমাক কষ্ট দিছে।

ৰুণক তাইৰ ককায়েকৰ দৰেই লাগিল। আশ্রয় দাতাৰ দৰে।

" পুৰুষৰ এই পুৰুষত্ব গুণৰ বাবেই চাগে নাৰীক সদায়, প্ৰতিমুহূৰ্ততে পুৰুষৰ দৰকাৰ হয়।"

পিতাৰ ৰূপত।

ভাতৃৰ ৰূপত।

স্বামীৰ ৰূপত।

প্ৰেমিকৰ ৰূপত।

পুত্ৰৰ ৰূপত,

সাহসী হৈয়ো, হৰিণাৰ দৰে, ৰূপেই কাল হয় নাৰীৰ। পুৰুষ হৈ পৰে অবিচ্ছেদ্য অংগ।

এইটো ৰুণেই অশোকক আইডল কৰি লৈছিল। অথচ আজি, সি দেউতাকৰ দৰে সাহসেৰে কৈছে —

দেউতাৰ পিছত সি,
তাৰ পিছত ৰাজ।
স্বাৰ্থপৰৰ দৰে কেৱল অশোকৰ কথাই ভাবিলো,
মৰম লাগি গ'ল তাইৰ তালৈ। সৰুৰে পৰা কাজিয়া কৰি থকা ৰুণলৈ।
ৰুণে তাইৰ ওচৰত পাইচাৰী কৰি থাকিল।
যেন ৰানীৰ অনুচৰ।
সতৰ্ক প্ৰহৰি।

টেবুলৰ কাষলৈ মদখাই বেহুচ হৈ অহা পুলিচ এটাক সি গতা মাৰি দিলে। কি হ'ল, কি বিচাৰিছে................?

❑ ❑ ❑ ভয়ত সি আঁতৰি গ'লগৈ। তেখেতৰ পুৰা নাম? আপোনাৰ .....?
সন্মুখত বহি আছিল, মেজিষ্ট্ৰেতজন।
শান্ত চেহেৰাৰ,
পিছদিনা ৰাতি পুৱাৰ কথা, কৰ্টত।
অলপ ইতস্তত কৰিয়েই ইংৰাজীতে তেওঁ ক'লে Sorry Girl, Dıd his thing properly entered yours.??
চকুৰ পৰা টপ টপকৈ পানীয়ে তিয়াই পেলালে শোভনাক।
খিৰিকিয়েদি চাই দেখিলে, ইতিমধ্যে ৰাস্তাৰ পৰা বান্দৰৰ দৰে কৌতুহলি চকুবোৰে তাইকে চাই আছে।
আৰে — " চুপাৰ ডুপাৰ একট্ৰেছ বে "
চহৰৰ আটাইতকৈ নামী ছোৱালী।
থহৰকৈ তাইৰ কানত পৰিল।
মেজিষ্ট্ৰেট জন উঠি গৈ খিৰিকি দুখন বন্ধ কৰি দিলে।
কওঁক, Yes Speak up.
I donot know. Do not know.
Did you love him?
U — R — Yes !
Or. Did you eloped with him.
U—R—Y—e—s.
But your father complained oh. Then your father ıs misleading us.
No — তাই সবলকৈ ক'লে।
Tell me the truth!
Do not hesitate.
("শোভনা, যশোৱন্ত, কুলদীপহঁত মৰি যাব।")

কটলৈ অহাৰ আগতে দেউতাক অশোকৰ লকআপৰ আগত মুখামুখী হৈ, কোৱা দৃশ্যটোৰ মনত পৰি সিএৰি উঠিল তাই।

হু, মোৰ ঘৰলৈ আশ্ৰয় বিচাৰি ভাত খাবলৈ আহ।

I will Finish you. মোৰ ছোৱালীক mislead কৰিছ।

( কেনেকৈ আৰম্ভ কৰিম ?)

মাকৰ প্ৰকাণ্ড চৰটো মনত পৰি গ'ল তাইৰ।

Yes I love him. We got married at Kamakhaya.

When ?

U — R — , One month back.

টুকি ল'লে মেজিষ্ট্ৰেটে।

Now They will take you to a virginity test

নীলা শাৰী পিন্ধা মানুহ এজনীয়ে শোভনাক লগত লৈ পুলিচ ভান খনত উঠিল। পিছে পিছে এখন এম্বেচেদৰত ৰুণ, দেউতাক আৰু মাক।

দাগী অপৰাধী নেকি মই?

আৰু VIRGINITY TEST ? গিনিপিগ মই ??

VIRGINITY TEST !

চাৰ্কাচৰ বান্দৰ শোভনা!

মানুহে চাই আছে তাইক!

হয়নে এনেকুৱা কাৰবাৰ? নাৰীৰ জীৱনৰ আটাইতকৈ গোপন কথাবোৰ নিৰ্লজ্জৰ দৰে ক'ব লগা হৈছে অচিনাকী ক'লা কোট পিন্ধা মানুহক.

আৰু, নাৰীৰ জীৱনৰ আপুৰুগীয়া সম্পদকো। তাইৰ কুমাৰীত্বৰ পৰীক্ষা হৈ থাকিব।

অশোকে শুধিলে, তই VIRGIN নে?

আইনে পৰীক্ষা কৰিব, সঙ্গম হৈছেনে?

যেন পৃথিৱীত কোনেও প্ৰেম কৰা নাই।

যেন পৃথিৱীৰ সকলো নাৰীয়েই নিয়মৰ একান্ত অনুচৰ!

যেন শোভনা নামৰ ছোৱালী এজনীক ভগৱানে দুৰ্ভাগ্যৰ এক নম্বৰ লিষ্টত থৈছে।

কোনো দোষ নকৰাকৈ শাস্তি!

কোনো পাপ নকৰাকৈ শাস্তি!!

হস্পিতালৰ ভিতৰতো কৌতুহলী জনতাৰ ভিৰ ঠেলি শোভনা সোমাই গ'ল, পাৰহৈ গ'ল।

দুটা কোঠা।

শোভনা আহক,

ডাক্তৰ হাজৰিকা আছল।

তললৈ মুৰ কৰি কথমপি নপৰাকৈ থাকিল তাই ।

মা! দেউতাৰাক কিয় কষ্ট দিলা! দেউতাৰৰ Heart attack.

মূৰটো আচন্দ্রাই কৰিলে শোভনাৰ।

আন্ধাৰ কেউকাষে। আহ মৃত্যু চাগে এইয়া।

ভৰিৰ পৰা মূৰলৈকে সামান্য কঁপনি এটা উঠিল শোভনাৰ।

এটা সময়ত শোভনা মাটিত বাগৰি পৰিল।

এই Senseless হৈ গ'ল, হাৰি আপ,

মাজনী! মূৰ্চ্ছাযোৱা শোভনাক কোলাত তুলি দেউতাকে পগলাৰ দৰে কান্দিবলৈ ধৰিলে।

হেই হাজৰিকা,

ৱাৰ্ড নম্বৰ ১১, তৎক্ষনাত খালি কৰাওক।

হয়টো মেণ্টেল প্ৰেচাৰ বেচি হৈছে।

ফিজিকেলি উইক।

একেবাৰে "ল' ব্লাড প্ৰেচাৰ"।

বাট এৰি দিয়ক — মানুহবোৰে।

ইমাৰজেন্সি।

কুইক, কুইক

চেলাইন ঠিক কৰক।

হাৰি — নাৰ্চ,

চকু মেলা শোভনাই কাষতে বহি থকা দেখিলে মাকক, ইটো কাষত ঋণ আৰু ৰাজ।

আহ্ .... আহ্ ... শোভনা মূৰৰ বিষত কেকাই উঠিল।

নাৰ্চ এগৰাকীয়ে ইনজেকচন এটা দি গ'ল।

ক'ত মই , ঘৰত নেকি? কি হ'ল মোৰ?

একো হোৱা নাই, কঠোৰ হৈ মাকে ক'লে।

আৰু পাপাটি?

আছে, ঘৰলৈ গৈছে, আহিব। গোটেই নিশাটো বেচেৰা মানুহটো তোৰ কাষতে আছে। তোৰ কাপোৰবোৰ ধুবলৈ লৈ গৈছে।

তোৰ, লেতেৰা, কাপোৰবোৰ!

চকু দুটা মুদি দিলে শোভনাই।

মূৰটো কাতি কৰি তাই দেখিলে বাহিৰত দুটা পহৰাদাৰী পুলিচ।

পুলিচ কেলেই! মই ঘৰলৈ যাম।

যাম বুলিলে যাব নোৱাৰ! মেজিষ্ট্ৰেটক কিয় মিছা কথা ক'লি। এতিয়া ভাল পালেও, এদিনৰ বাবে জেললৈ যাব লাগিব।

কি? জেললৈ! কিয়?

শোভনা আকৌ মূৰ্চ্ছা গ'ল।

হস্পিতেলৰ দুটা দিন।

বেজিৰ খোচ !

চেলাইন!

মানুহৰ মুখ!

পৰিয়ালৰ ভিৰ!

চকু মুদি তাই শুনি থাকিল, দেউতাকে মহাকক কি কৈছে।

তই, এদিন হ'লেও জেলত থাকিবই লাগিব।

আমি custody বিচাৰিম।

কেচ ডিচমিচ্ মই নকৰো।

অশোকক এসেকা দিবই লাগিব।

আৰে তাই মাইনৰ, ১৮ হোৱা নাই তাইৰ, এইয়া মই লৈ ফুৰিছো তাইৰ সোঁৱৰণী, ১৭ বছৰ দুমাহ।

সৰুতে পঢ়িছে তাই, দুবছৰতে।

চোকা ছোৱালীতো।

অনৰ্গল কথা কৈ আছে বাপেকে, পাগলৰ দৰে। মানুহটো চাগে পাগল হৈ গৈছে।

বুকুখন বিষাই গ'ল শোভনাৰ।

পাগল হৈ যাম মই পাপাটিক দেখি থাকিলে।

এই মানুহটোৰ দুখ মোৰ সহ্য নহয়। হাতত থকা চেলাইনৰ বেজীটো খুলি, তাই পৰীক্ষা কৰিবলৈ অহা হাজৰিকা ডাক্তৰক ক'লে।

Uncle- I am fit to go to the jail. I just want to get rid of my family or I will simply die Uncle.

হাজৰিকাই মৰমেৰে তাইলৈ চালে।

শোভা আজিৰ পৰা ভালেমান বছৰৰ আগতে, দেউতাৰৰ প্ৰথমHeart Attack হৈছিল, কিবা মাটিৰ কেচৰ বাবে। তুমি তেতিয়া সৰু চাগে ক্লাচ চেভেন মানত।

গোটেই পৰিস্থিতি তুমি কণ্ট্ৰল কৰিছিলা।

দেউতাৰা মানুহটো বৰ আনলাকি। সৎ হোৱা বাবে . কেৱল কষ্ট হৈ থাকে।

মই দেউতাৰৰ ক্লাচ মেইট আছিলো। মানুহটো বৰ আনলাকি। আনলাকি, নিজৰ বাবে নহয়।

লোকৰ বাবে।

দোষ তেওঁৰ নহয়, দোষ এই চিষ্টেম বোৰৰ।

তোমাৰ অশোকৰ কথাও মই জানো, দগাবাজ এটা।

তোমাৰ কথাও —

তুমি নিৰ্দোষী বাবেই দেউতাৰে উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছে। অসৎ মানুহৰ জালত ভৰি দিলে আৰু ওলাব নোৱাৰিবা। ময়েই কৈছিলো দেউতাৰাক, আমেৰিকাত থকা মোৰ ভতিজাটোৰ লগত বিয়া দিয়াৰ কথা।

পঢ়াও হ'ব, তোমাৰ বিদেশতো থকা হ'ব। তোমাৰ কেৰিয়াৰ হ'ব। সি ভাল ল'ৰা।

তোমাক সি কটনত দেখিছে। তোমাক সি ভাল পায়। আমেৰিকাৰ পৰা সি তোমাৰ কথাই কৈছে। তুমি শিকা আৰু থকাৰ প্ৰাচুৰ্য্য চব পালাহেতেন। মই কথাটো তোমাৰ দেউতাৰাক কান চোৱাইছিলো।

দেউতাৰে কৈছিল তুমি I A S নিদিয়ালৈকে, সেয়া নাভাবে। অৱশ্যে না-ও কৰা নাছিল।

You had a bright future.

এতিয়া আৰু।

থিক আছে যি ভাল দেখা, নিজৰ care ল'বা।

হাজৰিকা আঙ্কল, Take care of my papa. মই বুজি পাইছো, লাজ কৰিলে নহব। solution মোৰ হাতত হ'ব। এইখন যুদ্ধ মই শেষ কৰিম। মোৰ বাবে আৰম্ভ হৈছে যেতিয়া, মই নিবিচৰাকে। I am responsible.

ঃ এজনী ষাঠি বছৰীয়া বৃদ্ধাই জীৱনৰ সমস্ত অভিজ্ঞতাৰে কাৰোবাক কথা কৈ থকা যেন বোধ হ'ল হাজৰিকাৰ।

ঃ God Bless you my child ! Be strong - সকলোৰে জীৱনত কেলেংকাৰী থাকে। মাত্ৰ You are unlucky. Your incident has been blown out of proportion.

দেউতাৰ সাংবাদিক শত্ৰুবোৰৰ কাম কম!

চিন্তা নকৰিবা, I will take care of him.

মই লিখি দিছো। ৰাতি যোৱাই ভাল, মানুহৰ ভীৰ কমিব, এয়া দৰৱ দি দিম, লগত লৈ ল'বা, — Bye.

হাজৰিকাই আইৰ কপালত সৰু কৈ চুমা এটা খালে।

০০০ গেৰুৱা ৰঙৰ স্কাৰ্ট, এটা জেকেটেৰে শোভনা। চুলি খিনি বন্ধা, নীলা পাৰিৰ মানুহ গৰাকীয়ে ভেনৰ পৰা নমাই কাৰাগাৰৰ চাপৰিব লগা দুৱাৰ খনেদি তাইক বাট দেখুৱাই নিলে। হাতত থকা কাপোৰৰ টোপোলাটো তাইৰ হাতত দি মহিলা পুলিচ গৰাকীয়ে ক'লে।

যাওক এইয়া ঘৰৰ পৰা দি পঠোৱা কাপোৰ আৰু দৰৱৰ টোপোলা, মাত্ৰ এদিন থাকক যেনেতেনে। ঘৰৰ গাড়ী আহি আছে পিছে পিছে মাত্ৰ ভিতৰত সোমোৱাৰ পাৰমিচন নাই। জেইলৰ চাহাবে আপোনাক জানে, চিন্তা নাই। আপোনাৰ বাবে ভাল ব্যৱস্থা কৰা হৈছে, যাওক কি কৰিব, দুৰ্ভাগ্য! এই কুকুৰটোক বিয়া নকৰাব।

ঘূৰি চালে তাই, গলগৈ নীলা পাৰীৰ মানুহ গৰাকী। হাতত টোপোলাটো লৈ চুচুক চামাক কৈ তাই ভিতৰ সোমাল। আন্দোলনৰ সময়ত এইখন জেললৈ আহিছে বহুবাৰ। লগৰ বোৰক আপেল কমলা দিবলৈ।

আন্দোলনকাৰী দেউতাকক খবৰ কৰিবলৈ।

কিন্তু ..... আজি .....!!!

মাথাৰ গণ্ডগোল থকা কেচ চাগে। মহিলা পুলিচ এজনীয়ে তাইৰ ফালে আঙুলীয়াই, চাধাখিনি মুখত ভৰাই আনজনীক ক'লে।

ঃ মাথাৰ গণ্ডগোল? মোক চাগে পাগলীৰ নিচিনা লাগিছে।

লাগক!

ঃ মই পাগলীয়েই হৈছো। ইমানবোৰ ঘটনা পাহাৰ, জুৰি, থানা, হস্পিতাল, সেইদৰে মানুহ পাগল হ'বই।

হয় মই পাগলী!

ঃ নহয় অ' সেই পাহাৰ বগোৰা চাৰৰ কেচটো।

ঃ অ' ... অ' ... পুলিচজনী আগুৱাই আহি তাইলৈ চাই ক'লে।

সেইফালে নহয়, পুৰুষৰ ৱাৰ্ড। এইফালে, জেইলাৰৰ ৰুমলৈ যাওক, দিয়ক কি দিয়ে।

ঃ মোৰ হাততো পইচা নাই।

ঃ তেন্তে কি আছে (অশ্লীল) এজনীয়ে ব্যঙ্গ কৰি ক'লে।

ভয়ত শোভনাৰ বুকুখন কঁপি উঠিল।

সেউজীয়া পৰ্দাখন থেলি অধীক্ষকৰ কোঠাটোলৈ সোমাই গ'ল তাই, হাতত টোপোলাতো।

তাইক পাগলীৰ দৰে দেখাত সহায় কৰা টোপোলাটো।

বহা, ক্ষীন-মীন বগা বৰনৰ ডেকা অধীক্ষকজনে বহিবলৈ চকীখন আঙুলীয়াই দিলে।

অলপ ইতস্তত কৰি তেওঁ আৰম্ভ কৰিলে।

মই তোমাক জানো! একপ্ৰকাৰৰ মই আপোনেই তোমাৰ। কটনত মই তোমাক দেখিছো। এইবোৰ কেনেকৈ হ'ল? মই জইন কৰাৰ পৰা অশোকক কেবাবাৰো এইখন জেলতে পাইছো, বেলেগ বেলেগ কেচ।

সকাহ পালে তাই, কিন্তু মুখেৰে একো নকলে।

এতিয়া চেইন, আঙুঠি এইবোৰ সব খোলক।

বহিলে অলপ বহক, কিন্তু ৬ বজাত মোৰ ডিউটি শেষ, বেলেগ এজন আহিব তাৰ আগতে আপুনি ভিতৰলৈ যাব লাগিব।

কি?

মহিলা ৱাৰ্ডলৈ; চিন্তা নকৰিব একো নহয়, এটা ৰাতিহে। আপোনাৰ দেউতা মা দুয়ো সম্ভ্ৰান্ত ঘৰৰ। এনেকুৱা কেচ এই চহৰতে বহুত হৈছে। যোৱাবাৰ প্ৰভাত দত্তৰ পুনেত পঢ়া ছোৱালীজনী পলাই গৈছিল নেপালী ড্ৰাইভাৰটোৰ লগত, ইয়াতে আছিল তাই, কিন্তু অৱশ্যে publicity নাছিল। আপোনালোক ডাঙৰ মানুহ, publicity হ'বই। কাণ নকৰিব। ও, কওঁক – ব'লক মই আগ বঢ়াই দিম।

চাৰিওফালে পকাৰ বেৰেৰে আগুৱা নাৰায়ণীৰ দেশ; ৰেডিঅৰ নাটক খনৰ কথা মনত পৰি গ'ল শোভনাৰ।

নাৰায়ণী!

নাৰায়ণী!

এয়া মই, গোলাপ ফুল এপাহ গুজি লৈছো।

এইয়া মই ইয়াত চুমা খাই দিছো।

হিট ড্ৰামা আছিল সেইখন, ৰেডিঅ'ৰ ভলিওম বঢ়াই ঘৰৰ সৰেই শুনা ড্ৰামা আছিল।

ঃ এখোজ দুখোজকৈ আগবাঢ়ি সৰু অসম আৰ্হিৰ এটা ঘৰলৈ, দেখিলেই ধৰিব পাৰি, লেতেৰা। বেঁউফালে এখন সৰু ফিল্ড। সোঁফালে সৰু সৰু ঠেক কাৰাগাৰৰ চেলবোৰ– কিছুমান অবিন্যস্ত চেহেৰাৰ মহিলা, ঘূৰি ফুৰিছে। দুৰ্গন্ধত তাই না কটো হাতেৰে হেচি ধৰিলে।

ঃ চাওঁ কোন এইজনী, হাৰামজাদী — আহিছে? নিগ্ৰোৰ দৰে ক'লা পিঠিৰ মানুহ এজনীয়ে পিঠিখন উলিয়াই দি , খিৰিকিৰ ভিতৰত থকা ছোৱালী দুজনীৰ হতুৱাই মিঠাতেলেৰে মালিচ কৰাই আছে পিঠিখন। হেই! (অশ্লীল) এনেকৈ নহয় অ' কেচাইখাতি মতা কেনেকৈ চম্ভালিবি? হেচি দে পিঠিখন। চাৰিখন বগা বগা হাতেৰে ক'লা ৰঙৰ পিঠিখন হেচি থাকিল। হেচ্, হেচ্ জোৰকৈ জোৰকৈ (মৰতি) । শোভনাই ঠিয় হৈ এই অদ্ভুদ মানুহবোৰ চাই থাকিল। হেই , লাট চাহাবৰ জীয়েক, আহ মাতিছো নহয়, এইফালে, ন'হলে চাল্লি চুলি চিঙি দিম চালা। শুনা নাই, ইয়াত ময়েই ৰাণী(অশ্লীল)।

ঃ বাইদেউ, চাৰৰ কেচটো, পেপাৰৰ কেচটো মানে, পাহাৰৰ কেচটো।

শোভনাক থবলৈ অহা মহিলা জনীয়ে আগবাঢ়ি আহি ইঙ্গিততে বুজাবলৈ চেষ্টা কৰিলে।

ঃ অ' -। সেইকাৰনে ইমান দেমাকী, অলপ সামান্য অপ্ৰস্তুত হৈ ক'লাকৈ মানুহজনীয়ে পিঠিটো ঢাকি দিলে।

হ'ব - যা !!

বগা বগা হাত দুখন আতৰি গ'ল।

যোৱা, ভিতৰলৈ যোৱা (যেন মন্দিৰলৈহে যাবলৈ বাট এৰি দিছে মানুহজনীয়ে।) এই ভাৱতেই শোভনালৈ চাই ক'লে।

ঃ শুনিছো, কটনত পঢ়িছিলা। চাৰক চিনি পাওঁ, মানে দেউতাৰক। মৰিবলৈ কেলৈ গৈছিলা পলাই! ডকাইতটোৰ লগত, মাৰ বাপেৰৰ তেজ খোৱা ছোৱালী, বজ্জ্যাত।

(জহনীজাতি ছোৱালী)!

শোভনাৰ খং উঠিছিল। কাণখন বন্ধ কৰি দিলে তাই, এনেকুৱা বেয়া আৰু অশ্লীল সম্বোধন,— জীৱনত কোনেও কৰা নাছিল!

কেৰাহীকৈ মানুহজনীলৈ চাই, তলা খুলি দিয়া ৰুমটোলৈ গৈ এচুকৰ পকাত বহি পৰিল তাই।

টং - টং- টং - বিকট শব্দ কৰি জেলৰ ঘণ্টা এটা বাজি উঠিল। হাতত এলুমিনিয়ামৰ থালবোৰ লৈ ৰুমটোৰ পৰা মহিলা ১০ জনী মান বাহিৰলৈ ওলাই গ'ল।

বাইদেউ নাযায়?

ক'লৈ? ওচৰতে তাহাঁতৰ বনকৰা বীণাৰ দৰে ছোৱালী এজনী ঠিয় হৈ আছিল। তাইয়ে সুধিলে।

খাবলৈ? খানা দিছে?

(খানা, এলুমিনিয়ামৰ থালত ভিক্ষাৰীৰ দৰে।)

শোভনা নগল।

নাযাও, অন্ততঃ ইয়াত মই খাই নমৰো।

এটা ৰাতি এই নৰকত কটাই দিম।

বুকুখন হাহাকাৰ কৰি উঠিল শোভনাৰ —

ধান বনাদি বানি থাকিল বুকুখন।

কি সাংঘাতিক অসভ্য তিৰোতা এইবোৰ —!

যোৱা, মৰম লাগি গ'ল ছোৱালীজনীলৈ তাইৰ —

তাই তেতিয়াও কাষতে থিয় হৈ আছিল।

কি নাম তোমাৰ?

ৰীনা।

হঁা! ভালঘৰৰ ছোৱালীৰ চেহেৰা, পঢ়া-শুনা কৰিছিলানেকি?

ইয়াত কিয় আছা?

ভাগ্যৰ দোষ বাইদেউ।

মা-দেউটা হাইজাত ঢুকাইছিল। খুড়া-খুড়ীয়ে ধন সম্পত্তি আত্মসাৎ কৰিবৰ বাবে মোক চেইন চোৰ বুলি থানাত দিলে, থানাৰ পৰা জেইলত।

দুবছৰ হ'ল, মোৰ কোনো নাই, কেচ চলি আছে।

ভয়ত উশাহ বন্ধ হৈ গ'ল শোভনাৰ।

এনেকুৱাও হয়! এনেকুৱাকৈ জীয়া ফাঁকি দি নিৰ্দোষী মানুহক বন্দী কৰা হয়। এনেকৈ ছোৱালী এজনীক।

ৰীনা, ঐ জহনিতজাতি, নাখাৱ নেকি? কি লেন চেলাই আছ? চিঞৰ এটা থহৰকৈ কানত পৰিল।

বাইদেউ! ইহঁতৰ হিংসা, যোৱাবাৰ, টি প্লেণ্টাৰৰ জীয়েক এজনী ইয়াত দুদিন আছিল. মোৰ বাহিৰে তাই কাৰো লগত কথা নহৈছিল, তাই মোক লৈ যাম বুলিও কৈছিল।

কিন্তু ইয়াৰ পৰা গ'লে কোনেও আৰু ইয়াৰ কথা মনত নেপেলায়।

ঃ নৰক এইখন? দোৰঘোৰ পাপ কৰিলে এই নৰকখনত আহিবলৈ পায়। যোৱা জনমত ছাগে আপুনিও পাপ কৰিছিল।

ঃ হয়, হয় চাগে ৰীনা। এইখন সচাই নৰকৰ দৰে, নেদেখা হ'লে কেতিয়াও নাজানিলো হেতেন।

ঃ ৰীনাৰ কোমল মুখখনে শোভনাৰ দমি থকা দমি থকা ভয় আৰু খংটো অলপ কমাই দিলে।

যোৱা, খাই আহাগৈ। শোভনাই তাইলৈ চাই ক'লে—

ঃ কিনো খাম বাইদেউ, পানী পানী দাইল, আৰু পোক থকা চাউল, কাগজহেন ৰুটি, তাতে মেল বাৰ্ডৰ পৰা অনবৰত ভয়।

কিয়?

ঃ এই হাৰামী ৱাৰ্ডেন জনীয়ে ছোৱালী ৱাৰ্ডৰ ছোৱালী চাপ্লাই কৰে যেতিয়া, ধনী অপৰাধীবোৰে মেল ৱাৰ্ডত ছোৱালী বিচাৰে। ইহঁতে ইয়াৰ পৰাই লৈ যায়।

ঃ তোমাক?

ঃ মোক পৰা নাই বাইদেউ। থানাত পুলিচ এটাই মোক বেয়া ব্যৱহাৰ কৰিব খুজিছিল, মুখত সোপা দি। নোৱাৰিলে, মই লঠিয়াই বেয়া জেগাত তাক — , তাৰ পিছত মোক গুৰুলা গুৰুলকৈ সিহঁতে মাৰিলে, এইয়া হাত এখন বেকা হৈ গ'ল। সেই খঙতে সিহঁতে মোক জেললৈ চালান দিলে।

ঃ ইয়াত মোক পাগলী আৰু খঙাল বুলি ভয় কৰে। এই ৱাৰ্ডেন জনীকো এদিন চুলিত ধৰি থৈছো।

ঃ চৰিত্ৰ বেয়া হ'বলৈ নিদিও, মৰি যাম বুঢ়ী হৈ জেলত। জানে বাইদেউ, মোৰ দেউতা গাঁবৰ স্কুলৰ শিক্ষক আছিল, মা জমিদাৰৰ ছোৱালী আছিল।

বৰ মৰমৰ আছিলো মই। কেনেকৈনো মৰিল মাহঁত। এতিয়ালৈ চাগে মই চহৰৰ কলেজত পঢ়িলো হেতেঁন, পঢ়াত মই ভাল আছিলো, ডাক্তৰ হ'বৰ মন আছিল।

শোভনাই ৰীনাক সাবতি ধৰিলে। চিন্তা নকৰিবা মোৰ দেউতা সাংবাদিক, পেপাৰত এই খবৰ মই Focus কৰিম। তুমি ন্যায় বিচাৰ পাবা। পৰা হ'লেটো মই লৈ গ'লোহেতেন তোমাক, কিন্তু কি ক'বা মোৰেই বিপদ।

কি হ'ল বাইদেউ?

যা - ও - ক, তুমি নুবুজিবা। যোৱা খোৱাগৈ।

আহক মুকলিত খোজ কাঢ়িব। ৰীনাই তাইক লৈ গ'ল সৰু ফিল্ড খনলৈ।

"ঐ ৰাম, মোকে ঐ মাৰিলে,
ঐ ৰাম , শ্ৰীমা, হৰৰে,
ঐ ৰাম, মই যে দুখীয়া,
ঐ ৰাম, পিন্ধনে উৰনে,"

ঃ ইমান সুৰীয়াকৈ কোনে গীত গাইছে ? কোনে? কৌতুহল বশঃত অন্ধকাৰ চেলবোৰৰ ফালে শোভনা আগুৱাই গ'ল।

ঃ বাইদেউ, হাতত খোৱা থালি লৈ থকা ৰীনাই সকিয়াই দিলে — দূৰত থাকিব, পাগলি এইজনী। এডাল শিকলিৰে ভৰিটো বান্ধি থোৱা আছে।

খিৰিকিয়েদি মানুহজনী থকা চেলটো চাই বশ্নি কৰি দিবলৈ মন গ'ল শোভনাৰ।

অক্ - ইমান লেতেৰা, পেচাৰ পাইখানাৰ গোন্ধ।

খিৰিকিৰ ফালেদি দলিয়াই দিয়া ৰুটি এটা একামোৰ মাৰি তাই দলিয়াই দিলে।

"খাদ্য, খাদ্য, হেৰ মই,
সোণৰ চামুচত খাইছিলো,
হেৰ, কমতো দুখতনো
পেটৰ পোৱালীতো মাৰোনে?"

শোভনা এইবাৰ মহিলা গৰাকীৰ একেবাৰে ওচৰ চাপি গ'ল। এক ইঞ্চিমান দূৰত্বত খিৰিকিখনৰ ওচৰতে ৰ'ল।

বগা বৰনৰ, ধুণীয়া লাহি এইজনী মানুহ। সম্ভ্ৰান্ত ঘৰৰ দৰে লাগে।

ঃ বাইদেউ, অ' বাইদেউ, আহকচোন মোৰ মনৰ কথা শুনক! মই বোলে পাগলী? মোক এইয়া শিকলিৰে বান্ধি থৈছে, মোক ইহঁতে হত্যাকাৰী বুলি কয়।

সৌ কেইজনীয়ে চুপতা চুপতি কৰে মোক লৈ।

কোনেও মোৰ কথা বিশ্বাস নকৰে - - - - অ' বাইদেউ।

ঃ কোৱা মই বিশ্বাস কৰিম। শোভনাই তাইৰ চকুলৈ চাই দৃঢ়তাৰে ক'লে।

সঁচাকে?

সঁচাকে, - - - - শুনক বাইদেউ, মানুহজনে মোৰ ওচৰৰে বেলেগ এজনীৰ লগত ঢলিগলি আৰম্ভ কৰিছিল, উহঃ কি আচৰ্যকিৰ বাইদেউ।

ঘৰ দুৱাৰ চব এৰি মেট্ৰিকতে পলাই আহিছিলো। অনবৰতে খঙ উঠি থাকে বাইদেউ। সি মোক মাৰি মাৰি আধামৰা কৰিলে।

এদিন খঙতে কোলাৰ কেচুৱাটো থেকেচা মাৰি খঙতে সি মৰি থাকিল বাইদেউ।

আইঐ বুকুৰ সোনটো মোৰ।

কুকুৰৰ পোৱালী বাপেকতো!!

আৰু জহনিজাতি নাতেসৰিজনী!!!

বেৰত মুৰতো আচাৰি আচাৰি তাই বিনাবলৈ ধৰিলে। কান্দোনৰ লগে লগে তাই সুৰিয়া কণ্ঠেৰে বিনাই গ'ল - -

ঐ ভু-ভাৰতত নাই এনেকুৱা,

ঐ বোৱাৰী জীৱন মোৰ,

ঐ স্বামীক হেৰুৱালো,

ঐ পুত্ৰক হেৰুৱালো,

চিঞৰ, গীত কান্দোনেৰে পৰিবেশটো গধুৰ কৰি তুলিলে, মানুহজনীয়ে বেৰত খুন্দিয়াই খুন্দিয়াই থাকোতে মুৰৰ পৰা ইফালে তেজ ববলৈ ধৰিলে।

ঃ বাইদেউ নাযাব, মহা বদমাচী এইজনী। নাতেসৰী, কেচুৱাটো মাৰিছেই, গিৰিয়েকৰ মতে তাই কেচুৱা মাৰি বেলেগ এটা এটালৈ পলাই যাব খুজিছিল।

থু - - - ই - - , থু ই - মানুহ জনীয়ে দূৰত থকা, বাৰ্ডৰ মানুহজনীক থুৱাই দিলে

দুটা এটা চিটিকনি শোভনাৰ গাতো পৰিল।

তাই মোহাৰি ল'লে।

ঃ বাইদেউ ক্ষমা কৰিব, এইজনীয়ে মোক সদায় জোকাই থাকে, মোক পাগলী বুলি কয়!

দে, দে তই মোক থুৱাই দে - চাল্লি, কুট্টি, তাইৰ ভবিত কিয়? হাততো শিকলি পিন্ধাই দে।

ঃ ৰ' তোক তেজপুৰলৈ পঠাব নোৱাৰিলে মোৰ নাম নাই।

শিকলীৰ শব্দ, মানুহজনীৰ কান্দোন, শোভনাই হাত খনেৰে যেন কান দুখন হেচি ধৰিব।

বাইদেউ, ঘৰৰ মানুহ ব'লক। সম্বিৎ ঘূৰি আহিল শোভনাৰ।

জেইলাৰৰ কোঠাত বৈ থকা দেউতাকক তাই চালে। সহজ হ'বলৈ শোভনাৰ সময় লাগিল।

মানুহ জনীৰ কথাবোৰ কান্দোনবোৰ ভাহি আছিল।

মা, ওচৰলৈ আহি কপালত, চুমা এটা খাই দেউতাকে কান্দি দিলে। " বুকুত দেউতাকে লৈ অহা এসোপা পুৰস্কাৰৰ চাৰ্টিফিকেট।"

মা-জনী মোৰ, দেহীজনী, এইয়া চা নিজকে তই পাহৰি গৈছ, তই তোক পাহৰি গৈছ।

মই জানিছো তোৰ কষ্ট হৈছে। কিন্তু একোনহয় তই তোৰ Statement সলনি কৰ।

ঃ What is your liability ? Are you pregnant ?

ঃ No papa, I donot love him.

ঃ It is only the situation. যশোৱন্ত আৰু কুলদীপ নিৰ্দোষী বাবে মই মিছা statement দিছো, সলনি নকৰো।

দেউতাকৰ চকুৰ পৰা টোপটোপকৈ পানী পৰিবলৈ ধৰিলে—

মা, কিবা খালি—?

হেঁা— ল'। আপেলৰ টোপোলা এটা তাইলৈ দেউতাকে আগবঢ়াই দিলে।

এটা সময়ত তাইৰ বিবৰ্ণ মুখখনলৈ চাই, দেউতাক বিব্রত হ'ল। মোৰ ছোৱালী, মোৰ আলসুৱা ছোৱালী ইয়াত! জানটো,— পাহাৰ বাগাইছ— জানটো,— কুটা এডাল কৰিবলৈ নিদি তোলা মোৰ ৰাণীজনী — কুকুৰটোয়ে কি কৰিছে — হুকহুকাই কান্দি উঠিল দেউতাক। লগত অহা মাকেও কান্দি দিলে। তই ওলাই আহ, খঙৰে মাকে ক'লে, তোক ই যাদু কৰিছে। তই তই বাপেৰক ....... মাকে আকৌ হাত দাঙিলে তাইক মাৰিবলৈ।

শোভনা শিলৰ দৰে স্তব্ধ হৈ থকা ঠাইতে থিয় হৈ থাকিল।

কান্দিবও নোৱাৰিলে তাই।

Papa, leave me alone, মই চিন্তা কৰিম। এনেকৈ মোৰ কষ্ট হয়। যাওকগৈ, মই ভালে থাকিম। থকিবই লাগিব। আপোনাৰ পৰাজয় নহয়!

কালৈ নোচোৱাকৈ তাই নিজৰ ঘৰলৈ যোৱাৰ দৰে কাৰাগাৰৰ সৰু কোঠালী তোলৈ সোমাই গ'ল। হাতত থকা আপেলবোৰ তাই বীণাক দি দিলে।

গাৰ্ড এটাই মনে মনে লুকুৱাই কিবা কাগজ এখন দি গ'ল তাইৰ হাতত।

আপোনাৰ চিঠি.......

জানটো,

মা দেউতাৰে Emotional blackmail কৰিবলৈ চেষ্টা কৰিব। তই পতি নাযাবি। মই তোৰ ওচৰতে। জেলত আছে যশৱন্তহঁতো। অমিতা, আপেল পঠাইদিছো। শুনিছো, তই একো খোৱা নাই। এখন Application লিখ তই পৰিয়ালক লগ কৰিব নিবিচাৰ।

- I love you. অশোক।

গাৰ্ডটো বৈ আছিল। কিবা দিব?

ঃ নিদিওঁ, যোৱা আৰু শুনা আপেলবোৰ সৌ মানুহজনীক দি দিয়া।

ঃ বাইদেউ, উকীল!

শোভনা আকৌ উঠি গ'ল।

অশোক!

পাপাহঁত!

উকীল!

মূৰতো তাইৰ আচল্লাই কৰিলে।

ঃ অশোকৰ উকিল মই, এইখন Application চহী কৰা। personal bond বিচাৰো, তেতিয়াই প্ৰমান হৈ যাব তুমি মেচিওৰড।

আৰু! উকীল গৰাকীলৈ চালে তাই, বেচ স্মাৰ্ট।

আৰু মানে, আকৌ Re- statement হ'ব লাগিলে, সচাঁ কথা ক'বা।

মই সচাঁ কথা ক'লে অশোক জেলত থাকিব লাগিব।

কি?

ও, The truth is that I was kidnapped by those man

The truth is that, I do not love him. The truth is that, I don't want to marry him The truth is that he is a con man. He does not deserve me

একে উশাহতে কথাবোৰ কৈ তাই তীব্ৰ চকুৰে উকীললৈ চালে। And - Do not disturbe me.

I am harassed.

I am a human being.

অশোকৰ কথা —

ঘৰৰ কথা —

উকীলৰ কথা—

জেইলাৰৰ কথা —

মেজিষ্ট্ৰেটৰ কথা —

পুলিচৰ কথা —

জেলৰ মহিলাৰ ৱাৰ্ডেনৰ কথা —

কাৰ কাৰ কথা নুশুনিম মই? মোৰ কথা কোনে শুনিছে? মোৰ মানসিক অৱস্থা কোনে ভবিছে???

Damn it, I was not used to all his-bloody - Go away, Go away,

শোভনাই বাতিটো কাৰাগাৰৰ শুদা পকামজিত বাঁনাই দিয়া কম্বল খন লৈ উজাগৰে থাকিল। মূৰটো অসম্ভৱ বিষাইছিল।

ৰাতিৰ কাৰাগাৰৰ এই নিশাটোৱে তাইৰ বুকুত অসম্ভৱ নিৰাপত্তাহীনতাৰ ভয় এটা সুমুৱাই দিলে।

অপৰাধী, বিবৰ্ণ নাৰীবোৰ!

কান্দি থকা মানুহজনী!

ৰীনাৰ কথাবোৰ!

উহ্ ভগবান, এইবোৰ নজনাহ'লে, মই সম্পূৰ্ণ নহলোহেতেন জানো। নিজকে নিজেই সুধিলে।

এইবোৰ মানুহৰ দুৰ্দশাবোৰে মোৰ দুখবোৰ, লাজবোৰ কমাই দিছে।

ফাঁকি দি লাভ নাই। মই এতিয়া Trap ত অভিমন্যু। মই! মই দুৰ্বল হ'লে নচলিব।

ভবিষ্যতে যদি পাৰো ৰীনা হঁতৰ কথা লিখিম।

এনেকুৱা মানুহ বোৰৰ কথা শুনিম।

প্ৰেমৰ বাবে, বিশ্বাসৰ বাবে হাঁহাকাৰ কৰি থকা মানুহবোৰৰ মুখবোৰ ভাহি উঠিল তাইৰ।

"ভালেই হৈছে, যি হৈছে!" " Think positive "কিবা এক শক্তিয়ে যেন তাইৰ হাতত ধৰি বিষাদৰ জগতৰ পৰা লৈ গৈছে।

যি হ'ব, ভালেই হ'ব। নিজকে শান্তনা দিলে তাই।

ৰাতিপুৱাৰ পোহৰৰ লগে লগে বাহিৰত কথাৰ মহলা মাৰি থকা ছোৱালীবোৰক সৰু ফিল্ডখনত গোট খুৱাই সিহঁতক শাৰী পাতি থিয় কৰাই ক'লে।

সময়বোৰ এনেকে নষ্ট নকৰিবা।

এয়া চোৱা, মই শিকাই দিছো, যোগাভ্যাস কৰিবা, মই জেইলাৰক কৈ যাম তোমালোকক কিতাপ, বাতৰি কাকত দিবলৈ, এনেকে থাকিলে তোমালোক পাগল হৈ যাবা।

ভাল কথা চিন্তা কৰিবা, প্ৰাৰ্থনা কৰিবা।

অন্তৰেৰে কৰা, মই শিকাই দিছো।

ক'লা বাৰ্ডেন জনীয়ে হাঁহি দিলে। শোভনাৰ কাষতে বহি ছোৱালীবোৰক চিঞৰি ঢমকি দিলে। নকৰ কিয়, কৰ, শিকি ল।

ভাল কথা নিশিক! জহনী ..ত ..............

শোভনাই ছোৱা দেখি বাৰ্ডেন জনীয়ে মুখখন বন্ধ কৰি দিলে, ছোৱালীবোৰে সঁচাকৈয়ে শোভনাই দেখুৱাই দিয়াৰ দৰে কৰি থাকিল।

ৱান , ভৰি কোচোৱা!

টু, এনেকে!

থ্ৰি, এনেকে!

প্ৰথমবাৰৰ বাবে এইখন কাৰাগাৰত এনেকুৱা আপোনাৰ দৰে কোনোবা আহিছে। ৰীনাই আনন্দত, আবেগত কান্দি উঠিল।

বাইদেউৰ বাবে হাততালি দে –

চেলত থকা মানুহ জনীয়েও হাততালি দিলে।
শোভনাৰ অন্তৰখন আনন্দত ভৰি গ'ল।
মুহূৰ্তবোৰ এনেকৈয়ে ল'ব লাগে— নৰকত, স্বৰ্গ থাকে।
এই দোষী নিৰ্দোষী মানুহবোৰক শিক্ষা দিলে সিইতো ভাল হ'ব।
কৰুণাত, হাত দুখন ওপৰলৈ তুলি নিঃশব্দে শোভনাই ভগবানক আকৌ এবাৰ ক'লে।
এই মানুহবোৰক শাস্তি দিবা, বিশেষকৈ নিৰ্দোষী বোৰক।
নিৰ্দোষী মানুহৰ হোৱা মনোকষ্ট মই অন্ততঃ জানো!
জনাতকৈ
বেছি ভালদৰে,
বুজাতকৈ
বেছি ভালদৰে—।



# সেই প্ৰেম

সেই ৰাতি, জেইলাৰে মোক সোণৰ চেইন আৰু আঙুঠিটো দি কৈছিল, personal বণ্ডত আপুনি ফ্ৰি।

মই শুধিছিলো, এই ৰাতিখন কলৈ যাম?

তেওঁ কৈছিল, আমি নাজানো, আপুনি যাওক ঘৰলৈকে। আমি গাড়ী বা ৰিক্সা এখন থিক কৰি দিম।

দৰাচলতে মানুহজনে মিছা কৈছিল।

কাৰাগাৰৰ দুৱাৰত, মোক নিবলৈ অপেক্ষা কৰি আছিল মোৰ পৰিয়াল। মোক personal bondত নহয়, মা-দেউতাৰ custodyত দিছিল, ১৮ পৃষ্ঠাৰ সেই কৰ্টৰ সিদ্ধান্ত এক Historic সিদ্ধান্ত আছিল।

বিচাৰপতিয়ে অশোকৰ দৰে দাগী অপৰাধীৰ ওচৰত মোৰ নিৰাপত্তা নাই আৰু আত্মনিৰ্ভৰশীল নহয় বাবে, নিস্বাৰ্থকৈ ডাঙৰ কৰা মাক দেউতাকৰ ওচৰত সন্তান নিৰাপদ বুলি মোক মা-দেউতাক গতাই দিছিল।

পাপাটিৰ জয় হৈছিল। কাৰাগাৰৰ বাহিৰ ওলায়েই, মই গম পাইছিলো, কোনোবাই মোক গবা মাৰি গাড়ী এখনত সুমুৱাই দিছিল। খুড়া আছিল সেইটো।

মাও আছিল,

খুড়াৰ ছোৱালী হিৰুও।

ঘৰত এসোপা ভকতৰ সৈতে অপেক্ষা কৰিছিল পাপা। ঘৰ সোমাই, পাপাটিক ধৰি মই প্ৰায় দুঘণ্টা চিঞৰি চিঞৰি কান্দিছিলো।

সকলোৱে কান্দিছিল।

দে দে তাই কান্দক, কান্দক তাইৰ বহুত কষ্ট হ'ল। কান্দি কান্দি তাই দুখবোৰ ধুই পেলাওক। মোক বুকুত সুমুৱাই পাপাই গোট খোৱা মানুহ বোৰক কৈছিল। ৰাইজ আৰ্শীবাদ দিয়ক।

"অ' হৰি, অ' ৰাম" — গোসাই আৰু মানুহবোৰে আৰ্শীবাদ দি ঘৰাঘৰি গৈছিল।

মোৰ ভৰি কেইটা চাই পাপাটি উচুপি উঠিছিল। চাচোন এইজনীৰ ভৰি কেইটা? নিশ্চয় হাবিত এনে হ'ল। আন ঐ, এচৰীয়া গৰম পানী, ডেটল।

হে কপাল, মোৰ কুঁৱৰীৰ কি অৱস্থা। পাপাটিয়ে মোক ভৰি ধুৱাই ধুৱাই কান্দি আছিল। পাপাটিৰ চকুৰ পানী মোৰ ভৰিত টপটপকৈ পৰিছিল।

নিজকে কচাইৰ দৰে লাগিছিল মোৰ।

পাপাটিৰ কান্দোনৰ বিভৎস দৃশ্য সেয়া।

বাগৰি বাগৰি পাপাটিয়ে কান্দিছিল।

পাগলৰ দৰে এটা সময়ত মায়ে মোৰ চুলিকোচাত ধৰি মোক বাঢ়নী এটাৰে কোবাবলৈ ধৰিছিল অতৰ্কিতে।

এইৰ গাত ভুত লাগিছে। মোক বেজে কৈছে। চাও মই তোৰ ভূত খেদাম।

মাক খুড়াহতে ধৰি শান্ত কৰিছিল।

আৰু খুড়াৰ ছোৱালী হিৰুই মোক গা ধুৱাই দিছিল।

বহুত দিনৰ মুৰত পাপাটিৰ বুকুত, লেপ এখন লৈ মই টোপনি গৈছিলো।

যেন বহুযুগ মই শোৱাই নাছিলো,

যেন বহুযুগ মই অঘৰী আছিলো,

যেন মৰুভূমিত ছায়া আছিলো,

যেন মিচৰৰ মামি হৈ অভি শাপত দগ্ধ আছিলো,

যেন অগস্ত্য মুনিৰ যাত্ৰা আছিলো।

প্ৰথম বাৰৰ বাবে ঘৰ, নিৰাপত্তা আৰু পৰিয়ালৰ মৰম মই বেছিকৈ উপলব্ধি কৰিছিলো। কদৰ্য পৃথিৱী খনৰ কথা মই মনত নেপেলাও বুলি প্ৰতিজ্ঞা কৰিছিলো। অশোকৰ কথা পাহৰি পেলাম বুলিও। মনত পৰিছিল, হৈ যোৱা ঘটনা বোৰ।

ৰীনাৰ কথা,

তাহাঁতক মাত লগাবলৈও সময় নাপালো।

হস্পিতেলৰ কথা,

বান্দৰৰ দৰে ওলমি থকা মানুহ বোৰৰ কথা।

পাহৰি যাব লাগিব মই।

মোৰ পৃথিৱীখনলৈ মোহ হৈছিল।

পাপালৈ,

মালৈ, ৰুণলৈ, ৰাজলৈ।

মোৰ বাহিৰেও আৰু বহুত দুৰ্ভগীয়া মানুহ পৃথিৱীত আছে। পাপাটিয়ে কৰা ন্যায়ৰ যুদ্ধখন কিমান যে কঠিন মই বুজিছিলো।

অ'চিজনৰ টেঙৰ মুখখন মনলৈ আহিছিল।

পাহাৰৰ জুৰিটো—

যশোৱন্ত, কুলদিপৰ বুৰ্বক বুৰ্বক হাঁহিটো,

সপোনৰ দৰে লাগিছিল সেইবোৰ,

দুঃস্বপ্নৰ দৰে!

মই জানিছিলো মই দুটা কামেই কৰিব পাৰিম:

হৈ যোৱাবোৰ মনত পেলাই আত্মহত্যা কৰা,

হে যোৱাবোৰ পাহৰি জীয়াই থকা,

পৃথিবীৰ মোহত জীয়াই থকাৰ ইচ্ছাই মোৰ প্ৰবল হৈছিল, আৰু মোৰ ফেণ্টম!

শুই থাকোতে দেউতাৰ বুকুত, সচাঁকে কোনোবাই মোক কানে কানে কৈছিল, মই তোমাৰ ফেণ্টম, মই তোমাৰ বৈদিক হোমৰ জুই। মোক তুমি পাবা শোভনা, বাট চাবা।

নিশ্চয় সেয়া মই আছিলো, অভিলাষে শোভনাক বুকুত সাবতি ধৰিছিল।

থিক, থিক এইদৰে পাপাটিয়ে মোক সেইদিনা সাবতি ধৰিছিল। লেপ,তুলি, বিচনা এইবোৰেও মোক নিৰাপত্তা দিছিল অভিলাষ!

কিন্তু আৰু আছিল মোৰ কপালত সংঘাতৰ ৰেখা, শুনিবা চাগে? শুনা জান, শোভনাই আকৌ কৈ গৈছিল।



# ৰঙা ডায়েৰীৰ শেষ পৃষ্ঠা

নিজৰ পাতলিয়া দাড়িখিনিত হাত বুলাই, কাৰাগাৰৰ মস্ত গেটখনৰ মাজৰ সৰু চাপৰ গেটখনেদি হাউলি ওলাই আহিল অশোক, সংগত যশোৱন্ত আৰু কুলদীপ। হিৰ'ৰ দৰে ওলাই আহিল অশোক, চেহেৰাত ক্লান্তিৰ লেশ নাই। অভ্যাস বশতঃ সি ঘুৰি চালে।

এই পিছৰ ফাললৈ ঘূৰি চোৱাটো তাৰ এটা ভ্ৰম। এক ধৰণৰ ভয়।

কিজানি পিছফালৰ পৰা কোনোবাই আক্ৰমন কৰে।

নিজৰ জীৱনলৈ, নিজৰ দেহটোলৈ সাংঘাতিক মোহ তাৰ।

বাদাম, বুট, পানী মস্ত মস্ত লোহা লক্কৰ ভাঙি ভাঙি বনোৱা এই দেহাটো তাৰ। এই দেহটোৰ বাবেই জেলতো মহা আৰাম। সৰু কয়দী বোৰে পাল পাতি পাতি কাম কৰি দিয়ে। কাহি বাতি ধুই দিয়ে। হাত ভৰি পিতিকি দিয়ে। যশোৱন্ত থাকিলেটো কথাই নাই। কুলদীপে দেখিলে, বেচেৰাই ভয় পাহৰি গ'ল। জেলৰ ৰজাৰ দৰে সি। দুধৰ্ষ অপৰাধীয়েও ভয় কৰে তাক, আৰু পইচা থাকিলে ৰজাৰ দৰে জেলখনো ভাত ঘৰৰ দৰে কৰি ল'ব পাৰি, যি লাগে তাকেই পাব পাৰি, পইচা থাকিলে।

চৰি ভাই, দোস্ত হো তু এইচা দোস্ত।

অলপ দূৰ খোজ কঢ়াৰ পাছত যশোৱন্তৰ পিঠিত ঢকা এটা মাৰি দিলে সি।

ঃ মোৰ বাবেই তোৰ জেল হ'ল।

ঃ বেচেৰা কুলদীপ!

ঃ আৰু তইঁতৰ বাবেই মই ফচিলো। এতিয়া এই কেচ বোৰত মাজে মাজে কৰ্টলৈ আহি Help কৰি দিব লাগিব।

যশোৱন্তই একোৱেই উত্তৰ নিদিলে।

কেৱাইকৈ চাই কুলদীপে শুদ্ধ পাঞ্জাবীতে যশোৱন্তক ক'লে। বাদ দেনা এইবোৰ জেং।

মোৰ Ray ban চান গ্লাছজোৰ।

মোৰ নতুন বাইকখন।।

কি হ'ব এতিয়া?

কি হ'ব কুকুৰ! ঘৰত ঘি তেল খাই থাক নহয়? পালি গম, জেলত কেনেকৈ মচ্চৰ মাৰি থাকিব লাগে।

এটা অদ্ভুত ভঙ্গীৰে কুলদীপে যশোৱন্তক দেখুৱালে, জেলত এনেকুৱা বজা তইঁত।মোক আৰু জেলত নফচাবি, আৰু নতুন ভাবীক এবাৰ লগ কৰিবলৈ মন আছিল।

নতুন ভাবীজনী বহুত ভাল। কিন্তু অশোকদাৰ বহেনৰ দৰে লাগে।

বহুত আচ্ছা।

বেচেৰী। যশোৱন্তৰ মুখৰ পৰা অকস্মাত ওলাই গ'ল। মূৰৰ পাগুৰীটো থিক কৰি যশোৱন্তই এখন ৰিক্সা ৰখালে।

ক'লৈ যাবি অশোক? সি সুধিলে,

জানো? মানে নাজানো!

অশোকৰ পিঠিত ঢকা এটা মাৰি সি ক'লে— ভাই, ঘৰত মা বাবাই চিন্তা কৰি থাকিব। তইতো কাকো কেয়াৰ নকৰ! ক'লৈ যাবি ক, মোৰ ঘৰ বাদ দি। শুনিছো কুলদীপৰ দেউতাক মানে মোৰ ভিনি ফায়াৰ, মোৰ বিয়াও থিক হৈছে। জেলত সোমোৱা ল'ৰাক কোনেও ভাল ছোৱালী নিদিয়ে। ভাই ভাল কামত মাতিবি, আগৰ দৰে লাফৰা কামত নামাতিবি। যাও অশোক ... !

আৰে, — ৰিক্সাত উঠিব খোজা যশোৱন্তৰ চাৰ্টত পিছফালৰ পৰা অশোকে থাপ মাৰি ধৰিলে।

ৰবি। মই গান্ধীবাদী বুঢ়াক এসেকা দিম বে। নহলে দিল ঠান্দা নহব। বুঢ়াটোৱে কি কৈছিল মোক থানাত? চুৰা চেলেকা কুকুৰ। এই কুকুৰৰ পোৱালীক কিবা এটা কৰিব লাগিব।

আৰে মানিছো ভাই তোক, দিলত কি তোৰ পাথৰ আছে অশোক। তোক পুলিচত পলাই থাকোতে জেগা দিয়া মানুহটোৰ ছোৱালীতোক হামলা দিছ তই। তই হ'লেভি একেই কৰিবি। কচোন তোৰ জীয়েৰক, মানে বেটিক, তোৰ নিচিনা এটাঁলৈ দিবি? আকৌ শোভনাক হামলা দিম বুলি নকবি। তাই ভাল ছোৱালী, তই কাক ঠগিবি?

বেয়া কামটো দুয়োটাই একেলগে কৰিছো।

যশোৱন্তৰ গাৰ পৰা হাতখন এৰুৱাই শূন্যতে মুঠি এটা মাৰি বক্সিং মৰাৰ দৰে কৰি অশোকে ক'লে।— না, না যশোৱন্ত, এইবাৰ শোভনাই দিগদাৰী কৰিলে খতম কৰি দিম। ঘৰৰ পাঠটো তাই শুনিবই। তাতে দুনিয়াদাৰি নেদেখা ছোৱালী, কিবা লাফৰা হ'লে চব 'লাভ লেটাৰ' কৰ্টত দি দিম। চব witness মই ৰাখি থৈছো। Criminal brainটো টৌকা দিয়া দিগদাৰ আছে। তাই কওকচোন মোক ভাল পোৱা নাছিল! মই পৰৱা নকৰো। চব কথাৰে প্ৰমান লাগে। তই ভাল। মুখেৰে কবি? নহব। প্ৰমান লাগে বে। তাই বেয়া। প্ৰমান ক'ত?

আৰে জেল, পুলিচ, থানা মোৰ পুতলা ঘৰ। কাকো বিশ্বাস নকৰো মই, বুঢ়া যদি চৌধ ঘাতৰ চেঙেলী, মই যোল্ল ঘাতৰ চেঙেলী।

শুন যশোৱন্ত, এমাহ মান মাকৰ ঘৰত থাকক তাই। এইবাৰ pregnant কৰিব নোৱাৰিলো। আকৌ উঠাই দিম তাইক। তই চাথ দিবি।

ৰাব্বাচ আৰু বিনুক কি কম?

ঃ কবি পইচা সি পাব। কবি ৰাব্বাচক, তাৰ পাছত এটা মাফিয়া পৰিছে "চুলতান " তাক ভালকৈ থাকিবলৈ কবি। আৰু তাৰ মানুহ নামাৰিলে হাতকঁপা বেমাৰটো কমাবলৈ কবি।

ময়েই মানুহ মৰা বাদ দিলো।— অশোকে ক'লে।

ঃ এতিয়া ক'লৈ?

ঃ ক'লৈ আৰু, জহন্নামলৈ।

ঃ আৰে চিৰিয়াচলি?— যশোবন্তই শুধিলে।

ঃ মোৰ কাজিনৰ ঘৰলৈ, চেঙ্গি কাজিনজনীৰ হতুৱাই পিঠিটো পিটিকাই লম।

নিজৰ ফেমিলিৰ ভিতৰতে তাজা মালবোৰ থাকিলে, বাহিৰলৈ মাল বিচাৰি ন'গলেও হয়।— অশোকে দুষ্টৰ দৰে হাঁহি এটা মাৰি ক'লে। সন্দেহ কৰিও লাভ নাই ক'ৰো। কিন্তু এই শোভনা! ঘৰত চাগে বেচ ধুলাই খাব? বাপেকে নামাৰে, ছোৱালী বদনামত ঘৰতে বুঢ়ী হৈ যাব। কোনে বিয়া কৰাব তাইক? বাপেকে ঢোল বজাই মোক দৰা আদৰিব, নহলে ছোৱালী হয় ঘৰতে বজ্জাত হ'ব, নষ্ট পাব। যা যা, গাৰ বিষ উঠিছে, সম্ভব পাহাৰ বগোৱা বিষ। আৰু তই—

ঃ বিল্লুৰ মাকৰ তালৈ যাবি নহয়। চালা, হাৰামজাদা, এইবাৰ কুলদীপকো লৈ যা, সি বাগানৰ মেনেজাৰৰ ল'ৰা, দেখক আমাৰ দুনীয়াৰ ল'ৰাৰ কাৰণে জীৱনটো enjoy।

enjoy - - enjoy!!!

সমাজ, বদনাম এইবোৰ কেৱল মাইকীৰ বস্তু।

স্বভাৱ, চৰিত্ৰ মাইকীৰ বাবে।

ল'ৰা বিশাচ। নিজেই ৰজা।

ব'ল চালা, বকবাচ কৰিচ ফচাই কিনি মোক, ভাগো শোভনাই বচাই দিলে, নহলে, Kidnap কেচত যাবৎজীৱন জেল হ'লহেতেন

তোৰ শিক্ষা নহ'ব আৰু। তোক মোৰ ফেমিলিৰ কোনেও দেখিব নোৱাৰে।

তোৰ কাৰণে মোক টাউনত পুলিচে বিচাৰে।

ভাল ছোৱালীজনী নষ্ট কৰিলি। বেচেৰী ঘৰত বা কি কৰিছে।

বেচেৰী, কুলদীপেও সমানেই কৈ ৰিক্সাত উঠিল।

ইচ্ছা কৰিয়েই সি অশোকক নামাতিলে।

ব'ল, ৰিক্সাখন আগ বাঢ়ি গৈ থাকিল।

এই কুকুৰটো। ভাবীৰ কাৰনে ই ফিট নহয় সিফালে লভ্ কৰিছে প্ৰফেচনেল কিডনেপাৰ লৈ ছোৱালী উঠাবলৈ যায়। কাৰেজ নাই। বাপেকৰ চামনে ছোৱালী উঠাই লৈ আননা। আৰে পঢ়া শুনা ছোৱালী, এইমটো থাকিবই তাইৰ। ই চুৰবে তাইৰ পঢ়াৰ দুচমন হ'ল কিয়? ভাবীৰ কাৰণে ডাক্তৰ ইঞ্জিনিয়াৰ ঠিক আছে, অশোক ইমান বেয়া বুলি গম পালে তাই হাৰ্ট ফেইল কৰিব। ব'ল ভাবীক চব বতাই আহিম।— কুলদীপে যশোবন্তৰ ৰিক্সাত কৈ কৈ গৈ থাকিল।

ঃ বুৰ্বক, ধুলাই পাবি বাপেকৰ পৰা।

ঃ লেটাৰ লিখি দিম।

ঃ ঘৰত পঢ়িবলৈ নিদিব।

ঃ তেন্তে —?

অই - ৰিক্সা ৰখা— সিহঁতে টেক্সী ষ্টেণ্ডতে ৰ'ল।

বাই গুৰুক প্ৰাৰ্থনা কৰিবি। ময়ো কৰিম শোভনাৰ ভাল হওঁক। অশোকৰ দৰে পাষণ্ড

দিল নহয়। বেয়া আছিলো, কিন্তু ফেমেলি কি, বুজি পাওঁ। যশোবন্তৰ চকু-মুখ ৰঙা পৰিল। শোভনাৰ দেউতাকটো ভাল মানুহ বে। অশোকৰ চাথ আৰু নলও, সি যি কৰে কৰক।

০০০ এইখন যুঁজ যুজিব লাগিব। পইচা দি স্পাই গোটাব লাগিব। অলপ টনকিয়াল হৈ ল'ব লাগিব। অশোকে ইফালে ভাবি গৈ থাকিল—

ফ্রেচ।

বস্তি নামৰ সম্বন্ধীয় মেকুৰী চকুৰা ছোৱালী জনীলৈ তাৰ মনত পৰিল।

ফ্রেচ হ'ব লাগিব।

টেক্সী ষ্টেশুত থকা ল'ৰা কেইটামানে তাক চিনি পাই জোকাই দিলে।

চা-বেটা, হিৰ'ক চা, নাম্বাৰ বান হিৰ'!

চালা বেটা, চাৰক জোকাই লয় বে—।

চালা আমাৰ চাৰৰ ছোৱালী ইজ্জতত হাত দিয়ে।

হিৰ চাগে জেলৰ পৰা ওলাই আহিছে।

চা বে — বডি বনাইছে — বডিবে —।

মানিব লাগিব কিন্তু।

অশোকে মনে মনে একো নোকোৱাকৈয়ে সিহঁতক চেৰাই গৈ থাকিল।

০০০

ওম ক্রিং ক্রিং চামুণ্ডায় নমঃ

ওম ক্রিং ক্রিং চামুণ্ডায় নমঃ

ওম। তুলসিপাত, গোবৰ, দুবৰীৰে প্ৰায় পুতি পেলোৱা শোভনাৰ তিতা শৰীৰটোত আৰু একলহ পানী ঢালি, পূজাৰীজনে উচ্চস্বৰত চিএৰি চিএৰি গালে—

ওম - - - - - - কিৰিৎ

ওম জগদম্বা দুৰ্গৌ নমঃ

ওম শান্তি শান্তি ।

এতিয়া গাখীৰ ঢালি দিয়ক।

এতিয়া বেলপাত।

এতিয়া কেচাঁ গোবৰ।

থক থক কৈ কপি আছিল শোভনা - - -

শুচি কৰি দিয়ক এইক। ইমান দিন মাটিয়ে বালিয়ে আছে, দেহা অশুচিও হৈছে, আৰু সেই অসুৰটোৰ লগত এৰাতি শুইছেও, মাকে পূজাৰীক হাত যোৰ কৰি ক'লে।

হ'ব হ'ব আই। " চাণ্ডালিনি যোগ পৰিছে এইৰ " মান হানি। আৰু সৰ্বনাশ আছে'

এটা পঠা, এসাজ ৰঙা কাপোৰ, এসাজ ভাত আগ বঢ়াব লাগিব দেৱী মালৈ।

আৰু এবছৰ থাকিব এই ভোগ।

বন্দী কৰি থ'ব লাগিব ঘৰত। সূৰ্যই বেছি স্পৰ্শ কৰিব নোৱাৰিব।

নহলে অনৰ্থ হ'ব।

মাত্ৰ এবছৰ — দুবছৰ।

তাৰ পাছত শান্তিয়েই শান্তি। ছোৱালী দেশৰ মুধাফুটা মানুহ হ'ব। বিবাহ হ'ব বিদেশত।

আহ কি সুন্দৰ পুৰুষ হ'ব সেইজন।

দুবছৰ কিয় মহাৰাজ, তাইৰ ভালৰ বাবে বছৰ বছৰ বন্দী কৰি ৰাখিম, মাকে আঠু ল'লে।

পূজাৰীৰ মন্ত্ৰৰ স্বৰ আৰু দীঘলীয়া হ'ল।

ওম - - -

ওম - - -

ওম - - -

থক্ থক্কৈ কপি থকা শোভনাৰ গালৈ চাউল চটিয়াই পূজাৰীয়ে দেৱী মূৰ্তিত দিয়াৰ দৰে মৌ অলপ চটিয়াই দিলে।

শোভনা ঠাণ্ডাত কপি উঠিল, বতাহত কলপাত কপাদি কঁপি থাকিল তাই।

মনৰ ভিতৰখন শূণ্য, ভাৱলেশহীন।

ৰাতিপুৱা উঠাৰে পৰা ইমান ঘণ্টা তাই তিতিয়েই আছে

মাকে শুচি কৰিছে তাইক।

দিনটো আৰু দুবাৰ এনেকৈ শুচি হ'ব লাগিব বোলে।

সোণ ধোৱা পানীত গা ধুই তাবিজ পিন্ধিব লাগিব।

হাতত মোনা এটা লৈ শোভনাৰ ওচৰলৈ আহিব খুজিছিল দেউতাক।

বাধা দিলে মাকে — নোসোমাব চেণ্ডেল পিন্ধি। মহাৰাজে বেয়া পাব।

থৈ দিয়া তোমাৰ মহাৰাজ! ছোৱালীজনী ঠাণ্ডাত মৰি যাব। এনেয়ে ইমান আলৈ আথানি হৈছে, তাইক জিৰণিৰ দৰকাৰ। আহ মা, কিবা এটা খাই ল'

খবৰদাৰ! হুংকাৰ উঠিল মাক — বহুত হ'ল দয়া! এইবাৰ মই কৰিম যি কৰিব লাগে। এইৰ দায়িত্ব মোৰ। এতিয়াৰ পৰা। গোটেই দিনটো তাই একো খাব নালাগে। মহাৰাজে কৈছে, উপবাসে থাকি শুচি হোৱাৰ পিছতহে খাব পাৰিব। লেন চেলাবৰ দৰকাৰ নাই। ছোৱালীৰ গাত বেয়া বতাহ লম্ভিছে। যাওঁক, যাওঁক!"

মোনাটো ঠেকেচা মাৰি বাপেক বাহিৰলৈ ওলাই গ'ল।

শোভনাক মাটিত শুৱলৈ দি, পূজাৰী জনে জলকীৰাৰ গুৰি এসোপা জুইত দি শোভনাক, বাঢ়নী এটাৰে কোবাবলৈ ধৰিলে।

আঐ মা দুখ পাইছো, দুখ পাইছো। এবাৰত শোভনাই পূজাৰীৰ বাঢ়নীটো খাপ মাৰি ধৰিলে।

: দেখিছে, দেখিছে চাণ্ডালিনীৰ গাৰ জোৰ।

চাওঁ দিয়ক টকা এহেজাৰ আৰু ক'লা সুতা অলপ।

তৎক্ষনাত মাকে ভিতৰৰ পৰা টকা আৰু সুতা লৈ পূজাৰীৰ হাতত দিলে।

শোভনাক হেঁচি লৈ, মাকে তাইৰ বাহুত মস্ত এটা টাবিজ আৰি দিলে।

ল, এইটো সূৰ্য্যলৈ চাই খাই পেলাবি। লগত কোনো যাব নালাগে।

মাটিৰ পৰা তিতা কাপোৰকানিবোৰ চোচৰাই, শোভনা চোতাললৈ গ'ল।

সূৰ্য্যৰ ফালে নোচোৱাকে মিঠাইটো তাই খাললৈ দলিয়াই দিলে।

হ'লনে মা, সেয়া পূজাৰীৰ মাত। এতিয়া শুচি আহা।

মন্ত্ৰমুগ্ধৰ দৰে তাই পূজাৰীৰ কাষত থিয় হ'ল।

এতিয়া এই আলপিনটো এই মাটিৰ ৰঙালাওটোত খুচি দিয়া, সেই মানুহটোৰ মুখটো ভাবি। সদায় সূৰ্য্য ওলোৱাৰ পাছত এনে কৰিবা।

witch craft তাই পঢ়িছে পুতলাৰ গাত মৰা আলপিন, হৰৰ চিনেমাও চাইছে।

এয়া চাগে সেয়াই।

থক থককৈ কপি থাকিল শোভনা।

শোভনাৰ গাত গাখীৰ আৰু দৈ অলপ ঢালি দি এসোপা ধুনা নাকৰ আগত দি পূজাৰী আকৌ পূজাত বহিল।

ওম - - -

ওম - - -

ওম হ্রিং - - - ওম হ্রিং - - - ওম

দূৰ্গাই -

তমসো - ওম - - -

পূজাৰীৰ লগে লগে কোনেও নুশুনাকৈ শোভনাই গীতাৰ শ্লোক এটা আওৰালে।

" য়ং হিন ব্যথয়ন্ত্যেতে পুৰুষং পুৰুষৰং

সম দুখ সুখং ধীৰং সেহমৃতত্বয়ে কলাতে।"

দুখ সুখক সমান জ্ঞান কৰা ব্যক্তিয়েই মোক্ষ্য লাভ কৰে। নিজক বুজালে তাই।'

মোক্ষ লাভকৰিব লাগিব শোভনা!

এইখন যুদ্ধত ধৈৰ্য্য ধৰিব লাগিব!

সিদ্ধান্তৰ বাবে বাট চা অলপ!

সহ্য কৰিছই যেতিয়া সহ্য কৰ আৰু!

শোভনা এইয়া আৰম্ভহে!

এবছৰ সূৰ্য্য নেদেখা বন্দীত্ব আছে!

এইবাৰ পলাই যোৱাৰ বাট নাই।

বাহিৰে ভিতৰে হমগাৰ্ড।

থিয়হৈ মন্ত্ৰৰ দৰে উচ্চাৰণ কৰিলে তাই শব্দবোৰ।

এটা সময়ত ঠাণ্ডা, বিষ আৰু লঘোনত তাই অচেতন হৈ পৰিলে.....

চকু মেলি তাই শুনিলে- - -

মাকে ওচৰত চুবুৰীয়া কাৰোবাক কৈছে, পূজাৰ পাছতে চাগে বেয়া বতাহ লাগি গ'ল।

এতিয়া গাতো পাতল লাগিছেনে মা? চুবুৰীয়া বৰ-বৌৱে সুধিলে।

হিয়া দহি যোৱা চাৱনি এটাৰে শোভনাই তেওঁলৈ চালে।

হাতত এগিলাচ গাখীৰ লৈ অকনমানি ৰাজটো বায়েকৰ ওচৰত ৰ'ল।

বা খা গাখীৰ; তোৰ ব্ৰত শেষ হৈছে।

তেতিয়া বেলি পৰিছিল। আন্ধাৰ নামি আহিছিল চহৰ খনলৈ।

আন্ধাৰ বেছিকৈ নামি আহিছিল শোভনাৰ জীৱনলৈ।

আৰু কালি কি শাস্তি হ'ব মনতে ভাবিলে তাই।

০০০ এই চহৰখনত ৰাতিপুৱাবোৰ বৰ ব্যস্ততাৰ।

শোভনাৰ ঘৰখনতো,

তাইক পহৰা দিয়াটোও তাৰে এটা ব্যস্ততা।

দুয়োকাষে চাৰিটাকৈ হমগাৰ্ড। কি ঠিক অশোক জেলৰ পৰা ওলায়েই অঘটন ঘটাব পাৰে।

বিশ্বাস নাই তাৰ।

ৰাতিপুৱা, বাল্টিটো লৈ বাথৰুমলৈ গা-ধুবলৈ সোমাওঁতেই ৰূপে তাইৰ বাল্টিটো খাপ মাৰি ধৰিলে।

এই! (বা বুলি সি মতা নাই!)

বাল্টি মোক দে, গা ধুম মই।

ৰূপ, মোৰ গাটো বেয়া, আগতে মই ধুই লও হাঁ। বিনয়ৰে তাই কোৱা শেষ হোৱাৰ আগতেই প্ৰকাণ্ড ঘোচা এটা, বাল্টিৰ ওপৰতে তাই হামখুৰী খাই পৰিল। ওঠৰ পৰা চৌ চৌৱাই তেজ বৰলৈ ধৰিলে তাইৰ। ওঠৰ বাঁও ফালটো ফুলি গ'ল।

তেজ এইবোৰ, ওঠলৈ হাত গ'ল তাইৰ।

গৰুক দানা দি থকা বাপেকক সাৱতি তাই কান্দি দিলে। পাপা, পাপা, ৰূপে - - -, গৰুক দানা দিবলৈ এৰি বাপেকে ৰূপলৈ চোচা ল'লে।

তোৰ বায়েৰ হয়। হাত দিব নাপায় গাত।

খবৰদাৰ পাপা এইজনীৰ কাৰণে মোক গালি নাপাৰিব। নহলে, হাতখন দাঙি সি বৈ গ'ল।

ঃ কি তই মোক হাত দাঙিছ? আচৰিত হৈ গ'ল দেউতাক।

ঃ অ'। এইজনীৰ হৈ নকব, এইক মাৰি পেলাম। চাব নেকি কেনেকৈ? বাপেকে ভালকৈব নোৱাৰাকৈয়ে শোভনাৰ ডিঙিত ধৰি চোচৰাই আনি সি কপালাই তাইৰ পেটত গোৰ মাৰি দিলে।

পাক ঘৰৰ পৰা ওলাই অহা মাকে ধৰি এডাল লৈ শোভনাক উধাই মুধাই কোৱাবলৈ ধৰিলে।

শোভনাৰ মুখৰ তেজ নাকৰ তেজেৰে চোতাল খন ৰঙা হৈ পৰিল।

নাকৰ তেজবোৰ এহাতেৰে ধৰি পলকতে ব্যস্ত ৰাজপথেদি ওলাই তাই দৌৰি থাকিল, দৌৰি থাকিল শোভনা, তেজবোৰ হাতেৰে সোপা মাৰি।

ক'লৈ যাব তাই নাজানে।

মাত্ৰ তাই জানে এনেকে তাই বেছি দিন জীয়াই নাথাকে। অহাৰ দিন ধৰি এই তিনি দিন কেৱল অত্যাচাৰ।

মাৰপিট, গালি।

কেৱল মাৰপিট।

দৌৰি দৌৰি এটা সময়ত চহৰৰ মাজত থকা বাচষ্টেশুৰ একাষৰ অফিচলৈ সোমাই গৈ মহাকৰ ভৰিত উবুৰি খাই পৰিল তাই।

মহা মোক লৈ যাওঁক আপোনাৰ ঘৰলৈ মোৰ মাহীৰ তালৈ। তায়েই মোক সৰুতে ডাঙৰ কৰিছে, নহলে এয়া চাওঁক ....

কি তেজ! হাতত থকা ৰুমাল খনেৰে মহাকে তাইৰ ওঠখন মোহাৰি দিলে, নাকটোও।

মই জীয়াই থাকিবলৈ বিচাৰো মহা। মোক সহায় কৰক, মাক বুজাওক, মায়ে ৰুণকো মোক অত্যাচাৰ কৰিবলৈ লগাইছে।

বাহিৰত ৰৈ থকা হমগাৰ্ড দুটাক পৰ্দাৰ ফাকেৰে দেখিলে মহাকে।

ব'লা, মই থৈ আহিম, লাহেকৈ হাতত ধৰি মহাকে গাড়ীত বহাই দিলে তাইক।

তেতিয়াও ওঁঠৰ পৰা তাইৰ চৌ-চৌৱাই তেজ বৈ আছিল।

গাড়ী শোভনাৰ ঘৰ পাওতেই মাক আকৌ আগবাঢ়ি আহিল তাইক মাৰিবলৈ।

বদমাচী, মানুহৰ মাজেদি দৌৰিছ, মানুহক দেখুৱাবলৈ, আমি তাইক অত্যাচাৰ কৰিছো। হাৰামী মৰি যা তই, তোৰ কাৰণে শান্তি নাইকীয়া হ'ল আমাৰ।

ৰুণে মাকৰ আঁচলত ধৰি মহাকৰ আগতেই শোভনাৰ গাঁত থু-ৱাই দিলে - - -

থু- -ই, থু - - ই, থু - - ই শোভনাৰ সৰ্বশৰীৰ জিকাৰ খাই গ'ল।

চেঃ, মহাকে তাইক ভিতৰলৈ গ'ল, ড্ৰইংৰুমত বহি থকা দেউতাকক, দেখি মহাকে স্বস্তিৰ নিশ্বাস পেলালে।

"ভিনদেউ, যি হ'ল হ'ল আৰু, তাই আমাৰ সকলোৰে মৰমৰ, কিন্তু এনেকৈ মাৰপিট কৰি থাকিলে হয় তাই বলিয়া হ'ব, নহয় তাই মৰি যাব। শাও লাগিব আপোনালোকৰ।"

কিয় পাহৰি গৈছে, শোভা ইমান বাধ্য ছোৱালী, চৰিত্ৰ ভাল, পঢ়াত ভাল। দুৰ্ঘটনা এটা হৈছে যেতিয়া মাৰ বান্ধি তাইক সাহস দিয়াৰ সলনি আপোনালোকে অত্যাচাৰ কৰিছে। এই সৰু ছোৱালীজনীয়ে অতখন পাহাৰ বগাইছে, থানা, জেইল, বাইদেউৰ গালি। মই হ'লে মৰি গলোহেতেন, চাওকচোন মুখখনলৈ তাইৰ। এই পদুমৰ পাহিৰ দৰে মুখৰ ছোৱালী জনী মাৰিবলৈ কেনেকৈ মন যায় আপোনালোকৰ? কেনেকে মন যায়? কিবা কৰিবলৈ মন গৈছে সেই গুণ্ডাটোক কৰক। চবেই তাইক অত্যাচাৰ কৰিব, কি ন্যায় এয়া??

বহুত দিনৰ মুৰত শোভনাৰ হৈ এবাৰ কোনোবাই ক'লে—বৈ থকা চকুলো খিনি তাই ৰখাব নোৱাৰিলে।

মৰমৰ, বিশ্বাসৰ এই সামান্য আভাৰে তাইক যেন শান্তিৰে বুৰাই পেলাব।

শান্তিৰেই আৱশ্যক, জিৰণীৰ আৱশ্যক তাইৰ।

মনৰ, দেহৰ, আৰু নোৱাৰে তাই যুদ্ধ কৰিব।

মহাকৰ কথাবোৰ গাপ দি শুনি, দেউতাকে সকলোৰে শুনাকৈয়ে ক'লে—

এই মাক, পুতেক মোৰ কণ্ট্ৰলৰ বাহিৰ হৈ গৈছে, ইহঁতক কৈছো, যি হ'ল হৈ গ'ল, তাইক অলপ ৰেষ্টলৈ পঢ়িবলৈ দে, দুনিয়াদাৰী দেখা মানুহ আমি, এনেকুৱা কেচ হৈয়েই থাকে, যোৱাবাৰ মন্ত্ৰীৰ জীয়েক নেপালী এটাৰ লগত পলাই গৈছিল। কতো গণ্ডগোল নাই- - মোৰ সাংবাদিক শত্ৰু। বিশেষকৈ বৰুৱাই প্ৰেছত দি দিলে এতিয়া পঢ়াত ভাল হৈ তাই দেখুৱাই দিব লাগিব—

Public memory is short

মই তাইক কৈছো—

Bury the past– পাহৰি যা অতীত।

অতীতত একো নাথাকে। যি অতীতে বাঢ়িবলৈ নিশিকাই সেই অতিতক বিচ্ছিন্ন কৰি দিব লাগে। সাহসী হ'ব লাগিব। তাই মোৰ ছোৱালী। জীৱনত দুৰ্ঘটনা আছেই।

তাপ মাৰি শুনি আছিল কণ আৰু মাকে মহাক আৰু দেউতাকৰ কথাবোৰ ......

বাইদেউ চাওঁ, আহক,- মহাকে ক'লে,- কণ, তুমিও আহা,-

মাক আৰু কণ ড্ৰয়িং ৰুমলৈ আহিল।

চাওক বাইদেউ,- আপোনাৰ দুখ আমি বুজিছো-

কিন্তু আপুনি মাক । এই কণমানী ছোৱালীজনী আপোনাৰ ছোৱালী -সাহসী কাৰণে, ইমানবোৰৰ পাছতো তাই বেলেঞ্চ হেৰুৱা নাই। -তাইক ঘুৰাই পাই মৰম কৰাৰ সলনি কি কৰিছে এইবোৰ।– কেচবোৰ চিজিল নোহোৱাকৈ তাই যদি মৰিও যায় আইনে আপোনালোককে দুষিব।–

কিয় কৈ আছে তাইক মৰক! মৰক! তাই জীয়াই থাকিব লাগিব, অলপ দিন যাওক, মোৰ তালৈকে লৈ যাম। গুণ্ডাবোৰৰ ভয়তহে নিব খোজা নাই ইয়াত অন্ততঃ পুলিচ গাৰ্ড আছে।- তাইক জীয়াই থাকিবলৈ সাহস দিয়ক। শিক্ষয়ত্ৰী মানুহ হৈ আপুনি—কথা দিয়ক শোভনাক এইবাৰ বি এ-ৰ প্ৰথম পৰীক্ষাতো দিবলৈ সহায় কৰিব। তাইক মৰম কৰিব।- দিয়ক কথা! নহ'লে মই নাযাও। ম'হাকে টানকৈয়ে ক'লে সকলোকে।

হ'ব, সৰুকৈ মাকে ক'লে, - তাইৰ মুখলৈকে নাচাওঁ-।

কণ, তুমিও বায়েৰাক হাত নিদিবা,- জানানে বায়েৰাই কিমান মৰম কৰে তোমাক, কিমান চিন্তা এইৰ তোমালোকলৈ।

হাতৰ চাৰ্টটো কোচাই সি ভেঙুচালি কৰি গেটখন খুলি বাস্তালৈ ওলাই গ'লগৈ।

দেখিলা! উদণ্ড কৰিলে মাকে তাক।–

অশোক গুণ্ডাটো থকাৰপৰাই ই উদণ্ড হৈ গ'ল। এতিয়া মাকে উদণ্ড কৰিছে।

হ'ব হ'ব, বাপেকক বাধা দি ক'লে মাকে। জীয়েৰৰ প্ৰশংসা কৰিবলৈ এৰা নাই তলি উদং কৰাৰ পাছতো, জীয়েৰৰ বাবেই মৰিব আপুনি ! সৰুৰে পৰা বেছি মৰম কৰি এইক উদণ্ড, অহংকাৰী কৰিলে আপুনি-।

ক'তা কালিলৈকেতো (তোৰ) এইৰ বিৰুদ্ধে কোনো কম্‌প্লেইন নাছিল। এদিনতে এই কুলক্ষণী হৈ গ'লনে? আৰু মোকনো ক'ত শাস্তি দিলি তই,- ৰিপোৰ্ট এটা লিখিব নোৱাৰো তোৰ গালিৰ কোবত। তোৰ সমস্ত পৰিয়াল বৰ্বৰ, তই কেনেকৈ ভাল হ'বি, তোৰ (মাৰ) আৰু কুট্টিৰাজন, সি কি কৰিলে তোক, কি কৰিব পাৰিছ তই ? গিৰিয়েৰক গালি পাৰিছ ওৰেটো জীৱন। তয়েই ল'ৰা পঢ়ুৱাইছ, তয়েই খুৱাইছ-বুৱাইছ। অসন্তুষ্টীয়া নাৰী। ভগবানৰ পূজা কৰে- ? মানুহক ভাল নাপায় - ভগবানৰ পূজা কৰে।।

এই মোৰ ভগবানক তাচ্ছিল্য নকৰিব,বেয়া হব কথা। মাকে উত্তৰ দিলে।

কি-ই- কৰিবি ?

হ'ব ,হ'ব বাইদেউ -ভিনদেউ -! আৰু নালাগিব, ৰাজটো আছে নহয়—।

ৰাজ বাবা, ক'ত আছা আহা - । হাতত কিতাপ এখন লৈ ৰাজ মহাকৰ ওচৰতে ৰ'ল,- মুখত চিন্তাৰ চাপ নথকা এখন সৰল মুখ।–

ৰাজ, বায়েৰক চাবা দেই সোণতো, জোৰ কৰি খোৱাবা, বাৰ গাটো বেয়া নহয়, কোন ক্লাচত এইবাৰ?-ক্লাচ ফাইভ-! সি মূৰ দুপিয়ালে-।

মহাক বহাৰপৰা উঠিল,-মই যাওঁ,-শোভা মা, যোৱা মোৰ আগতে পঢ়াত বহাঁগৈ, গৰম গাখীৰ অলপ খাই লবা, চাওঁ- ওঠটো বৰ ফুলিছে, নাকৰ হাড়-চাড় ভঙা নাই চাগে-যোৱা মুখ-হাত ধুই পঢ়াত বহাঁগৈ-যোৱা, মাহীয়েৰাক লৈ আমি আহিম।

আহি থাকিব, মহা। মহাকক সাৱতি ধৰি শোভনাই কান্দি দিলে। মোক কোনেও বুজা নাই মহা। মই নতুনকৈ পঢ়িবলৈ বিচাৰিছো, এয়াটো জীৱন নহ'ল। মাহীক লৈ আহিব (তেখেত ) মোৰ মাৰ দৰে —— কান্দি কান্দি শোভনাই ক'লে।

০০০ তিনি মাহৰ পাছৰ এটা সন্ধিয়া-শোভনা কলেজৰ পৰীক্ষা দি অহাৰ পাছৰ ঘটনা,- দুমাহ পঢ়ি, কলেজৰ পৰা পৰীক্ষা দিও শোভনা ঘূৰি আহিল ——।

দুমাহ, মানে দুবছৰৰ দৰে আছিল সেয়া, প্ৰতিটো আবেলি মাকে তাইক গালিৰে থকা-সৰকা কৰিছিল- মাজে মাজে কান্দিছিল।ৰুণে টেপটো পঢ়াৰ সময়ত জোৰকৈ বজাই দিছিল। তাইৰ কলমবোৰ লুকুৱাই থৈছিল। তাইক গতা মাৰিও দিছিল, তাই কিন্তু পঢ়িছিল।

The Constitution of India provide us certain Fundamental rights..।

খালি পঢ়িছিল– খালি পঢ়িছিল। জোৰ কৰি মনৰ পৰা বাকীবোৰ কথা মচি পেলাইছিল তাই। পঢ়াৰ বাহিৰে একো ৰাস্তাই তাইৰ বাবে উন্মুক্ত নাছিল। মাথো ৰাজে তাইৰ লগত কথা পাতিছিল, তাইলৈ গাখীৰ আনিছিল, ভাত আনিছিল,-তাইৰ ওচৰলৈ নোৱাৰা প্ৰশ্নবোৰ আনিছিল, তাইক মৰম লাগিলে চুমা খাইছিল। তাই পঢ়িছিল,- দীঘল দীঘল ৰাতিবোৰ, দিনবোৰ একাকাৰ কৰি- -চিভিল ড্ৰেচত পুলিচে পহৰা দিছিল কলেজত তাইক। লগৰবোৰে অস্পৃশ্য প্ৰাণীৰ দৰে বয়কট

কৰিছিল। কম্‌মেট স্নিগ্ধাই তাই শুনাকৈয়ে কৈছিল — নিবোকা গৰু গু খোৱা যম, শ্লি লেকচাৰ তাইৰ এটা সময়ত চেম্বৰম্ব, চেক্সি ছোৱালী,- ল'ৰা নহ'লে থাকিবই নোৱাৰে।

কলম কামুৰি ১০ মিনিট মান খণ্ডবোৰ সামৰি লোৱাৰ পাছত তাই লিখি গৈছিল-

"Directive Principles of state policy–

Theory of Demand,–

Logic আৰু সাহিত্য–। —

মন্ত্ৰৰ দৰে উচ্চাৰণ কৰিছিল তাই দেউতাকৰ কথাবোৰ— Public memory is very short –

Bury the past, ...........

অধিৰ আগ্ৰহেৰে বাহিৰত বৈ থকা দেউতাকৰ হাতত ধৰি তাই নদীৰ পাৰে পাৰে ফুৰিবলৈ গৈছিল,-কেতিয়াবা তাই আবিষ্কাৰ কৰা, তাইৰ জেঠায়েকৰ ঘৰলৈ। দেউতাকৰ হাতত ধৰি ধৰি, তাই মালবাৰুত ধোচা খাবলৈ বহিছিল।–

হম গাৰ্ডকেইটা দেউতাকে পঠিয়াই দিছিল–

পোন্ধৰ দিনৰ পাছত হ'ব লগা পৰীক্ষাটোৰ বাবে হোষ্টেলত অকলে এৰি থৈ যোৱাৰ দিনা,-দেউতাকে তাইক কৈছিল,–

মা, দেহী,-তোৰ ওপৰত মোৰ বিশ্বাস আছে,-নিজে face কৰ মানুহবোৰ। সাহসী হ'- ভাল ৰিজাল্ট ক'ৰ, ওফৰি যাব চব। দিল্লী পাবিগে, তাৰ পাছত যি মন যায়-। তোৰ ওপৰত মোৰ পুৰামাত্ৰা আস্থা আছে, বিশ্বাস আছে।

পোন্ধৰটা দিন তাই সাহসেৰে অকলে আছিল, এইখিনি সময়তেই এজনী বান্ধবীৰ প্ৰয়োজনে তাইক কাবু কৰিয়েই পেলাইছিল।

জীৱনৰ কঠিন সময়বোৰত চাগে বন্ধুৰ দৰকাৰ হয় মানুহৰ। কেৱল কথা কবলৈ, কথা শুনিবলৈ।" ভাল বন্ধু এটা পোৱা মানে ভাল ভৱিষ্যত এটা পোৱা। খুউব মন গৈছিল তাইৰ বান্ধবী এজনীৰ হাতত ধৰি নদীৰ পাৰে পাৰে অনৰ্গল কথা কৈ যোৱাৰ। কিমান যে কথা কবলৈ আছিল।

কিমান বিস্ময়!

দেউতাকক ক'ব নোৱাৰা কথাবোৰ বান্ধবীক ক'বলৈ মন গৈছিল তাইৰ।

হোষ্টেলৰ বন্দনা,বাসনাহতে তাইলৈ চাই ঠাট্টা-মস্কৰা কৰিছিল। তাই সহ্য কৰিছিল। চুপাৰ বাইদেৱেকে তাইক মাতি আনি মৰমেৰে কৈছিল,- শোভনা, মই বিশ্বাস নকৰো তুমি বেয়া বুলি, সেয়ে চিট দিছো হোষ্টেলত, ভালকৈ পঢ়া, তোমাৰ দেউতাৰা বৰ জ্ঞানী মানুহ, তোমাৰ ভৱিষ্যত আছে।

হাতত তাই কাগজৰ টুকুৰা এটালৈ ফুৰিছিল, কেইশাৰী মান সৰু কথা।

"বিশ্বাস আছে, তুমি পাৰিবা, পঢ়া ভালকৈ পঢ়া-। তাইৰ মৰমৰ, অচ্যুৎ দাই পঠিওৱা গোট গোট আখৰৰ চিঠিখনৰ ("বিশ্বাস" আৰু "পাৰিবা") এই দুটা তাই আচ পাৰি লৈছিল বন্ড ইংকত।

বিশ্বাস! পাৰিবা!

এইখিনি সময়ত মোক সহায় কৰা মানুহবোৰৰ মই আজীৱন নিকিনা গোলাম হৈ থাকিম। তাই নিজকে কৈছিল মানে আজীৱন —।

মৰাৰ কোনো ধৰণৰ চিন্তাই তাইক জুমুৰি দিয়া নাছিল। আচৰিত ধৰণেৰে অশোকক তাই পাহৰি গৈছিল কষ্ট নকৰাকৈয়ে।

দৰাচলতে চাওলাঙৰ ঘৰৰ ৰাতিটোতে অশোক তাইৰ বাবে কেৱল স্মৃতি হৈ পৰিছিল। এতিয়া তাৰ অৱশিষ্টও বাকী নাছিল। তথাপিও অশোকৰ প্ৰতি এক ভয়ত ৰুমৰ ভিতৰতে আবদ্ধ ৰাখিছিল নিজক

সৰু সৰু মনৰ ছোৱালীবোৰে ঠাট্টা কৰিলে সিহঁতলৈ চাই- কৈছিল, তাই নিজকে

শোভনা,অসমৰ মানুহৰ শ্ৰদ্ধা নোপোৱাকৈ তই হাৰিব নোৱাৰ - মৰি যা - নাহাৰিবি। নিজকে কল্পনা কৰিছিল, তাইৰ অটোগ্ৰাফ লব মানুহবোৰে। তাইক বেৰি ধৰি ক'ব — তুমি যে কৰিছিলা সেইখন চিনেমা! তুমি যে লিখিছিলা গল্পটো! চুপাৰ-।

এইবাৰ তাই নিজৰ বাবে আগবাঢ়ি যাব-। নালাগে আৰু পুৰুষৰ প্ৰেম - নালাগে সপোন-

ঘৰলৈ আহিবৰ দিনা, ৰাতি এটা অদ্ভুত সপোনত সাৰ পাই গৈছিল তাই-

ঘোঁৰাত উঠি তাইৰ সম্মুখত ৰৈছেহি, এজন মানুহ, গাত এটা চাপকণ, — তাইক বাহুত ধৰি ঘোঁৰাত তুলি লৈ অদৃশ্য হৈ গৈছে - পাহাৰৰ মাজত-।

এৰা গছৰ দৰে হালধীয়া বৰণৰ পাতৰ মাজত, তাইক শুৱাই দিছিল তেওঁ—

পূৰ্ণিমাৰ জোনৰ পোহৰত, হালধীয়া এপাহ ফুল হাতত দি তেওঁ কৈছিল শোভনাক,—

জান, তুমি মোৰ,-<br>
তোমাৰ অতীত মোৰ,-<br>
তোমাৰ সুখ মোৰ-<br>
তোমাৰ দুখ মোৰ -<br>
তোমাৰ আকাশ মোৰ-।

সাৰ পাই গাৰুটো সাবটি ধৰিছিল। তাইৰ দেহত এক ধৰণৰ উত্তেজনাত সাৰ পাই উঠিছিল। কোন তেওঁ? কোন তেওঁ! কিমান দিন ৰম তেওঁৰ বাবে?- তাই ভাবিছিল ৰাতিপুৱালৈকে সপোনতো।

০০০ সেই দুমাহৰ পাছত ঘৰৰ এটা সন্ধিয়াৰ কথা—

হাতত কিতাপ লৈ শোভনা বহি আছিল পঢ়া টেবুলত। ওচৰৰ বিচনাত পৰি জিৰণি লৈ থকা মাকক তাই কৈ আছিল অনৰ্গল কথা। মাকৰ মুদ ভাল আছিল। সেই ৰাতিটোত— মা, তোৰ মনত আছেনে, শ্বিলংত যে মই দুবছৰতে পঢ়ি দিছিলো-

A – S – S – A – M

O – I – L.

পাপাই যে মোক সাবটি ধৰিছিল!

আও তোৰ ইমান পুৰণি কথা মনত আছে?

আৰু যে মা, ৪ বছৰত মই মহাভাৰত খন এদিনতে পঢ়ি শেষ কৰিছিলো ২০০ পৃষ্ঠাৰ কিতাপখন।

ওঁ, কিতাপ খালী কিতাপ, ১৫ বছৰলৈকে কিতাপ লৈয়েই তই ডাক্তৰ হ'লি, তোক লৈ মোৰ চিন্তাই নাছিল অ'। তোৰ বয়সৰ ছোৱালীয়ে ল'ৰা চোৱাত ব্যস্ত থাকোতে তই তই পঢ়াতে ব্যস্ত আছিলি—

তোৰ মইনামেলত,

তোৰ প্ৰতিযোগীতাবোৰত।

সদায় দৌৰি আহি, মোক হাতত দিছিলি কাপ,চিল্ড, চাৰ্টিফিকেট —

বিহুবোৰত ফাৰ্ষ্ট

তোৰ ককাৰেও কৈছিল, তোৰ হাত চাই, বংশৰ নাম উজ্জ্বল কৰিবলৈ তই আহিছ।

তোৰ সৌৰৰণীতো লিখা আছিল, ভাল ল'ৰালৈকে বিয়া হ'ব তোৰ। বিদেশত থকা ল'ৰালৈকে।

কিযে হৈ গ'ল এইবোৰ।

বাপেৰৰ শত্ৰুও ঢেৰ নহয়।

বাপেৰে পগলাৰ দৰেই হৈছে- সিদিনা খুৰাৰে আহি মোক কৈছে —

চাৰে গাৱঁত বোলে চবকে কৈছে, 'চাবিঐ মোৰ দেইঁায়ে IAS হৈ তহঁতক দেখুৱাই দিব।'

অসম্ভৱ লাজ পাইছেতোক লৈ মানুহজনে।

উপায়োতো নাই।

ইমানৰ পাছতো এই মানুহবোৰে তোক লৈ আশা এৰা নাই তেই কিন্তু তেওঁক ফাঁকি নিদিবি।

নিদিও মা- চকিৰ পৰা উঠি আহি মাকক তাই সাবতি ধৰিলে।

মা তই মাত্ৰ মোক ভালকে কবি। মৰম কৰিবি। বিশ্বাস ৰাখিবি তোৰ দুখ মই বুজি পাওঁ। মই তহঁতি ভবাৰ দৰে অস্বাভাবিক নহও মা। মই ভাল দৰে পঢ়িম' কেৱল নাম উজ্জল কৰিম। কুটিৰাজন হওক মোৰ বাবে তঁহতক হাঁহিবলৈ এৰি নিদিও

হঠাৎ পায়চাৰি কৰি থকা ক্ষণে বাৰন্দাৰ বাহিৰত লিখি থকা দেউতাক চোচৰাই ঘৰৰ ভিতৰলৈ আনি দৰ্জা খনৰ খিলিকনি লগাই দিলে -পাপা-আপোনাক 'চেপা মাতেৰে সি দেউতাকক ক'লে-চাৰিটা মূৰ্তি এন্ধাৰত সোমাই অহ' ক্ষণে স্পষ্টকৈ দেখিলে, সি সাবধানে বাহিৰৰ বাম্বটো খুলি থকা সি দেখিলে ——

গপ, গপ, গপ—বুট জোটাৰ শব্দ চাৰিওফালে—

ডকাইত –ডকাইত—ডকাইত-প্ৰাণ কাতৰে মাকে চিঞৰি দিলে,লগতে দেউতাকে-ডকাইত-ডকাইত-। ক্ষণ কমৰ চুকএটাত সোমাই কঁপি থাকিল। শেফালী কিংকৰ্তব্যবিমূঢ় হ'ল।

কি হ'ল? ক্ষণে হাতত দাখন লৈ দুৱাৰৰ কাষত চোপ লৈ থাকিল -

খন্তেক নিস্তব্ধতা,–

খোলা খিৰিকিখনৰ কাষলৈ মুখখন নি বাহিৰত কোন আছে চাবলৈ যত্ন কৰা দেউতাকক ৰূপে সকিয়াই দিলে—।

পাপা অশোকক মই দেখিছো-তাৰ হাতত বন্দুক আছে –

হাঁ-ঘুটকৈ এটাশব্দ হ'ল–

হা........

খিৰিকিৰ কাষতে বাহিৰৰ পৰা দেউতাক কোনোবাই হয় চুৰি নহয়, আন কিহবাই আঘাত কৰিলে-গাঁলৰ সোমাজত।

গাত থকা এৰি চাদৰখন লবলৈ যত্ন কৰোতেই- ৰূপে চিঞৰ মাৰি দিলে -তেজ-তেজ-তেজ -

আহ্ –

মাটিত বহি পৰা দেউতাকৰ তেজবোৰ ৰুমটোৰ ফালে বৈ গল-.

যেন তেজৰ নদীৰ এটা সুঁতি-।

কুকুৰ! দেউতাকক তাতে এৰি দাখনলৈ বাহিৰলৈ খেদি গ'ল ৰূপ।

আশোক কুকুৰ! মোৰ নিদোৰ্ষী দেউতাক মাৰিলি ,তোক মই–

বাহিৰত বৈ থকা এম্বেচাদৰ খনলৈ চাই- ৰূপে চিঞৰি উঠিল উন্মাদৰ দৰে –

প্ৰতিশোধ -লম –কুকুৰ–

খণ্ডত সি হাতত থকা দাখনেৰে গেটৰ  ওচৰত থকা গছজোপাত প্ৰকান্দ ঘাপ এটা মাৰিলে-।

শব্দ কৰি বাগৰি পৰিল গছজোপা ............

□ □ □ তেজৰ ডোঙাৰ পৰা , হস্পিতেললৈ এই সময়চোৱা মাকে কান্দি গৈ থাকিল ,শোভনাই বাপেকৰ মূৰটো কোলাত ল'লে–

অপাৰেচন থিয়েটাৰত ডাক্তৰ হাজৰিকাই তেজ ৰখাবলৈ কপাহেৰে হেচি ধৰিলে ঘা টুকুৰাত, নিশ্চয় চুৰিৰ আঘাট।

বন্দুকৰ গুলি হ'লে জীয়াই নাথাকিলেহেতেন—.

ভৰিৰ পৰা মূৰলৈকে ঘামি গল শোভনাৰ—।

হাঁ- (জীয়াই নাথাকিলেহেতেন?) ............

সক সককৈ, দেউতাকে তাইলৈ চাই-কৈ গ'ল ................

হে ভগবান,ছোৱালী তুলিলো।

ৰুমত গৈ পুলিচ ভৰি পৰিল ।-

বলক বাইদেউ ইয়াৰ পৰা, বেছি হৈছে- মানুহ!

এইবাৰ থানাত শইকীয়া নামৰ এজন নতুন OC আহিছে –

মই ৰিপৰ্টটো পঢ়িছো। ব'লক বাইদেউ। ইয়াক মাৰ্ডাৰ কেছত..... জেলৰ পৰা ওলাবলৈ দিব নালাগে-।

আমি পুলিচবোৰ ধৰি দিও থিকেই ,কৰ্টে এৰি দিয়ে নহয়।

এইবাৰ Witness আছে , কোন witness??

এই -মোৰ ছোৱালী -। যা তই এজাহাৰ দে-।

অশোক নামৰ এজন মানুহে মোৰ দেউতাক নিজ চকুৰে আক্ৰমণ কৰা দেখিছো।

নিজৰ চহী দিলে তাই—।

কেচ নম্বৰ কিমান দিম চাৰ -?

চব-চব-লগাই দে Attempt - to murder—।

ইমান সাহস তাৰ...

আজিৰ পৰা আপোনাৰ ঘৰত দুটা পল্টন পুলিচে পহৰা দিব। চিন্তা নকৰিব বাইদেউ।

ভন্টি চিন্তা নকৰিবা। চব ঠিক হৈ যাব-। চাৰৰ দৰে ভাল মানুহ এনেকৈ নমৰে -.ক'ত পলাই সাৰিব সি—।

যাওঁক আমাৰ জীপখনে থৈ আহিব —।

নতুন অ' চিজন ভাল যেন লাগিব শোভনাৰ।

মাকক হস্পিটেলত থৈ, শোভনাক পুলিচৰ জীপখনে ঘৰত নমাই দিলে -।

শুদা ভৰিৰে -মেলা দুৱাৰেদি সোমাই ড্ৰইং ৰুমটো তাই পোহৰাবলৈ চুইচবৰ্ডটো খেপিয়ালে—

ড্ৰইং ৰুম, তাৰ পিচত ড্ৰেচিং ৰুম পাৰহৈ দেউতাকৰ ৰুমটোলৈ আগবাঢ়িল।

একাষত ৰাজ আঠুকাঢ়ি বহি আছে-। সন্মুখত গোটেইখন কঁৰাল মৰা তেজ .....।

ভয়ত সি শেতা পৰি গৈছে.....।

আহ বাবা -আহ সোণটো—

আঠুকাঢ়ি তেজৰ ডোঙাৰ ওপৰত শোভনা বহি পৰিল , ৰাজক তাই হাত মেলি দি মাতিলে -

ভয় নাখাবি জান -পাপা ঠিক হৈছে-

চব ঠিক হৈ যাব-চব ঠিক হৈ যাব-।

ঃ চব ঠিক হব জানো বা-?

ঃ হবতো জান, 'মই নাথাকিলেই চব ঠিক হৈ যাব-'

ঃ চাওঁ ৰাজৰ কোলাৰ পৰা নমাই উন্মাদৰ দৰে দৌৰি গ'ল বাৰান্দালৈ হাতত এটা জুইছলা-!

উন্মাদৰ দৰে তেজত তিতি থকা চুৰিদাৰজোৰত জুই লগাই দিলে তাই —

মই মৰি যাওঁ -মই মৰি যাওঁ— মোৰ কাৰণে পাপাইতৰ এই অৱস্থা। মোৰ কাৰণেই ৰাজৰ এই অবস্থা-। কণৰো এনে হ'ল -

মই মৰি গলে অশোকে আৰু উৎপাত নকৰে।

শান্তি ! শান্তি লাগে উহ—

জুইকুৰা তেজত তিতি থকা চুৰিদাৰত নজ্বলা দেখি পাক ধৰলৈ দৌৰি শোভনাই

খেপিয়াই ফুৰিলে —

ক'ত ক'ত কেৰাচিনৰ গেলেনটো ক'ত-?

ৰাজ ৰাজ -ক'ত ক'ত গেলেনটো-??

তোক কেলেই বা ?

ঐ সময় নাই-ক'ত আছে ক'–

ক্ষন্তেক তলকা মাৰি ৰাজে শোভনাক ভৰি এটা খামোচ মাৰি ধৰিলে–

বা-নমৰিবি- বা- নমৰিবি–

বা-নমৰিবি- নমৰিবি বা।

শোভনাই হাতত থকা কেৰাচিন টিনটো গাত হোহোৱাই ঢালি দিলে–

ক'ত ক'ত জুইশলা–?

শোভনাৰ ভৰি এৰি জুইশলাটো কাঢ়ি লৈ ৰাজে চিঞৰি চিঞৰি ওচৰৰ বৰবৌক মাতিলে -প্ৰাণৰ কাতৰেৰে–

বৰবৌ —— বা মৰি যাব–।

কাষৰ কুট্টিৰাজনৰ খিৰিকিয়েদি দুটা চকু বাঘৰ দৰে জিলিকি উঠিল -।

নমৰিবি আই-! হাতত ৰান্ধি থকা হেতাখন দলি মাৰি মানুহ গৰাকীয়ে শোভনাৰ গালত প্ৰকাণ্ড চৰ এটা বহুৱাই দিলে।

ৰাজে শোভনাৰ ডিঙিটোত ধৰি ফেকুৰি উঠিল–

বা, তোৰ কাৰণে একো হোবা নাই নহয়? অশোক মামাৰ কাৰণেহে হৈছে-! তোক কোনেও দোষ নিদিয়ে– তই নাথাকিলে মোক কোনে মৰম কৰিব-?

কোনে কৰিব?

০০০ ডিব্ৰুগড়ৰৰ মেডিকেলত এমাহ মান থাকিব লগা হ'ল দেউতাক। শোভনাক গাঁৱৰ খুৰাকৰ তালৈ ৰাতিয়েই পথাই দিলে মাকহঁতে।

কি থিক, আকৌ অশোক আহিব পাৰে??

শংকা—!

ভয়—!

তাইক আচৰিত কৰি দেউতাকহঁতে পোহপাল দিয়া 'ঘটিৰাম' নামৰ অকৰাটোৱে - অশোকে দিয়া চিঠি এখন কায়দা কৰি তাইৰ হাতত দিলে। একেলগে ৫০০ টকাত 'ঘটিৰামে অশোকৰ প্ৰলোভনত ঘৰখনত বিশ্বাসঘাটকতা কৰিলে! .........

উত্তৰত অশোকলৈ তাই লিখি পঠিয়ালে-

মই জানো, তইয়েই পাপাটিক মাৰিছ। পাপা মেডিকেলত । মই এতিয়া পলাই গৈ স্বাৰ্থপৰৰ দৰে একো কৰিব নোবাৰো। ঘৰত মৰিলেও মৰিম- কিন্তু-তই যদি পুনৰ মোৰ ঘৰত কিবা কৰ -মই Suicide কৰিম-মিছাকে নহয় সচাঁকে । তই জান মোৰ কথা মানে -মোৰ প্ৰতিজ্ঞা।

০০০ ঘৰলৈ মেডিকেলৰ পৰা দেউতাক কঢ়িয়াই আনিছিল, এখন আলোচনী।

শোভনাৰ প্ৰেমবিমুখ চৰিত্ৰহীন, সৰু সুৰা, সাংবাদিক এজনৰ প্ৰৰোচনাত পৰি প্ৰবোধ নামৰ সাংবাদিক এজনে লিখা এক বিবৃত্তি—

"কোনে অপহৰণ কৰিলে শোভনাক"?? লগত অশোকৰ বিবৃত্তি —। মানুহটোৱে বোলে হোস্টেললৈ শোভনাৰ ফটো বিচাৰিও গৈছিল। কোনেও নিদিলে। শোভনাক বদনাম কৰাৰ ইচ্ছাত—।।

উহ ভগবান! ইমান মাহৰ পাছত, এইয়া কোন শত্ৰুৰ কাম? ভাগৰুৱা দেউতাকলৈ চাই তাই বিবৃত্তি দিলে আলোচনীখনলৈ—

"মই অশোকৰ প্ৰেমিক নহয় —

তাইক আচৰিত কৰি, অশোকে প্ৰচাৰ কৰি দিলে সি সযতনে প্ৰমানৰ বাবে ৰাখি থোৱা চিঠিবোৰ-টেলিগ্ৰামবোৰ— দেউতাকে মোক ঘৰজোঁৱাই বনাব খুজিছিল। শিক্ষক মানুহটো, পইচা নাই। —

থমকি ৰ'ল শোভনা বাক্য কেইটাত?

ইমান ঠেক ! তললৈ নামিব পাৰে মানুহ??

প্ৰবোধ নামৰ সাংবাদিকজনলৈ সকলো কথা ভাঙি তাই ১৫পৃষ্ঠাৰ এখন চিঠিও লিখিলে —।

ধুৰন্ধৰ বদমাচটো- প্ৰবোধৰ পৰাই তাই পিছত গম পাইছিল, প্ৰবোধক উৎসাহ দি শোভনাৰ কেচটো লিখিবলৈ দিয়া মানুহটো এটা ঈৰ্ষাকাতৰ, চৰিত্ৰহীন মানুহহে আছিল। সাংবাদিকতাৰ নামত নাৰী কেলেংকাৰীতে জড়িত এটা অমানুহ। নাম আছিল তাৰ প্ৰয়াগ দত্ত - এবাৰ মানুহৰ সন্মুখত এগৰাকী নিৰ্জু লেখিকাই চৰিয়াইছিল তাক।

— তোৰ উত্তৰণৰ সকলো পথ এই আলোচনীখনেই বন্ধ কৰি দিলে -কেতিয়াবা,তই সম্পাদকক সুধিবি, মই মৰিলেও বা জীয়াই থাকিলেও— সাংবাদিকতাৰ এথিক্স কি? মানুহক মৰা নে জীওৱা ?

হত্যা কৰানে, জীৱন দিয়া?

চেন্‌চেচনেল বুলিয়েই যিকোনো বাতৰি প্ৰকাশ কৰা উচিতনে?

মনত ৰাখিবি এতিয়াৰ পৰা তোৰ সংঘাটৰ বাবে এই আলোচনীখনো দায়ী--

তোক, তোৰ দৰে প্ৰতিভাবান ছোৱালী জনীক, বিনা কাৰণে অসমত হেয় কৰি দিলে। দেউতাকে তাইক কৈছিল—

তাই কেৱল কান্দিছিল। আৰু কান্দিছিল।

শাও দিছিল. আলোচনীখনৰ মানুহবোৰক।।

প্ৰেম য'ত নাই,

হৃদয় য'ত নাই,

স্বাধীনতা য'ত নাই,

জীৱনো ত'ত নাই।

অবাঞ্চিত আছিল সকলো,— সকলোবোৰ ঘটনাই পিষ্ট কৰি দিছিল অকণমানি এখন হৃদয়— স্বাৰ্থপৰ হোৱা হ'লেই, এই দুৰ্ঘটনাবোৰ নঘটিলেহেঁতেন তাইৰ জীৱনত! নতজাণু হৈছিল তাইৰ শৰীৰ আৰু মন, দূৰ্ভাগ্য আৰু অভিমানত। তাই নিজৰ কথা ভবা নাছিল— তেতিয়াও—। ভাবিছিল তাইৰ অকণমাণি ঘৰখনৰ কথা, অকণমানি ভায়েককেইটাৰ কথা— তাইৰ মাক আৰু দেউতাকৰ কথা— আৰু— নিজৰ অনিশ্চিত ভৱিষ্যতৰ কথা! তাইৰ শৈশৱৰ সপোন ধূলিসাৎ কৰা অশোকৰ কথাও ভাবিছিল তাই— মনে মনে ভগৱানক প্ৰাৰ্থনা কৰিছিল —

ভগৱান, অশোক নামৰ দস্যুটোক ভাল কৰি দিয়া প্ৰভু।

বেয়াকৈ ভাবিবলৈ শিকাই তাই নাছিল—, শৰতৰ শুভ্ৰ নিয়ৰকণাৰ শেৱালীৰ দৰে পবিত্ৰ আছিল তাইৰ মনৰ চোতাল— ঘৰ নাছিল তাত—

আছিল এখন বন্ধ খিৰিকি—

এখন বন্ধ খিৰিকি,

এটুকুৰা আকাশ,

চকুভৰা চকুপানী,

চকুৰ দেখাকৈ কিতাপৰ দম আৰু

তাইৰ গীতা, বেদ, মন্ত্ৰ এখন ৰঙা ডায়েৰী আছিল—

ৰঙা ৰঙৰ সৰু ডায়েৰী,— এটা এটাকৈ অকপটে বৰ্ণনা কৰি গৈছিল,— দিনবোৰৰ হিচাপ— তাইৰ ওপৰত চলা অত্যাচাৰৰ দিনলিপি— কোনো নাছিল বিশাল পৃথিৱীখনত তাইৰ— কোনোৱেই—। কাৰো সাহসো নাছিল— এবছৰৰ এই বন্দীত্বৰ পৰা উদ্ধাৰ কৰিবলৈ তাইক— কোনেও প্ৰয়োজনবোধ কৰা নাছিল তাইক সুধিবলৈ— ক'ত, কিমান আঘাট পালে তাই!! চাৰিওফালে পুলিচে পহৰা দিছিল তাইক? মন্দিৰলৈ যাব নোৱাৰি! অকলে আকাশখন চাব নোৱাৰি— জোনটোৰ লগতো কথা পতা মনা আছিল তাইৰ—

আৰু ছোৱালী বাবেইতো তাইক অত্যাচাৰ কৰা সহজ আছিল! ৰুণে যদি এনে কৰিলেহেঁতেন? বা অশোকে? অশোকক বন্দী কৰি থলেহেঁতেননে?— ভাল আছিল বাবেই তাই আদৰ্শৰ আৰু ভাল হোৱাৰ বোজা বব লগা হৈছিল,— দায়িত্বৰ শিকলি এয়া— মুখ্য আছিল সমাজ,— গৌণ আছিল তাইৰ স্থিতি।

ভাগ্যই লগ নিদিয়াৰ বাবে এটা এটাকৈ আঁতৰি গৈছিল সকলোবোৰ বন্ধু— মাক— দেউতাক— যেন ইঞ্জিনৰ পৰা পৃথক হৈ পৰিছিল ডবাবোৰ— কপলিং চিগা ৰেল আছিল তাইৰ জীৱন।

ক— প— লিং— চি— গা— ৰেল ..........................

বৰ্ম নিপিন্ধাকে যুদ্ধ কৰিব লগা হোৱা এজনী কপৌ আছিল শোভনা। বৰ্ম নিপিন্ধা যোদ্ধা!

মৰি গ'লেই সমাধান হৈ যায় সমস্যাৰ—।

মৰি গ'লেই তাই, যেন বাচি যাব সকলো—।

কিন্তু মৰিবলৈ মন যোৱা নাছিল তাইৰ—। শব্দৰ মোহ,— সপোনৰ মোহে তাইক বন্দী

কৰি ৰাখিছিল—। প্ৰশ্ন কৰিছিল তাই নিজক— দেখাৰ প্ৰশ্ন!

কিয় হয় এনে?

তেজৰ সম্পৰ্কই শেষ হয় জানো?

সম্ভৱ হয় জানো সৎ মানুহৰ জয়—?

কিয় সহজ হয় পুৰুষৰ জীৱন? আৰু নাৰীৰ?

বেয়া ছোৱালী? চৰিত্ৰহীনা—? বচ? Problem solved?

—"কিমান যে সপোনে বাট চাই আছে মোলৈ।— নিজকেই চাই থাকিল তাই মনৰ দাপোণত—। —কিমান কিতাপ যে পঢ়িব লগীয়া আছে— কাৰোবাৰ বাবেতো চাগে মোৰ মূল্য আছে? ইমান বিশাল পৃথিৱীত অকণি প্ৰেমৰ শলিতাৰে মোৰ কলিজাৰ আন্ধাৰবোৰ গুচাবলৈ নিশ্চয় কোনোবা বৈ আছে! শোভনাই ভাবি গ'ল— লিখি গ'ল— বহুতা পৃষ্ঠাৰ ডায়েৰীত— কেবল এটা মানুহৰ বাবে অৰ্থশূন্য হৈ যায় নে জীৱন? আশাশূন্য হয়নে মানুহ?

সেই যে ঘৰচিৰিকাৰ দৰে ঘৰলৈ কঢ়িয়াইছিলো পুৰস্কাৰবোৰ?-- লিখি গ'ল তাই- -

এনেদৰেই বন্দী হয় আকাশ!

ধোঁৱাৰে ধূসৰিত হয়

মুক্ত আকাশ,—

ক্ষুব্ধ আকাশ,—।

বন্দী আকাশ!

আৰু বন্দী মোৰ পৃথিৱী—।

মাত্ৰ এজন বন্ধু তাইৰ ঘৰলৈ আহিছিল---

মাত্ৰ এজন,—

তাইৰ ঘৰলৈ! তাইক শুধিবলৈ,— কি হৈছে এইবোৰ?--

ক'ৰ পৰা কেনেকৈ আৰম্ভ কৰিব তাই উত্তৰ দিবলৈ ভাষাই বিচাৰি নাপালে ....

০০০ মূৰত বগা কাপোৰ মৰা, মুছলমান মানুহগৰাকী তাইৰ বিচনাখনৰ সন্মুখত থিয় হৈ আছিল— তেওঁ, তাইৰ গাত সৰিয়হ চটিয়াই কিবা মন্ত্ৰ গাবলৈ ধৰিলে,-- শোভনা পোন হৈ বহি, মানুহগৰাকীৰ চাদৰৰ আচল এটাত টান মাৰি ধৰিলে,— টানকৈ।

মোক ভাল কৰিবলৈ আহিছে নহয়? মোক লৈ যাওঁক আপোনাৰ ঘৰলৈ, মই ঘৰুৱা কাম কৰি দিম। কাহি বাতিও ধুই দিম। লৈ যাওঁক মোক।— এবছৰ মই বন্দী হৈ আছো।

মোক পঢ়িবলৈ নিদিয়ে— মৰিবলৈও নিদিয়ে! জীৱলৈও নিদিয়ে!

বিচনাৰ পৰা মাটিত বহি শোভনাই, গাৰ চোলাতো কোচাই, গাত মৰা চিনবোৰ দেখুৱাই, সশব্দে কান্দি দিলে; চকুৰ পানীবোৰ বাধা নমনা হ'ল।

উ্ উ্ উ্ উ্ উ্ উ্ উ্ উ্ উ্ —

ঃ কওঁক, মোক লৈ যাব আপোনাৰ ঘৰলৈ? কওঁক নিবনে?

ঃ চুপ থাক, একটিং নকৰিবি। বহি থাক মনে মনে কথাক মাতিম নেকি?

সামান্য ৰুঢ়তাৰে মাকেও জোৰ কৰি তাইক বিচনালৈ টান মাৰি লৈ গ'ল—

ঃ নামাৰিবি— নামাৰিবি— মা, মা,— মা ৰুণক কৈদে, সি নহ'লে আকৌ মোক মাৰিব।

চাচোন ওঠৰ এই দাগটো!

ওহ্ চুলিবোৰত অসহ্য বিষ!

বান্ধিব নোৱাৰো,—

চাওঁক, চাওঁক—

ঃ এইকণ, কেচি এখন লৈ আহ, এইজনীয়ে চুলি বান্ধিব নোৱাৰে বোলে, তাইৰ চুলি কাটি তকলা কৰি দিওঁ, তাইক কাপোৰ খুলি নাঙঠ কৰি, পগলা ফাটেকত ভৰাই থৈ আহো,

তাই প্ৰেম পাগল হৈছে।

ঘৰত বোলে থাকিব নোৱাৰে।

অশোকক লাগে তাইক!

ঃ নালাগে, নালাগে মা,— মোক একো নালাগে, মোক ভালকৈ কথা ক,

মোক পঢ়িবলৈ দে;

মোক ক্ষমা কৰি দে,—

তইঁতৰ বাবে মই জান দিও দিব পাৰো।—

মাকৰ ভৰি দুটা গৰা মাৰি কান্দি থাকিল শোভনা,—

ঃ কি; এই পাগলীজনীয়ে কি কৰিছে এইবোৰ—।

বাঃ শোভনাৰ পেটৰ সোঁ মাজত এক গোৰ মাৰি দিলে মাকে,— শোভনা পকাত হামখুৰী খাই পৰিল,—

ঃ মোক মাৰিছ—

মাৰ— মাৰ—

গাত পিন্ধি থকা সৰু চেমিজটো পিন্ধি দৌৰী গ'ল শোভনা ওচৰৰ ঘৰটোলৈ।

ঃ বৰা দা— মোক বচাওক— মই হাতযোৰ কৰিছো—

মোক ঘৰত মাৰি পেলাব—।

মোক ঘৰত মাৰি পেলাব—।

মানুহজনে কিবা কোৱাৰ আগতেই, ৰুণ সোমাই আহিল বৰা দাৰ ঘৰলৈ,— শোভনাক পূৰ্ণহতীয়া চৰ এটা শোধাই, ৰুণে চোঁচৰাই চোঁচৰাই শোভনাক ঘৰলৈ লৈ আহোঁতে,— বকি থাকিল—

বেডৰুমত শোভনাক সুমুৱাই গতা মাৰি দিলে ৰুণে।

মুছলমান মানুহগৰাকী ইতিমধ্যে গুচি গৈছিল,— তেওঁ দিয়া মন্ত্ৰপূত পানীবোৰ শোভনাৰ গাত চটিয়াই মাকে বকি থাকিল,—

"এইজনী সঁচাকৈয়ে বলিয়া হ'ল অ'—

এইজনী সঁচাকৈয়ে বলিয়া হ'ল—।

ঃ নাঙঠ হ'বলৈ ইমান মন যদি, আহ চাল্লি তোক কাপোৰ খুলি হমগাৰ্ড কিটাৰ আগত

ভোক মেলি দিওঁ। দেহৰ ভোক পলাব তোৰ। চাৰ্লি বজ্ঞাত। অশোকৰ জগত

থু— ই— থু— ই— থু— ই—

শোভনাৰ সৰ্বশৰীৰ মাকৰ মুখৰ পৰা উলিয়াই দিয়া থুৰ চিটিকনিৰে ভৰি গ'ল—

বাহৰ দৰে লাঠি এডাল লৈ, ৰুগ্ন আকৌ বেডৰুমত সোমাল—

নামাৰিবি— মোক নামাৰিবি— ৰুমটোৰ এচুকত শোভনাই মুখ লুকুৱাই ভয়তে চেপেটা লাগিল,— মোক আধামৰা নকৰিবি—।

মোৰ দেহে আৰু তহঁতৰ অত্যাচাৰ নলয় অ'—।

হাঃ হাঃ হাঃ হাঃ হাঃ— হাঁহি দিলে তাই হাঃ— বাধ্য সন্তান আছিলো মই।

মেধাবী কলেজ ষ্টুডেণ্ট— ভাল নাগৰিক—

হাঃ মই জন্তু। মই জন্তু।

নতুনকৈ কি আৰু মোক উলংগ কৰিবি, -

কলেজত, আলোচনীত জানো অশোকে মোক উলংগ কৰা নাই? আৰু অপমান। এইবোৰ।

নিজৰ চুলিবোৰ চিঙি চিঙি বিনাই থাকিল শোভনা ... পৃথ্বীৰ সকলোৱে শুনা পাইছিল সেই কান্দোন—

ঃ এই মৰতীয়ে কান্দি কান্দি বুজাব খুজিছে আমি তাইক কষ্ট দিছো? সেই কাৰণে তাই অশোকলৈ পলাই যাব। মাৰ, মাৰ তাইক। শোধ তাইক কান্দোন বন্ধ কৰিব নে নকৰে।

ৰুগে আৰু এটা ভুকু শোধাই দিলে,— মাকৰ আদেশ পাইছিলেই যেতিয়া।

ঃ মা— নামাৰিবা— বা মৰি যাব, অকণমানি ৰাজ কান্দি উঠিল,

ঃ মৰ, মৰ—, তই জানো জীয়াই আছ—।

ড্ৰইংৰুম সোমাইছিল দেউতাক বাহিৰৰ পৰা— ভিতৰত গণ্ডগোলবোৰ শুনি হাতত বেগ এটা লৈয়েই বেডৰুমত শোভনাক কান্দি থকা দেখিলে তেওঁ— ৰৈ আছে মাক আৰু ৰুগে,—

ঃ কি হৈছে?

ঃ কি হ'ব— আপোনাৰ ছোৱালী আকৌ পলাব খুজিছিল, ৰুগে ধৰি আনিছে মিছাকৈ ক'লে মাকে —।

ঃ কি— ই — আকৌ? ইমানৰ পিছতো—।

হাতত থকা বেগটো আচাৰ মাৰি পেলাই দিয়াৰ পিছত বহি নাথাকিল বাপেক— শোভনাক মাটিত বগৰাই, গুৰিয়াবলৈ ধৰিলে—।

ঃ আহ, মাৰি পেলাওক মোক,— Please. kill me. kill me

কোনো নাই মোৰ—

কোনো নাই মোৰ—

মাক-দেউতাক এনেকুৱা নিৰ্দয় হয়নে? —

কাল হৈছে— কাল হৈছে মোৰ—।

**ভগৱান—**

**মই পিশাচিনী নেকি?**

**ভগৱান— কি বিচাৰ এয়া—।**

**কান্দি কান্দি— অচেতন হৈ পৰিল শোভনা,—।**

**তাইক এৰি ৰুমটোৰ পৰা ওলাই গ'ল,**

**প্ৰথমতে দেউতাক,**

তাৰ পাছত মাক,

তাৰ পাছত ৰুণ,—

"এইজনী সঁচাকৈয়ে পগলা হ'ল,— বাপেকে কাপোৰ সলাই থাকোতে ক'লে।

ৰাজে চুচুক-চামাককৈ গিলাচ এটাত পানী অলপ লৈ লৈ ভয়ে ভয়ে— শোভনাৰ— মুখন ঢালি— ফুচফুচাই কৈ থাকিল—

বা— উঠ— বা উঠ— বা উঠ—

বা— বা— বা— বা—

বা— বা— বা— বা—

এটা সময়ত শোভনাৰ চেঞ্চ আহিল,— ৰাজৰ গাত ভেজা দি ক্লান্ত সৈনিকৰ দৰে— বিচনাখনত তেজ— ইতিমধ্যেই টনা আজোৰাত ফটা কাপোৰবোৰৰ সৈতেই টোপনি গ'ল—

যেন পৃথিৱীৰ সমস্ত ভাগৰে তাইক হেচি ধৰিছিল।



# সেই প্ৰেম— সেই দৃষ্টান্ত

নকৰা, নকৰা শোভা,— অভিলাষৰ চকু পানীৰে পূৰ্ণ হৈ পৰিল। মোৰ শোভাজনীক কোনোবাই ইমান অত্যাচাৰ কৰিব পাৰে? নিজৰ তেজৰ মানুহবোৰে? ইমান কম বয়সত। ইমান নিৰ্দয়কৈ? মই সহ্য কৰিব নোৱাৰো! হিটলাৰ নেকি মানুহবোৰ? কি জন্তুৰ দৰে ব্যৱহাৰ! ইমান নিৰ্মম হয় নেকি অপোন মানুহ? উহু নকৰা শোভা, মোৰ সহ্য নহয়।

ঃ কিন্তু মই সহ্য কৰি গৈছিলো অভিলাষ— সেই প্ৰেমৰ এটা সৰু প্ৰতিশ্ৰুতিৰ খাতিৰত। বিশেষ ভুল নকৰাকে— জানিছিলো,— যিদিনা মই এই ঘৰখন এৰি গুচি যাম— পুনৰ মোৰ তেজ আৰু অসহায় কান্দোন মিহলি হৈ থকা এইখন ঘৰলৈ মই আহিব নোৱাৰিম— আৰু সেই সিদ্ধান্ত মই লৈয়েই পেলাইছিলো—।

ঃ কেনেকৈ?— অভিলাষে সুধিলে—।

ঃ কেনেকৈ মানে? মুকলিকৈ। মায়ে মোক জোৰ কৰি মদপী চৰিত্ৰহীন মোতকৈ আধা বয়সৰ ডাঙৰ মানুহ এজনকৈ বিয়া দিবলৈ চেষ্টা কৰাৰ দিনাই, মই শেষবাৰৰ বাবে বুজিছিলো— খং-জেদ আৰু— আৰামকেন্দ্ৰীক চিন্তাই মাৰ মানসিকতা শেষ কৰি পেলাইছে— বৰ কষ্টকৰ আছিল মোৰ এই সিদ্ধান্ত। বিচ্ছেদৰ সিদ্ধান্ত সদায় বেদনাদায়ক হয়—। প্ৰকাশৰ ভাষাই নাথাকে। কিন্তু মোৰ আত্মাই মোক কৈছিল, অন্তৰাত্মাই—

যা শোভনা, মুকলি আকাশলৈ ওলাই যা— জীৱন তোৰ, মৃত্যুও তোৰ—। সিদ্ধান্তও তোৰ—। স্বাধীনতাও তোৰ— বহুত হ'ল আৰু — যাগে তোৰ চৰমতম সত্য বিচাৰি— বিচ্ছেদ হ'বই লাগিব—।

শেষ বাৰৰ বাবে মই মা-দেউতালৈ ক্ষমা বিচাৰি দীঘল চিঠি এখন লিখি পঠিয়ালৈ দিছিলো— ক'ব নোৱাৰা কথাবোৰ—। মৰিবলৈ মই নিবিচাৰিছিলো— এনেকৈ— কুকুৰৰ দৰে— কিন্তু নাই— কোনেও শুনা নাছিল মোৰ কান্দোন— কোনেও। আৰু আকৌ সাৰ পাই উঠিছিল দুৰ্দান্ত মোৰ, অদ্ভুত খংটো। আৰু এক ভীষণ জেদ— শোভনাই কৈ গ'ল— মই সিদ্ধান্ত লৈছিলো, জীৱন মোৰ আৰম্ভ কৰিম আকৌ, মোৰ সিদ্ধান্তৰ কথা অশোকক জনাই এখন চিঠিও লিখিছিলো— ধিক্কাৰ দিছিলো অশোকৰ মুৰ্খতাত, যি মুৰ্খতাত জ্বলি পুৰি ছাই হৈ গৈছিল মোৰ সৰু পৰিয়ালটো—

—অশোক আহিছিল আৰু গুচি গৈছিল,— কণৰ যাঁঠিৰ খোচত ধৰাশায়ী হৈ।

—কণে দেউতাৰ আঘাতৰ প্ৰতিশোধ লৈছিল,—

—আৰু অশোকে প্ৰতিজ্ঞা কৰিছিল, হেণ্ডগ্ৰেনেডেৰে মোৰ পৰিয়াটো ধ্বংস কৰাৰ— মই জানিছিলো, অশোকৰ বাবে এয়া আটাইতকৈ সহজ কাম আছিল—

আটাইতকৈ— সহজ— কাম!

আৰু মই? শেষবাৰৰ বাবে সিদ্ধান্ত লৈছিলো, নিজক অশোকক সমৰ্পণ কৰাৰ— মোৰ সেই মোৰ পাপাটি মা আৰু ভাইটিকিটাৰ প্ৰতি থকা অনুকম্পাৰ বাবে— জানিছিলো, শান্তিৰ বাবে, মই মোক অশোকৰ ওচৰত সমৰ্পণ নকৰিলে, পৰিস্থিতি আৰু হিংসাবোৰ নৰ'ব। নিজৰ ভৱিষ্যৎ দেখোন ধূসৰ আৰু গৌণ হৈ পৰিছিল—

—অভিলাষ সেই দিনটো মোৰ আজিও মনত আছে— ঘৰৰ দুয়োফালে থকা, পুলিচৰ সতৰ্ক প্ৰহৰী নেওচি দিন দুপৰতে মই ঘৰ এৰি আহিছিলো,— বতৰ সেইদিনা গোমা আছিল। সংগোপনে চুই চাইছিলো মুহূৰ্তৰ বাবে মোৰ ঘৰখনৰ সকলোবোৰ আচবাব। মোৰ শৈশৱৰ একান্ত লগৰী মোৰ লাইব্ৰেৰীটো। বুকুৰ ভিতৰখন চুৰমাৰ হৈ গৈছিল বিচ্ছেদত! পাপাটিৰ বিচনাখনত দীঘলকৈ তেওঁৰ বহল বুকুৰ গোন্ধটো লৈছিলো— চুই চাইছিলো মোৰ পঢ়া টেবুলখন। বাকচৰ পৰা উলিয়াই চাইছিলো মোৰ ব্ৰাউন ৰঙৰ স্কাৰ্ট-ব্লাউজযোৰ, চাটিনৰ ধোঁৱা বৰণীয়া ফ্ৰকটো, জনচনৰ টেমাৰ মোৰ এণ্টিক মালাবোৰ—।

বাৰে বাৰে উচ্চাৰণ কৰিছিলো— এইবোৰতকৈ শান্তি ডাঙৰ— জীৱন ডাঙৰ—।

মাৰ বাকচটো খুলি,গোন্ধ লৈছিলো মায়ে টোকোৰা চৰাইৰ দৰে মোৰ ভৱিষ্যত বিয়াৰ বাবে গোটাই থোৱা মেখেলা-চাদৰৰ, বাখৰ খটোৱা সোণৰ চেটটোৰ, উমান লবলৈ চেষ্টা কৰিছিলো মাৰ অন্তৰৰ ভিতৰত ফল্গুৰ দৰে বৈ থকা মাকৰ মৰম!— আৰু ৰুণ,— ? কাজিয়া কৰিবলৈকে আমাৰ জন্ম হৈছিল। তাৰ টেবুলখন চুই চাই চুমা এটা খাই দিছিলো, বুকুখন মোচৰ খাই গৈছিল ৰাজটোৰ কথা ভাবি—। উহ্! মাকৰ দৰে তাক মই ডাঙৰ কৰিছিলো— তাক বুকুত লৈ লৈ ভাত খাইছিলো, তাক কোলাত লৈ পঢ়ুৱাইছিলো।

কোন নিষ্ঠুৰ আছিল?

ভগৱান?

অশোক?

মা আৰু ৰুণ?

নে বিধাতা?

উদগ্ৰ খং এটাইও মোক চুই গৈছিল- বনৰীয়া গোনা মহৰ দৰে মহতিয়াই শেষ কৰি দিব পৰা খং - নহব লগা ঘটনাবোৰ কুমলীয়া মনটো চপাই যোৱা-

নীলা বৰণীয়া বিষাদ,-। আঘাত পাইছিল দেহ আৰু মনে।

হ'ব পাৰে- অধিক মৰমে মোক জেদি কৰিছিল,-

হ'ব পাৰে- কেৱল অশোকক উদ্ধাৰ কৰাই স্বপ্নই, মোৰ পৰিয়ালক অনিশ্চয়তালৈ ঠেলি দিছিল-। কিন্তু দাম নাছিল নেকি মোৰ নিৰ্দ্দোষিতাৰ। মোৰ বদান্যতাৰ? আৰু মোৰ মূৰ্খতাৰ? কাৰো ওচৰত? মোৰ কথাবোৰত ধ্বংসকামী একো নাছিল। মন্দিৰৰ চূড়াৰ দৰে পবিত্ৰ আছিল মন! মা বা ৰুণৰ দৰে চূড়ান্ত হতাশা নাছিল। মায়ে ক'ব নোৱাৰিলেহেঁতেন নে— অভিজ্ঞতা আৰু বয়সে পুষ্ট কৰা হাত দুখনেৰে মাতৃৰ দৰে মোক সাৱটি পাপাটিৰ দৰে— 'আমি আছো, 'তই পঢ়— কি দৰকাৰ আছিল ক্লাক উচতাই মোৰ দেহটো ঘূণীয়া কৰাৰ— যন্ত্ৰটো নাছিলো

মই? কেৱল মাক হোৱাৰ অধিকাৰে জানো ধ্বংস কৰাৰ অধিকাৰ দিয়ে? চূড়ান্ত একাকিত্বক ঠেলি দি সাজু হৈছিলো অনিশ্চয়তালৈ,— কষ্ট হৈছিল বেছিকৈ— পাপাক এৰি যোৱাৰ সিদ্ধান্তত চকুৰেদি নৈৰ দৰে বাগৰি গৈছিল চকুপানী। পাপাটিৰ স্পৰ্শ— চুলি ফণিয়াই দিয়া পাপাটি?

— তৰ্ক প্ৰতিযোগিতাত যুক্তি লিখি দিয়া পাপাটি।

— কোলাত লোৱা পাপাটি।

— কাতি বিহুত তুলসীৰ বাবে মাটিৰ টিপ সাজি দিয়া পাপাটি।

— দেৱালীত কলগছ পুতি দিয়া পাপাটি—

— মালাবাৰত ধোচা খোৱা পাপটি,—

— কি কি ৰূপত যে মোৰ সৈতে নৈৰ দৰে বৈ নাছিল তেওঁ। আৰু এই মানুহজনক অনিশ্চয়তাৰ পৰা বচাবলৈকে মই শেষ বাৰৰ বাবে পাপাটিৰ ফটোখন বুকুত লৈ প্ৰতিজ্ঞা কৰিছিলো— য'তেই নাথাকো, তোমাৰ বিজয়ৰ ধ্বজা উৰুৱাই থাকিম! তুমি উশাহ হৈ থাকিবা মোৰ শিৰা উপশিৰাত, মোৰ বেদনা হৈ নহয় মোৰ প্ৰেমৰ পতাকা হৈ,— মোৰ প্ৰেৰণা হৈ। অশোকে দিয়া কলংকৰ বোজা আৰু মই তোমালোকক বৰলৈ নিদিম। ডাঙৰ হ'ম, অকলে, নিজৰ মাজত,— জুই হ'ম— লাভা হ'ম—

বয়স আছিল জানো সেয়া?

'সেই প্ৰেমে' বিদিৰ্ণ কৰা হৃদয়ৰ বয়স নাছিল, আছিল এক শূন্যতা। এটা বিগ জিৰ'—

তেন্তে অশোকৰে সৈতে তোমাৰ?— অভিলাষে সুধিলে।

ও। মোৰ বিবাহ হৈছিল ৰেজিষ্ট্ৰি। ঘৰৰ পৰা ওলাই পোনেই মই অশোকৰ দেশ পাইছিলোগৈ। অশোকৰ মুখত, দেহত কোনো আঘাটৰ চিন দেখা নাছিলো— অশোকক কৈছিলো সেই সাংবাদিকজনৰ কথা, যিজনে আলোচনীত মোৰ কথা আন এজন সাংবাদিকৰ প্ৰৰোচনাত লিখাৰ বাবে মোৰ ওচৰত ক্ষমা বিচাৰিছিল—, তেখেতেই মোৰ বাবে ব্যৱস্থা কৰিছিল পঢ়াৰ— এটা মিচনেৰী সংস্থাৰ সহায়ত।

মই বিদায় ল'ব খুজিছিলো অশোকৰ পৰা— কিন্তু মোক কোনেও যাবলৈ দিয়া নাছিল— ভগ্নস্বাস্থ্য— ভগ্ন মনটোক অশোকৰ বন্ধু এজনে সুহৃদৰ দৰে বুজাইছিল, মই মানি লৈছিলো — দুটা চৰ্তত— অশোকে যাতে মোৰ পৰিয়ালৰ কাৰো লগত শত্ৰুতা নকৰে আৰু মোৰ পঢ়া শুনাত যেন বাধা নিদিয়ে।

আৰু বিবাহৰ পাছৰ জীৱন?— অভিলাষে জানিবলৈ বিচাৰিলে।

সেয়া এক ভাগৰুৱা অধ্যায় মোৰ সোণটো— ক্লান্ত পথিকৰ ওপৰত পুনৰ অত্যাচাৰৰ অধ্যায়। অন্ততঃ এতিয়া মই ক'বলৈ নোৱাৰিম—। ক'বলৈ নিবিচাৰিম। উদণ্ড— চাইকিক— সন্দেহী— আৰু নিজক নুবুজা নিগেটিভ চৰিত্ৰৰ মানুহটোৱেই অশোক। বিবাহৰ পাছত তথাপি শুদ্ধ মন এটা লৈয়েই মই অশোকক আকোৱালি লৈছিলো— সমৰ্পণ কৰিছিলো নিজক— ভাবিছিলো, মোৰ বিশ্বাসে অশোকক সলনি কৰিব? মোৰ সৎ চৰিত্ৰই অশোকক মানুহ কৰিব। কিন্তু নাই!

# আধুনিক পৃথিৱীত, ৰত্নাকৰ বাল্মিকী নহয়—

বিবাহৰ পাছত নতুন অত্যাচাৰ আৰম্ভ হৈছিল। মোৰ এটি সন্তানৰ জন্ম হৈছিল আৰু বুকুৰেদি ওলাই অহা হুমুনিয়াহ মই হাত পাতি ধৰিছিলো— কোনো বন্ধু নাছিল মোৰ— জীৱন সহজ নাছিল— ওপৰলৈ চাই মই ভগবানক সুধিছিলো,— কিহৰ বিনিময়ত এই শাস্তি মোৰ! বিচ্ছেদৰ, যন্ত্ৰণাৰ? উত্তৰ মই পাইছিলো— কোনোবাই যেন মোক কৈছিল —

উত্তৰণৰ পথ লিখিবলৈ, কষ্ট কি বুজিবই লাগিব। আনক স্বাধীনতাৰ পথ দেখুৱাবলৈ নিজে বন্দী হ'বই লাগিব, কিবা পাবলৈ, কিবা হেৰুৱাবই লাগিব,— আৰু সকলোৰে উৰ্দ্ধত নিজৰ সন্মান! আত্মসন্মান!

উচ্চাৰণ কৰিছিলো মই নিজৰে শব্দ কিছু—

"প্ৰেম এখন নৈৰ দৰে— চৰ্তহীন,—

এক স্বাধীনতা, বা

এক নৈঋত পিঙ্গল—

এক অদ্ভুত জেদে বাহ লৈছিল মনত— এটা ধুমুহাতে সৰি পৰা ফুল মই নাছিলো—

চকুত কাজল সানি দি অশোকে যেনেকৈ মোক সজাই দিছিল, তেনেকৈ মোৰ মূৰত বন্দুক থৈ মৰাৰ ভাবুকিও দিছিল। মোৰ পৰা মোৰ সন্তানলৈ বিয়পিছিল এই অত্যাচাৰৰ মাত্ৰা। ভয়ত সন্ত্ৰস্ত হৈ আত্ম পৰিচয় হেৰুৱাব খোজা মোৰ সন্তানটিক কেনেকৈ অকলে, সাহসেৰে ডাঙৰ কৰিছিলো, কেনেকৈ তাইক সুস্থ-সবল মানুহ কৰিবলৈ চেষ্টা কৰিছিলো—

সেয়াও এক নতুন অধ্যায় সোণ—

তুমি সহ্য কৰিব নোৱাৰিবা মোৰ দুখ—।

অৰ্জুনৰ দৰে এটাই লক্ষ্য আছিল মোৰ, দেউতাৰ সপোনবোৰ বাস্তৱত পৰিণত কৰোৱা আৰু যেতিয়া গম পাইছিলো, অশোক হত্যাকাৰী, অশোকৰ নাৰীৰ প্ৰতি দুৰ্বলতাও কমা নাছিল অলপো—। এটা সময়ত মই প্ৰতিবাদ কৰিছিলো— আৰু তুমি আহিছিলা, হিমাদ্ৰী নিশাৰ কুঁৱলী আঁতৰাই জোনাক হাতত লৈ ত্ৰাণকৰ্তা হৈ, আত্মাৰ—।

আৰু মোৰ সিদ্ধান্তই আছিল শেষ সিদ্ধান্ত,।

'সেই প্ৰেম' আৰম্ভ কৰিছিলো অনিশ্চয়তাতে, পাৰ হৈছিল অনিশ্চয়তাত, অথচ নিস্বাৰ্থ মোৰ বন্ধু-বান্ধৱীবোৰে সহজ কৰি দিছিল মোৰ পথ,

'সেই প্ৰেম' মোৰ

আহিকে আহিকে

দিগবলয়ে বলয়ে,

মোৰ অভিলাষত দীপ্ত,

মোৰ দৃষ্টান্ত —

মই নাৰী নহয় —

মই প্ৰেম —

মই এচোতাল প্ৰেমৰ এফাল —

........... শোভনাই গাই গ'ল তাইৰ প্ৰিয় কবিতাৰ এফাকি।

মোৰ কোনো নাই। আৰু মোৰ সকলো আছে। এই দুয়োটাই জীৱনৰ প্ৰেৰণা হ'ব পাৰে, স্মৃতি পখিলাৰ দৰে; উৰি যায়· আৰু জীৱন নৈৰ দৰে সত্য, গতিশীল—

অভিলাষে শুনি গ'ল—। মুহূৰ্তৰ বাবে স্তব্ধ হৈ পৰিল অভিলাষ— প্ৰেমৰ বাহিৰে যে কোনেও কাকো বান্ধি ৰাখিব নোৱাৰে—। সেয়েই বন্ধন,— অভিলাষে ক'লে—। শোভনাৰ কপালত আলফুলে চুমা এটা খাই—। আৰু গভীৰ প্ৰত্যয়ৰে তাইক সাবটি ধৰিলে—, যেন নদীয়ে সাগৰক সাবটি লৈছে, যেন আকাশে আকোৱালি ধৰিছে বেলিটোক—। জান, অভিলাষে ক'লে শোভনাক—

তুমি আচলতে মোৰ বাবে এক প্ৰাৰ্থনা—

মোৰ শৈশৱৰ সোণালী সপোন—

বিশ্বাস আৰু মৰমৰ দোলত বান্ধ খাই থকা মোৰ আত্মাৰ প্ৰতিবিম্ব— আমি আচলতে দুয়ো অভিন্ন—।

জান—?

হু—

অভিলাষৰ মুঠিত খামোচ মাৰি চিকাগোৰ ব্যস্ত পথবোৰত উদ্‌ভ্ৰান্ত প্ৰেমিকৰ দৰে শোভনাই অভিলাষ আৰু অভিলাষৰ কোলাত থকা আকাশক আবেগত সাবটি ধৰি অনৰ্গল কৈ থাকিল—

আমি যে দুয়ো—

দুয়ো দুয়োৰে স্বাধীনতাত হস্তক্ষেপ নকৰাকৈ দুয়োকে ভাল পাইছো।

দুয়োৰে অভিজ্ঞতাবোৰক বুজি পাইছো—

বুজিবলৈ চেষ্টা কৰিছো বৰ্তমানটোক—

আমনি নলগাকৈ বিয়াৰ অ'ত বছৰৰ পিছতো কবিতা গাব পাৰিছে

বিশ্বাস আৰু প্ৰেমৰ সোণালী সূতাত ধৰি ওমলি আছো—

এয়াইটো প্ৰেম—

এই প্ৰেম বিচাৰিয়েই 'সেই প্ৰেমৰ" যন্ত্ৰনাত কেনেকৈ যে লেটাৰ মাজত বন্দী জীৱনৰ দৰে আস্ফালন কৰিছিলো— নাই— নাই— নাই— আৰু শূন্যতাৰ মৰুভূমিত অকল্পনীয়া উটৰ দৰে কণ্ঠত আশা লৈ বাট চাইছিলো কেৱল নিজৰ আবেদনৰ, প্ৰাৰ্থনাৰ বলত,— জানিছিলো, সঁচা প্ৰেম থাকে,— সঁচা প্ৰেম আছে,— বিচাৰিলে, প্ৰাৰ্থনা আৰু সপোন, একাকাৰ হয় বাস্তৱৰ সৈতে—

ওঠৰ বছৰ বয়সত মৰিবলৈ ধৰা, জোৱালীজনী সূৰ্যৰ দৰে অবিস্মৰ হৈ উঠিছে—

"এই প্ৰেমৰ বাবেই—"

ঃ মৰিবলৈ মোৰ ভয় নাই অভি— শোভনাই ক'লে,— তুমি মোৰ বিশ্বাস, মোৰ পাপাটিৰ দৰে সৃষ্টিৰ হাতত ধৰি তুমি মোক লৈ গৈ আছা, মাতৃৰ দৰে, ভাতৃৰ দৰে,— এই সামান্য আবেদনখিনি বুজিলেই,— কিমান সহজ হৈ পৰে জীৱন— তোমাৰ বাবেই ভগবানে মোক জীয়াই ৰাখিছিল, মৰি মৰি মই জীয়াই আছিলো, চোৱা— এই ব্যস্ত আমেৰিকাত ,ব্যস্ত চিকাগোত, কিমান বহল পৃথিৱী,— আৰু আমাৰ নিজৰ মানুহবোৰৰ মনবোৰ কিমান ঠেক—

বেয়া হ'লে সমস্যা নাই,—
ভাল হ'লেই বিপদ!
সৎ হ'লেহে বিপদ!
নিৰ্বোধ শিশু হ'লে বিপদ!

চকুৰে যেন মৌ বৰষিছিল অভিলাষৰ— শোভনাক কিবা ক'ব খুজিও ডিঙিত যেন শব্দবোৰ ঠেকা খাই বৈ গৈছিল,—।

শোভনা, এতিয়া তোমাৰ মা? দেউতা? তোমাৰ ৰুণ, ৰাজ,— কেনেকৈ এনেকে তেজে তেজে ধমনিৰ বৈ থকা মানুহবোৰে, বিচ্ছেদিত হৈ থাকিব পাৰে? এয়া অহংকাৰ, জেদ, অভিমান, নে প্ৰতিহিংসা,—। এটা সামান্য ভুলৰ বাবে এনেকৈ এটা সৎ জীৱক পৃথক কৰি ৰাখিব পাৰে?

—অভিলাষৰ প্ৰশ্নৰ উত্তৰ দিবলৈ শোভনাই সময় লৈছিল, বুকুখনত শোকে উত্তাল কৰিছিল তাইৰ,— আকাশৰ সীমনালৈ চাই পঠিয়াই— কৈ গৈছিল শোভনাই—

বিচ্ছেদ? একো বিচ্ছেদেই সুখৰ হ'ব নোৱাৰে সোণ! মা, পাপাটি, ৰুণ আৰু ৰাজৰ পৰা বিচ্ছেদ হোৱাৰ সিদ্ধান্ত মই সুখী হ'বলৈ লোৱা সিদ্ধান্ত নাছিল। কাৰোবাক দুখী কৰি সুখী হ'ব পৰা স্বাৰ্থপৰ নাছিলো মই। বা কেৱল অৰ্থহীন ধন, গোলামি বা প্ৰতিশোধৰ পিছে পিছে ঘূৰি ফুৰা অমানুহো নাছিলো।

মোৰ মা?

— মা এটা অভিমানী ফল্গুৰ ধাৰা আছিল। কেতিয়াবা দুখে মানুহক ভুল পথে পৰিচালিত কৰে,— মানুহে পাহৰি যায় কোনো ধৰ্ম বা ইজ্‌ম মানৱতাতকৈ ডাঙৰ নহয়। দুখত বিনাই থকা নিজৰ সন্তান, সহায়ৰ বাবে কান্দি থকা নিজ সন্তানৰ দুখ হাত পাতি ধৰিব পৰাকৈ মোৰ মা কৰুণাময়ী নাছিল, কাৰণ,— তুমি শুনিলে আচৰিত হ'বা এই মানুহগৰাকীয়ে দিয়া যাতনা অশোকে দিয়া যাতনাতকৈ কম নাছিল— বিয়াৰ পাচত মই ক্ষমা বিচাৰি দিয়া চিঠিবোৰ তেওঁ হয় ফালি পেলাইছিল, নহয় পুৰি পেলাইছিল, মোৰ লগত সম্পৰ্ক ৰাখিব খোজা মোৰ মানুহবোৰক মায়ে সতৰ্ক কৰি দিছিল— মই কেনে চৰিত্ৰহীন, আৰু মোৰ ঠাই নৰকত— সমাজত মোৰ বদনাম বিয়পাই ফুৰি তেওঁ শান্তি পাইছিল যেনেকৈ তেওঁ ভগৱানৰ প্ৰাৰ্থনা কৰি শান্তি পোৱা বুলি ভাবিছিল।

মোৰ কোনোতো জন্মদিনত তেওঁ অহা নাছিল বা মোৰ নৰিয়াপাটিত মাৰ মৰমী

হাতখনেৰে জগাই দিয়া নাছিল বা মোৰ আলফুল ছোৱালীজনী চাবলৈ উন্মাউল হোৱা নাছিল তেওঁ, মোৰ বিপদৰ দিনবোৰত মোৰ সুখ-দুখবোৰ মোৰ বন্ধুবোৰে ভগাই লৈছিল,— সিহঁতে প্ৰায়েই কৈছিল— "অদ্ভুত প্ৰাণী তোৰ মা।" আৰু ৰুণ! মায়ে বদ্ধমূলকৈ তাৰ মগজুত সুমুৱাই দিছিল মোৰ বিপক্ষে এক জেহাদ আৰু সি জ্বলি পুৰি মৰিছিল, প্ৰতিশোধৰ অগনিত। পইচাৰ বাহিৰে সি একোৰেই চিনি নাপাইছিল,— আদৰ্শ নাছিল তাৰ একো।

আৰু ৰাজ? গভীৰ জীৱনবোধেৰে অকণমানি ৰাজটো মোৰ যেন আনটো সন্তান।

কিমান বছৰ হ'ল মই তাক দেখাই নাই।

কিমান বা ডাঙৰ হ'ল সি?

ৰাজৰ পৰা বিচ্ছেদ মোৰ জীৱনৰ এক অপূৰ্ণতা। কিমান যে ভাল নাপাইছিলো মই তাক।

আৰু অশোক?—

— কাকো বিশ্বাস নকৰা, কাকো শ্ৰদ্ধা নকৰা, কাকো শুদ্ধ বুলি নভবা অশোকে প্ৰেম কি বুজি পোৱা নাছিল,— তাৰ প্ৰেম আছিল এক আক্ৰোশ, এক প্ৰভুত্ব, এক স্বাৰ্থপৰ অভিব্যক্তি। অশোকৰ বাবে প্ৰয়োজন আছিল নিজৰ জ্ঞান বুদ্ধি, বিপন্ন কৰিব পৰা, এক সাধাৰণ জ্ঞান বুদ্ধিৰ এজনী নাৰী— এটা দেহ। সন্দেহ, হিংসা আৰু নিগেটিভ চিন্তাত বুৰি থকা অশোক বেমাৰী আছিল। মানসিক ৰোগী। এই অশোকৰ এক সাধাৰণ মইমতালি আৰু ক্ষন্তেকীয়া উত্তেজনাত ধ্বংস হৈ গৈছিল মোৰ সৰু পৰিয়ালটো,— ৰাজৰাণীৰ পৰা মই অৱনমিত হৈছিলো দাসী লৈ—। অশোকৰ "সেই প্ৰেম"ত উত্তৰণৰ চিন নাছিল, নাছিল, বুজাবুজি বা সাহস,— বহু শ্ৰদ্ধা— ইমানকৈ বুজিব পৰাকৈ অশোক মানুহৰ দৰে নাছিল। আৰু কুট্টিৰাজনহঁতৰ পৰিয়ালটো? —। সৰু সৰু কথাত বন্ধা বাটিবলৈ, নিশিকা মানুহবোৰ কোনোদিনেই মোৰ শুভাকাংক্ষীৰ দৰে অহা নাছিল বা মা, ৰুণ বা ৰাজ— মোৰ সৈতে সম্পৰ্ক বান্ধি দিবলৈ সিহঁতে চেষ্টাও কৰা নাছিল।

আক্ষেপ মোৰ নাছিল বা এতিয়াও নাই!

সূৰ্যলৈ কাঁড় এৰা মানুহে জানো হাতিপটী দেখি ভয় খায়?

সকলোকে অন্তৰেৰে মই ক্ষমা কৰি দিছিলো,— মোৰ তেজৰ শিৰা উপশিৰাত বৈ থকা তেওঁলোকৰ— মোৰ মা, ৰুণ, ৰাজ বা কুট্টিৰাজনহঁতৰ তেজৰ বিন্দুবোৰতো মই উপেক্ষা কৰিব নোৱাৰো,— সকলোৰে পৰা নিলগত মই সৃষ্টি, প্ৰকৃতি আৰু মোৰ শুভাকাংক্ষীসকলক লৈ মোৰ নিজৰ ঘৰ এখন পাতি লৈছিলো, যুদ্ধ কৰিছিলো,— অনবৰত প্ৰতিকূল পৰিস্থিতিৰ সৈতে। আচৰিত হোৱা নাছিলো— ভাগৰাও নাছিলো" সেই প্ৰেমৰ যাতনাই— মোক শক্তিশালী কৰিছিল, মোক কঠিন শৈশৱতে কঠোৰ কৰি গঢ়িছিল— মোক ভাল মানুহ কৰি গঢ়িছিল— মোৰ দুখক মই মানুহৰ উত্তৰণৰ — প্ৰেৰণাৰ সঁজুলি কৰি লৈছিলো—

দেশৰ লগত,

পৰিয়ালৰ লগত,

সমাজৰ লগত,

মানুহৰ আৰু এটা পৰিচয় থাকে,

আপোন পৰিচয়—

আত্ম পৰিচয়—

এই জীৱনৰ সম্ভাৱনাক বিশ্বাস কৰাৰ মূলতে আছিল মোৰ মহাত্মা, পাপাটি। জানানে মানুহৰ মনবোৰ বান্দৰৰ দৰে, হৃদয়বোৰ থাকে হাতৰ মুঠিত,—

পাপাটিয়ে মোৰ পৰিচয় কৰাই দিছিল, সততাৰ সৈতে, হৃদয়ৰ সৈতে, সৃষ্টিৰ সৈতে, ন্যায়ৰ সৈতে, ত্যাগৰ সৈতে—

মানুহৰ জীৱন থাকি যায় শৈশৱত— সেই দিনবোৰ— কুট্টিৰাজহঁতে তচনচ্ কৰা দিনবোৰত যে সুখে বাহ লওঁক বুলি উজাগৰে আছিলো, দুটা মানুহৰ আকুল মিলন চাবলৈ হাঁহাকাৰ কৰিছিলো,—

নিজৰ, কেৱল নিজৰ কথা ভাবিব পৰাকৈ মই কোনো কালে স্বাৰ্থপৰ নাছিলো। নাজানো! মানুহে সঁচা কথা ক'বলৈ কিয় ইমান ভয় খায়? নিজৰ দুখবোৰৰ বাবে কিয় পৰিস্থিতিক দোষাৰোপ কৰে—। সুখবোৰ দুহাতেৰে থেলি,— চিৰজীৱন নিজৰ দুখৰ বাবে আনক দোষাৰোপ কৰি আনন্দ পায়। ইমান হিচাপ নিকাচেৰে জানো জীৱন আৰম্ভ বা শেষ হয়!

ইমান হিচাপ আৰু নিকাচ!

হিচাপৰ বহীত মোৰ শৈশৱ মনোগ্ৰাহী কৰাৰ বাবে আটাইৰে ওচৰত মই ধন্য আছিলো, অথচ মোৰ নিজৰ যুদ্ধত মই আছিলো তেনেই অকলশৰীয়া। সম্পূৰ্ণ এটা বছৰ কথা পাতিছিলো বেৰৰ সৈতে, এটা সাধাৰণ ভুলৰ বাবেই প্ৰায়শ্চিত্ত নোহোৱা শাস্তি দিয়া হৈছিল মোক। আৰু এনেদৰেই কোনো নোহোৱাকৈ নিজৰ ভিতৰত প্ৰত্যয়ৰে ডাঙৰ হ'বলৈ শিকিছিলো। কিমান আৰু কম নিজৰ কথা? ভাগৰ লাগিছে মোৰ—।

পৃথিৱীৰ প্ৰতিজন মানুহৰে হৃদয় বহল সাগৰৰ দৰে— কোনেও দাবী কৰিব নোৱাৰে কাকো জানো বুলি!

দৰকাৰো নাই ইমান জনাৰ

কিন্তু মানুহে মানুহক সন্মান কৰিব জানিব লাগে—।

সঁচা প্ৰেমৰ মূল্য বুজিব লাগে মানুহে। নিজেই নিশিকিলে কোনেও কাকো একো শিকাবও নোৱাৰে—

—অভিলাষ, তুমি সুধিছিলা নহয়, মিছা কথা ক'লে মই কিয় বেছি react কৰো—

এইবোৰৰ বাবেই। এইবোৰৰ বাবেই—

"মানুহৰ অতীতে মানুহৰ মনত কিছু কথাৰে খুন্দিয়াই থাকে" — অশোকৰ এটা মিছা কথাৰ বাবেই এটা পৰিয়ালত কি হৈছিল শুনিলাটো মুখৰ পৰা—

কবলৈ সহজ, দুখ সহাটো বৰ টান কাম—

সুখ মানুহৰ হাতৰ মুঠিত থাকে—

থাকে মুহূৰ্তত—

জীয়াই থাকিবলৈ এক আত্মাৰ দৰকাৰ—

য'ত কুস্তিৰাজন, অশোকৰ দৰে মানুহবোৰ আছে, ত'ত পাপাটিৰ দৰে, তোমাৰ দৰে সৎ মানুহবোৰো আছে— সেয়ে প্ৰেম আছে, বিশ্বাস আছে —

আৰু আছে জীৱন—।

— তুমি সুখীনে মোক লৈ শোভনা? ঘৰৰ দুৱাৰখন খুলি দি সুধিলে অভিলাষে।

অক্সফৰ্ডৰ পৰা ফোন কৰিছে পাহিয়ে — বাজি উঠিল ফোন —।

মা, আকাশ, তোমালোকলৈ মনত পৰিছে —শোভনাৰ আবেগত চকুপানী বৈ গ'ল।

অহ্ নাকান্দিবা! অন্তত মই জীয়াই থকালৈকে— শোভনাক দাঙি লৈ গ'ল অভিলাষে।

ফুলদানিবোৰৰ পৰা ফুলবোৰ উলিয়াই শোভনাৰ গালৈ ছটিয়াই দি অভিলাষে ক'লে —

ব'লা জান, বাহিৰত জোনাক— জোনাকত গা নুধুবা জানো— ক'তা? তুমি নকলা, তুমি সুখীনে?

মোৰ চকুৰ ভাষা পঢ়িব নাজানা? মোৰ হিয়াৰ অতল তলিৰ ভাষা?

দেখা নাই, কিমান সুখী মই,—

তোমাক লৈ,—

আকাশক লৈ,

পাহিক লৈ,

আৰু নিজক লৈ,—

নিজক লৈ সুখী হ'ব পৰাটোৱেইটো মূল কথা—।

উঁ— উঁ— no serious talk আৰু একো ক'ব নালাগে মোক—

এই— জান,—

হুঁ— জোনাকৰ বুটা বচা বাগিছাত অভিলাষে শুৱাই দিলে শোভনাক ।

মুকলি আকাশৰ তলত,

জোনাকত গা ধুই,

সেউজীয়া প্ৰেমৰ দলিচাত,

সেয়া যেন দুটা স্বৰ্গৰ দেৱদূত—।

এহাল চাঁকে চকোৱা—

দুটা আদিম শিশু—

পৃথিৱীৰ আদিমতম সত্য—

আদম— ইভ্—

প্ৰেমেই সিহঁতৰ বস্কল, একমাত্ৰ আভৰণ,—।

সপোন মোৰ!

প্ৰাৰ্থনা মোৰ!!

জীৱন মোৰ!!

হৃদয় মোৰ!!

আবেদন মোৰ!

নিবেদন মোৰ!

অভিলাষে শোভনাৰ কাণে কাণে কৈ থাকিল—

পৰিতৃপ্তিৰে অভিলাষৰ ঢৌ খেলোৱা চুলিত হাত বুলাই— শোভনাই গাই থাকিল—

"মই শিল হৈ পৰো,

আচাৰি আচাৰি নিকা কৰা মোৰ বুকু—

মই পাহি হৈ সৰো

লাহি হৈ তুমি

হৃদয় বগোৱা—

আমি আমাৰ সৌধটো গঢ়ো।"

০০০ বাহিৰত বৰষুণ পৰিছিল।

সংগোপনে ৰেলৰ দবাবোৰৰ দৰে শোভনাৰ ভিতৰৰ মনেদি বগুৱা বাই থাকিল— ঘটনাবোৰ

ঝক— ঝক— ঝক— ঝক—

অকণমানি শোভনা

পাপাটিৰ শোভনা

অমৃতা প্ৰীতমৰ শোভনা

ফেণ্টমৰ শোভনা

অভিমানী শোভনা

জয়প্ৰকাশৰ শোভনা

অশোকৰ শোভনা

পাৰ হৈ গ'ল অধ্যায়বোৰ— মৰমবোৰ— ঘৃণাবোৰ— খংবোৰ— কুট্টিৰাজন— টিপলু— অশোক— হাবি— জেল— পুলিচ— কাৰাগাৰ— অশোকৰ লগত দুৰ্বিসহ দিনবোৰ— ভাহি থাকিল শোভনাৰ মনৰ কোনোবা চুকত— তেলত উপঙি থকা পানীৰ দৰে— অৰ্থ নথকাকৈ অৰ্থ থকা ঘটনাবোৰ!!!

বৰষুণ তেতিয়াও— দি আছিল—

চিৰিপ— চিৰিপ—

শোভনাৰ এতিয়াৰ সাম্ৰাজ্যৰ যেন তাই সম্ৰাজ্ঞী—

কাষত সেয়া ফেণ্টম— অমৃতাৰ ইমৰজ— অভিলাষ। পাহি আৰু অকণমানি আকাশ—

আহ্,— তৃপ্তিৰ শোভনাৰ মুখৰ পৰা অস্ফুট শব্দ এটা বাগৰি চুই গ'ল অভিলাষক—

কোনে কয়— সঁচা প্ৰেম নাথাকে?

কোনে কয়— তেজ মঙহৰ মানুহবোৰেই নিজৰ?

কোনে কয়— সপোন সঁচা নহয়?
কোনে কয়— চকুপানীৰ মূল্য নাই?
কোনে কয়— ভগবান নাই?
কোনে কয়—সত্যৰ জয় নহয়?
কোনে কয়— কোনে কয়?
কোনে মিছাকৈ কয়??
এনেয়ে! নজনাকৈ?—
চিৰিপ, চিৰিপ,—
তিতি গৈছিল দুটা শৰীৰ—।
প্ৰেমত,
আৱেগত,—
বিষাদত—
তৃপ্তিত—
অৱসাদত—।

যেনেকৈ বহু বছৰৰ আগেয়ে দিখৌৰ পানীৰ খলকনিত মুগ্ধ হৈ গকুলপুৰৰ
এহাল সৎ, সুখী, শুদ্ধ, পবিত্ৰ,
বিবাহিতাই—
জীৱনত সপোনৰ মালা
গাথিছিল।
জান আৰু জুৰি!!
শোভনাৰ মাক আৰু পাপাটি আছিল সেয়া।
বহু বছৰৰ আগৰ কথা!!!

ך ך ך